# ৰংমিলিৰ হাঁহি

ৰং বং তেৰাং






অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৭৮১০২১

# ভূমিকা

অধ্যাপক শ্ৰী ৰং বং তেৰাঙৰ 'ৰংমিলিৰ হাঁহি' অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিবলৈ লোৱা কেইখনমান উপন্যাসৰ অন্যতম। উপন্যাসখন পৰিষদৰ 'প্ৰকাশ' আলোচনীত ছোৱা ছোৱাকৈ প্ৰকাশ হৈ থকা সময়তে ইয়াৰ প্ৰতি পাঠক সমাজৰ বিশেষ আগ্ৰহ আৰু কৌতূহল আমি লক্ষ্য কৰিছিলোঁ। পাঠক সমাজৰ এই স্বতঃস্ফূৰ্ত আগ্ৰহ-কৌতূহলেই উপন্যাসখনক গ্ৰন্থাকাৰে উলিয়াই দিয়াত আমাক অনুপ্ৰাণিত কৰে।

'ৰংমিলিৰ হাঁহি' কাৰবি আংলং জিলাৰ পটভূমিত ৰচা কাৰবি জীৱন-ধাৰাৰ এক মূল্যবান মানৱীয় দলিল। লেখকে তেওঁৰ সাৱলীল, মনোমোহা কথন-ভংগীৰে কাৰবি সমাজৰ পৰম্পৰাগত বিভিন্ন দিশ—তেওঁলোকৰ সামাজিক গাঁথনি ধৰ্মীয় বিশ্বাস, নৈতিক ধ্যান-ধাৰণা, তেওঁলোকৰ গীত-মাত আৰু সাংস্কৃতিক জীৱন, আনকি তেওলোকৰ খোৱা-পিন্ধা আৰু দৈনন্দিন জীৱনৰ এক প্ৰামাণ্য আৰু জীৱন্ত চিত্ৰ কাহিনীৰ মাধ্যমেৰে এই উপন্যাসত উপস্থাপন কৰিছে। উপন্যাসখন জীৱন্ত হৈ উঠিছে ইয়াৰ কাহিনীত দাঙি ধৰা দ্বন্দ্বৰ মাজেদি—সেই দ্বন্দ্ব কাৰবিসকলৰ পৰম্পৰাগত বিশ্বাস, সামাজিক আৰু অৰ্থনৈতিক অৱস্থাৰ লগত নতুনকৈ অহা ধৰ্মীয়, অৰ্থনৈতিক আৰু শিক্ষাগত প্ৰমূল্যৰ মাজত। কিছুমান জীৱন্ত চৰিত্ৰৰ সৃষ্টি কৰি লেখকে এই দ্বন্দ্বক ৰূপায়িত কৰিছে। লগতে উপন্যাসখনত ফুটি উঠিছে কাৰবি ৰাইজৰ আশা-আকাংক্ষা—নতুন শিক্ষা আৰু আৰ্থ-সামাজিক উন্নতি, সুকীয়া জিলা গঠন আদিক কেন্দ্ৰ কৰি সেইবোৰ আশা-আকাংক্ষা মূৰ্ত হৈ উঠিছে।

উপন্যাসখনৰ আৰম্ভণিৰপৰা শেষলৈকে কাৰবি গীত-মাত, কিম্বদন্তি আদি সিচৰতি হৈ আছে। এইবোৰে উপন্যাসখনৰ কাহিনী আৰু চৰিত্ৰসমূহক অধিক বাস্তৱমুখী কৰি তুলিছে। অৱশ্যে লেখকে পাঠকৰ সুবিধাৰ বাবে প্ৰয়োজন অনুসৰি সিবোৰৰ পাদ-টীকাও সংযোজন কৰিছে।

অসমীয়া উপন্যাস জগতলৈ এনে এটি মূল্যবান বৰঙণি আগ বঢ়াই উপন্যাসখন এই পৰিষদক প্ৰকাশ কৰিবলৈ সুবিধা দিয়া বাবে আমি অধ্যাপক শ্ৰী তেৰাঙৰ ওচৰত কৃতজ্ঞ।

আমাৰ দৃঢ় বিশ্বাস, কাৰবি জীৱনৰ আলমত ৰচা এই বৈশিষ্ট্যপূৰ্ণ উপন্যাস খনে পঢ়ুৱৈ সমাজৰপৰা আশানুৰূপ সঁহাৰি লাভ কৰিব।

গুৱাহাটী
আগষ্ট, ১৯৮১

চন্দ্ৰপ্ৰসাদ শইকীয়া।

# দুটিমান কথাৰে

বৰপানীৰ পাৰ দুটা বৰ মিঠা। তাতোকৈয়ো মিঠা ইয়াৰ দুয়ো পাৰৰ মানুহবোৰ। জুম খেতিৰ উৰ্বৰা মাটিৰ পম খেদি কোনোবা যুগত এই আৰলেং সকল ইয়া'লৈকে নামি আহিছিল। বৰপানীৰ মিঠা পৰশে এওলোকক মোহিত কৰিলে নতুন প্ৰেৰণা দিলে। সময়ে মানুহৰ মনক আঁচোৰ মাৰি থৈ যোৱাটো স্বাভাৱিক। এনে আচোৰবোৰে পুৰণি সমাজ গাঁথনিকো ক'ব নোৱৰাকৈয়ে জোঁকাৰি থৈ যায়। কাৰবি সমাজৰ ওপৰতো সময়ৰ অজস্ৰ আচোৰ নিশ্চয় পৰিছিল। ফলত বহুতো ছবি ইতিমধ্যে হেৰাই যাবলৈ ধৰিছে। ক্ৰমে ক্ৰমে হেৰাই যাব'ল ধৰা কাৰবি সমাজ-বুৰঞ্জীৰ ছবিবোৰ বুটলি থবৰ মন গৈছিল—কাহানিবাই। কিন্তু এই সঁচা ছবিবোৰ বুটলিবলৈ যোৱাটো যে কিমান দুৰূহ! এনে ছবিবোৰৰ সংমিশ্ৰিত ৰূপেই 'ৰংমিলিৰ হাঁহি'। ছবিবোৰ নিখুঁতভাৱে বুটলিব পাৰিছো বুলি মই দাবী কৰিব নোৱাৰো। সেয়া ৰাইজৰ বিচাৰ।

প্ৰাক-স্বাধীনতা যুগৰ কাৰবি সমাজৰ ওপৰত ভিত্তি কৰি লেখা হেতুকে বহুতো প্ৰভাৱশীল ব্যক্তিৰ কথাও প্ৰসংগত আনিবলগীয়া হৈছে। সেইসকলক অৱমাননা কৰিবৰ মোৰ সাহস নাই। উপন্যাসখনৰ চৰিত্ৰবোৰৰপৰা তেখেত সকলক আঁতৰত ৰাখিহে কাহিনী পৰিবৰ্ধিত কৰা হৈছে। ইয়াৰ কাহিনী আৰু চৰিত্ৰসমূহ সম্পূৰ্ণ কাল্পনিক। মুঠ'ত, 'ৰংমিলিৰ হাঁহি' এখন উপন্যাসহে ইতিহাস নহয়।

ছবিবোৰ আনি থুপ খুৱালেই জানো বিতাপ হয়? সহকৰ্মী অধ্যাপক শ্ৰী কেশৱ শৰ্মাই মোৰ আউল লাগি থকা কথাবোৰব লগতে প্ৰয়োজনীয় দুই এটি দিশৰ ওপৰত হাত ফুৰাই নিদিয়া হ'লে বংমিলিয়ে হাঁহিবই নোৱাৰিলেহেঁতেন। তেখেতৰ এই অশেষ পৰিশ্ৰমৰ কাৰণে মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। কাৰবি সমাজৰ নাৰী সম্বন্ধীয় খুটি-নাটি কথাবোৰত মোৰ সহধৰ্মিণীয়ে সহায় নকৰা হ'লে, সমাজৰ চিত্ৰ বহুখিনি অনুজ্জ্বল হৈ ৰ'লহেঁতেন। সেই বাবেই তেওঁলৈকো শলাগ ল'লোঁ। অসমৰ কাৰবি জন-জাতিৰ জীৱন পটত ৰচিত উপন্যাসখন প্ৰকাশ কৰিবলৈ বলিষ্ঠ পদক্ষেপ লোৱা বাবে, সদৌ শেষত অসম প্ৰকাশন পৰিষদৰ ওচৰত মোৰ ঋণ স্বীকাৰ কৰিছোঁ।

ৰাইজৰ মৰম আৰু শুভেচ্ছাৰে।

ৰং বং তেৰাং

# এক

ফাগুনৰ এটি ধূসৰ সন্ধিয়া।

লানি পাতি বগলীৰ জাকবোৰে পাহাৰৰ নামনিয়েদি উৰা মাৰিছে—সিহঁতৰ পৰিচিত নীড়বোৰলৈ। দূৰণিৰ পাহাৰবোৰত বন-জুই। ফাগুনৰ বতাহজাকে কঢ়িয়াই আনিছে বন-জুইৰ পোৰা পোৰা গোন্ধ। আদিম চিনাকি বৰ মিঠা সেই গোন্ধ। সেই গোন্ধত আৰণ্যক সুবাস মিহলি হৈ আছে নিবিড়ভাৱে। অৰণ্য, আহাৰ আৰু জুই—মানুহৰ আদিমতম পৰিচিত ছবি, মানৱ সভ্যতাৰ বুনিয়াদ। সন্ধিয়া নামি অহাৰ লগে লগে অৰণ্যত খন্তেকৰ ব্যস্ততা। বন-বিহঙ্গৰ বিবিধ কূজনেৰে পাহাৰৰ বুকু মুখৰিত। গছ-বনৰ পাতে পাতে সন্ধিয়াৰ স্বপ্নীল কোমলতা।

একা-বেঁকা জুমতলীৰ বাটটো লুংলুঙীয়া আৰু ৰঙচুৱা। মাটিত খোপনি লৈ ধীৰে ধীৰে পাহাৰৰপৰা নামি আহিছে ছাৰইক তেৰাং। লগত বাখৰ নামৰ কুকুৰটো। নেগুৰডাল লৰাই লৰাই কুকুৰটোৱে অগা-পিছাকৈ তাৰ লগত আহি আছিল। আগেদি গৈ থকা কুকুৰটোৱে হঠাৎ কিহবাৰ গোন্ধ পাই বৈ গ'ল। শুকান পাতবোৰৰ মাজত মুখখন গুজি নাক মাৰি মাৰি কুকুৰটোৱে গোন্ধ ল'লে। কিবা ভাবি গৈ থকা ছাৰইকে বৈ থকা কুকুৰটোৰ গাত উজুটি খালে। কুকুৰটোক গুৰিয়াই সি ক'লে—

ঃ মৰিব নজনা কুকুৰটো! গোটেই দিনটো শুয়েই থাকিলি। থিতাতে পোৱা গুঁইটোকো তেতিয়া ধৰিবকে নোৱাৰিলি। এতিয়াহে তোক চিকাৰী নিচাই উক দিলেহি।

সি মুখেৰে ভোৰ ভোৰাই 'থুই' বুলি কুকুৰটোক থুৱাই দিলে। বাটত পথালিকৈ পৰি থকা শুকান গছডালত সি হাতৰ দাখনেৰে দুটামান ঘাপ মাৰিলে। শুকান গছডালৰপৰা ক্ৰুং—ক্ৰুং কৰি শব্দ হ'ল। ক্ৰমে নিজম পৰিবলৈ ধৰা পাহাৰখন হঠাৎ যেন জিকাৰ খাই উঠিল। কাষৰ জোপোহাত আশ্ৰয় লোৱা বন-কুকুৰাবোৰ ভয়ত কক ককাই উৰা মাৰিলে। বন-কুকুৰাৰ মাত শুনি বাখৰেও ভুক-ভুকাই খেদি গ'ল। উৰি যোৱা কুকুৰাজাকলৈ চাই সিও কুকুৰটোক উচটাই দিলে। গৰাকীৰ সঁহাৰি পাই কুকুৰটোৱে দুগুণে ভুক ভুকাই উঠিল আৰু শুকান গছ-পাতৰ ওপৰেদি জৰ জৰাই কিছুদূৰ খেদি গ'ল। বন্দুক এডাল থকা হ'লে, সি মনতে ভাবিলে। বন্দুক এডালৰ অভাৱ সি বৰকৈ অনুভৱ কৰিলে। কিছু সময়ৰ বাবে পাহাৰৰ নিজনতা আঁতৰিল। নেগুৰ নচুৱাই নচুৱাই মুখেৰে কুঁ—কুঁ শব্দ কৰি কুকুৰটোৱে গিৰিহঁতক লগ ধৰিলেহি। লঠঙা গছবোৰৰ ফাকেৰে ছাৰইকে চাই পঠিয়ালে—ৰিণিকি ৰিণিকি দেখা তাৰ গাঁওখনলৈ। গাঁওখনৰ দৃশ্যই সন্ধিয়াৰ পাহাৰত অকলশৰীয়া ছাৰইক তেৰাঙৰ মনৰপৰা উকঙা উকঙা ভাবটোক আঁতৰাই দিলে।

বৰপানীৰ পাৰত সেয়া ৰংমিলি—ছাৰইক তেৰাঙৰ অতি মৰমৰ গাঁও। নৈখনেও যেন মৰমতে ৰংমিলিক আঁকোৱালি ধৰিছে। শাৰী শাৰী চাং ঘৰেৰে ভৰা তাৰ গাঁওখন দেখা পাই সি মনত পেলালে দেউতাক ছাৰকিৰিলৈ। সেয়া বিগত আঠৈকুৰি বছৰৰ আগৰ কথা। হামৰেণ-উমতিলিৰ বিস্তীৰ্ণ শুকান পাহাৰ অঞ্চলৰপৰা ছাৰইকৰ দেউতাকহঁত ইয়ালৈ উঠি আহিছিল— হামৰেণৰ পোৱা মাটিবোৰত চুবক ধানৰ নৰাবোৰ বছৰে বছৰে সৰু হৈ অহা বাবেই। ছাৰকিৰিহঁতৰ শুকাই যাবলৈ ধৰা মুখবোৰত বৰপানীৰ শীতল পানীয়ে নতুনকৈ হাঁহি বিৰিঙাইছিল। সিহঁতৰ লগতে সৰু ৰংমিলি গাঁওখনেও হাঁহিছিল।

ছাৰকিৰিৰ পিছত ছাৰইক তেৰাং ৰংমিলি গাঁৱৰ গাওঁবুঢ়া। সিয়েই গাঁও-খনৰ ছাৰথে, ছাৰবাছা। গাঁওখনৰ হাঁহি-কান্দোনৰ সমস্ত বোজা তাৰ ওপৰত। গাওঁবুঢ়া হোৱাৰ পিছত ৰংমিলিৰ ঐতিহ্য বহন কৰি প্ৰায় দুকুৰি বছৰ বাগৰি গ'ল—তাৰ জীৱনৰ ওপৰেদি। দুকোছা পাতল বগচুৰা গোঁফেৰে গাঠলু মানুহজন মূৰত চুলিৰ খোপা উলিয়াই মৰা লাহাৰঙীয়া এৰীয়া পাগুৰি। দুয়োফালে ওলমি থকা কাণৰ লতিৰ বহল ফুটাত ৰূপৰ ন'ৰিক। পিন্ধনত এখনি ফুলাম ৰিকং। উদং আটিল গাত জাম্বৰং[১] ওলোমাই ধীৰে ধীৰে পাহাৰৰপৰা নামি আহি ইংহিন আবিৰ[২] শিলচটাত ছাৰইক বহিলহি।

বৰপানীৰ শীতল পানীত হাত-মুখ ধুই সি ল'ৰিং পাতেৰে পকোৱা ধপাত জ্বলাই ললে। দিনটোৰ অৱসাদ-ক্লান্তি বৰপানীৰ অমৃত পৰশে যেন আঁতৰ কৰিলে। তাৰ মন প্ৰফুল্লিত হ'ল। কাৰ্বিসকলৰ জীৱন প্ৰদায়িনী জলস্ৰোত এয়া বৰপানী—কাৰ্বি লাংপি। উমিয়ামৰ চিৰচঞ্চল অশান্ত গতিছন্দ পাহৰি কাৰ্বি লংৰিত তাই যেন ধীৰ হ'ল। চিৰপ্ৰৱাহিত গতিৰে যেন তাই সকীয়াই দিছে—গতিৰ অৰ্থ সৃষ্টিৰ নতুন ৰহস্য। দুয়োকূল সেউজ কৰাৰ এক অভিনৱ কৌশল তাইৰ। উমৰাছি উমবাহু উমতিলিৰ চিৰ অশান্ত কলকলনি ঝৰঝৰণিত বিচাৰি নোপোৱা এই নতুন অৰ্থ বৰপানীৰ প্ৰৱাহত ছাৰইকহঁতে বিচাৰি পালে। বনৰীয়া লতাৰ মেৰপাক, বেঁতৰ বাঁহইটীয়া আঁচোৰ ইয়াত যেন নোহোৱা হ'ল! বৰপানীৰ মৰমী স্পৰ্শত ৰংমিলিৰ ঘৰে ঘৰে নতুন হাঁহিৰ ৰং। বাদম, কাছাং অমফ্ৰুহঁতৰ উৰালৰ ধুপধুপনিত এক নতুন সুৰ। ৰংমিলিৰ চাংঘৰে চাংঘৰে হাচ্ছা নৃত্য-গীতৰ অপূৰ্ব ছন্দ। জিৰছুঙৰ[৩] ডেকাবোৰৰ গগনা আৰু বাঁহীৰ সুৰত ৰংমিলিৰ আকাশ-বতাহ মুখৰিত।

কিন্তু সময়ৰ সোঁতত বৰপানীয়ে ৰংমিলি গাঁৱৰ পৰিস্থিতিকো সলনি কৰিলে। দিনবোৰ বাগৰাৰ লগে লগে পুনৰ অভাৱ-অনাটনে দেখা দিলে। কানি ৰৰবিহে মানুহবোৰক অকামিলা কৰিলে। লগতে কলাজ্বৰৰ প্ৰকোপে কাৰবি গাঁওবোৰক

---

১ কাৰবি জোলোঙা।
২ ইংহিন হ'ল এবিধ পাহাৰীয় বাঁহ। এনে বাঁহ থকা নৈৰ ভুবি।
৩ কাৰবিসকলৰ ডেকাচাং।

জোঁকাৰি থে গ'ল। ৰংমিলি গাঁওখনেও ইয়াৰপৰা মুক্তি নাপালে। বৰপানীৰ বকুতেই আছিল অমৃত আৰু গৰল মিহলি মিছনেৰী, আৰু ৰামধন কেঞ্ৰাৰ নাৱত আছিল নিমখৰ বস্তাত কানিৰ টোপোলা। ৰংমিলিৰ ঘৰে ঘৰে দেখা দিলে হাহাকাৰ, গাঁৱৰ ছাৰবাছা ছাৰইকৰ ওপৰত এই সমস্ত অভিশাপবোৰে হেঁচা মাৰি ধৰিলে যেন অকাৰণতেই।

ধপাত হুপি হুপি ধোৱাই থকা তাৰ আৰখনলৈ ঘূৰি চালে। আৰ খেতি কৰি কৰিয়েই মূৰৰ চুলিকেইডাল পকিল, কিন্তু ক'তা? আৰ্থিক অৱস্থাৰতো কোনো পৰিৱৰ্তনকে সি দেখা নাপালে। তাত পুঠিৰ অনাটনে, দুৰ্ভিক্ষই দিনে দিনে গাঁওখনৰ ৰূপ সলনি কৰি অহা সি দেখি আহিছে। টীকা পাহাৰত খ্ৰীষ্টিয়ান মিছনেৰী অহা কাৰণেই এনে দুদশা হোৱা বুলি হাবে-পিনপ'[8] সকলে কথা উলিয়ালে। গাঁৱৰ লিন্দকহঁতে এনেবোৰ কথা উলিয়ালে ছাৰইকে হাহে। আগ-গুৰি নোহোৱা এনেবোৰ কথাত সি কাণ নিদিয়ে। হাবে-পিনপ'সকলে গাঁৱে গাঁৱে জিৰছুং পাতিবলৈ দাবী কৰে। স্কুলত পঢ়িলে জিৰছুং ভাগিব আৰু কাৰবি সমাজখন হেনো আগ নাবাঢ়িব। জিৰছুঙৰ সহায়তহে আৰ্থিক উন্নতি হব---এইয়া হাবেসকলৰ প্ৰাচীনতম বদ্ধমূল ধাৰণা। ছাৰইক তেৰাঙে এনেবোৰ কথা সমূলি ভাল নাপায়। এতিয়া জিৰছুঙৰ যুগ নহয় বুলি বুজালেও হাবেছিকই নুবুজে। যুগৰ পৰিৱৰ্তনলৈ তেওঁৰ আৰোঁৰগোজ উদাসীন মনোভাৱ।

ক'তা, জিৰছুঙে আমাৰ গাঁওখনৰনো আৰ্থিক উন্নতি কি আনিছে? সমাজৰচোন একোৰেই পৰিৱৰ্তনৰ চিন দেখা দিয়া নাই। বৰং চিৰন্তন হাহাকাৰৰ ৰূপটোহে ক্ৰমান্বয়ে অধিক প্ৰকট হৈ আহিছে। টীকাৰ খ্ৰীষ্টিয়ান মিছন অহাতহে লংৰিত হাহাকাৰ হ'ল হেনো। ইফালে কেঞ্ৰা মহাজনৰ কানিৰ ধোৱাই যে গাঁওবোৰ উছন কৰিছে তাৰ খবৰেই নাই। শিল ডোখৰত বহি বহি সেই আচৰিত যুক্তিৰ কথাবোৰ সি ভাবি গ'ল।

কাষতে বহি জিভাখন উলিয়াই যোঁপাই থকা বাখৰটোৱে হঠাতে ভুক-ভুকাই উঠিল। তাৰ চিন্তাৰ আঁতডালো লগে লগে হেৰাই গ'ল। ইকৰা বনৰ মাজেৰে এজনী ম'হ ওলাই অহা সি দেখা পালে। ম'হজনী তাৰ গাঁৱৰেই। ৰিছু বাছা ছাৰএত ৰংহাঙৰ। সম্ভৱ দল হেৰুৱাই তাই এইফালে ওলাইছেহি—সি অনুমান কৰিলে।

লাহে লাহে সন্ধ্যা ঘনীভূত হৈ আহিবলৈ ধৰিলে। দূৰৰ পুনজা পাহাৰৰ ওখ চূড়া ৰেখাই পশ্চিম দিগন্তৰ সূৰুযৰ ৰাঙলী আভাক ক্ৰমে ঢাকি ধৰিলে। বৰপানী নৈৰ পাৰে পাৰে জাককৰা ম'হৰ টিলিঙাৰ শব্দবোৰ ভাহি আহিল। বোকাত লেটি লোৱা ম'হৰ গোন্ধৰ সৈতে নৈৰ পাৰৰ ভাং গছৰ গোন্ধ একাকাৰ হৈ ছাৰইকৰ নাকত লাগিলহি। গাঁৱৰ কোনোবা ডেকাই গোৱা প্ৰণয়-গীত এফাকি সি শুনিলে—

---

8 কাৰবি সমাজ-তন্ত্ৰৰ প্ৰধান বিষয়া।

বংঅ'ই মিৰ তামপে
নাংছনথত কেমে,
আৰে দাক পিৰথে।
ইথাক মানাইকে
দ'লাং আপ্ৰিনাপ্ৰে
বন্তা নাংৰাজে কে
আৰে আপ্ৰিনপ্ৰে।
ই----হু----হু----হু----।

গীত ফাকি শুনি ছাৰইকৰ মনৰপৰা দুখ-বেদনাৰ দুশ্চিন্তাবোৰ উৰি যোৱা ধপাতৰ ধোঁৱাৰ দৰেই খন্তেকলৈ আঁতৰিল। এক অপ্ৰত্যাশিত আমেজত তাৰ মুখত হাঁহি বিৰিঙি উঠিল। গীত ফাকি শুনি সি অনুমান কৰিলে সেয়া নিশ্চয় ছেং তেৰণৰ মাত। এৰাটো! সি ঠিকেই গাইছে। প্ৰিয়তমাৰ ৰূপ-সৌন্দৰ্যক ম্লান কৰিব পৰা দ্বিতীয় এগৰাকী আৰু এই পৃথিবীত নাই। জোন ৰূপহী হ'লেও গাত তাইৰ কলঙ্কৰ চেকা। কিন্তু প্ৰিয়তমাৰ ৰূপত যে একোৰেই চেকা নাই। পকোৱা ধপাতত দীঘল টান এটা দি সি বাকী ডোখৰ দলিয়াই দিলে।

ডেকা কালৰ কথা ছাৰইবে এখন্তেক মনলৈ আনিলে। জীৱনৰ সেয়া এক হেৰাই যোৱা অবিস্মৃত অধ্যায়। ৰঙীন পৃথিৱীৰ কল্পনাৰ ৰং বোলাই মুক্ত বিহঙ্গৰ দৰে উৰি ফুৰা এক মিঠা জীৱন আছিল সেয়া। অতীতৰ মধুৰ স্মৃতিবোৰে হিয়াত হেন্দোলনি তুলি তাক আমনি দিলে। জাকৰুৱা ম'হৰ চিনাকি গোন্ধৰ সৈতে তাৰ ডেকা জীৱনৰ মাদকতাৰ এক নিবিড় সম্পৰ্ক আছে। সি উপলব্ধি কৰিলে সূৰুযৰ ৰঙীন আভাবোৰ ক্ৰমে শেঁতা পৰি দিগন্ত ৰেখাত বিলীন হোৱাৰ দৰেই তাৰ ডেকা জীৱনৰ সময়বোৰো যেন ক্ৰমে ক্ৰমে হেৰাই গ'ল এক অনিশ্চয়তাৰ বকুত---চিৰদিনৰ বাবে।

নানা ধৰণৰ কথাবোৰ ভাবি ভাবি আহি থাকোঁতে সি লিন্দক তেৰণৰ পদূলিমুখ পালেহি। জুইৰ কাষত বহি থকা লিন্দক তেৰণক বেৰৰ জলঙাৰে দেখা পাই সি মাত লগালে----

ঃ ফু লিন্দক আছানে?

ঃ অঁ, আছোঁ। কোন? ফু কাংবুৰা নেকি?

ঃ অঁ। এইয়া, আৰৰপৰা আহি আছোঁ। মই পিছে নবহোঁ। তুমি অলপ পিছত মোৰ তালৈ আহিবাচোন। তোমাৰে সৈতে অলপ কথা আছে।

ঃ ভাল বাৰু।----বহাৰপৰাই লিন্দক তেৰণে শলাগিলে।

গাঁওখনৰ সোঁ-মাজতে ছাৰইক তেৰাঙৰ ঘৰ। পাঁচ-ছয় ফুট ওখ চাঙৰ ওপৰত সজা এটি চাংঘৰ। বৰঘৰ হেম্‌পি--পূবমূৱা কৰি সজোৱা। হেম্‌পিৰ ফালে মুখ কৰি ছাৰইকৰ চ'ৰাঘৰ--হংফাৰ্‌লা। হেম্‌পি আৰু হংফাৰ্‌লাৰ মাজত এখনি বহল মুকলি চাং-চোতাল। চাং-চোতালৰ সোঁ দাঁতিতে চাংঘৰলৈ

উঠা জখলা-দনদন। জখলাত গহীনাই খোজ দি চ'ৰাঘৰৰ ফাললৈ ছাৰইক আগুৱাই গ'ল। জুইশালৰ কাষতে পাৰি থোৱা পানীখনত সি বহিলহি। জোলোঙাৰ-পৰা বাতি উলিয়াই কাষতে থকা বংথেৰ৫ পানীৰে আউখালি ল'লে আৰু গৰম কৰি থোৱা কেটলিৰপৰা ফিকা চাহ এবাতি বাকি ললে। আওপুৰণি কেটলিটো জুইৰ কাষত পুনৰ বহুৱাই থলে। কেটলিটোৰ ডিঙিলৈকে জুয়ে পুৰি কৰা ডাঠ ক'লা ছাই। হেণ্ডেলডালৰ এফালে গজাল নাই বেতেৰে গাথি দিয়া। নতুন কেটলি এটা কিনি আনিবলৈ ঘৈণীয়েকে বহুবাৰ কৈছিল। ঘৈণীয়েকৰ খেচখেচনি বেছি হ'লে সি কয়---

ঃ এইয়া কামপুৰ বজাৰৰপৰা কিনি অনা কেটলি। এনে কেটলি আজি কালি ক'ত পাবা ?

বেছি তপত হৈ থকা ফিকা চাহখিনিত সি অলপমান পানী ঢালি চেঁচা কৰি ললে। চাহপানী কেইঢোকমান গিলি ঘৈণীয়েকক মাতিলে---

ঃ অ' অমফুৰ মাক !

বৰঘৰৰ ভিতৰৰপৰা ওলাই আহিল অমফুৰ মাক--কাছাং ৰংহাংপী। জখলাৰ ফালে এপাক চাই জীয়েকৰ ওপৰত খং কৰি কৰি চ'ৰাঘৰৰ ফালে আহিল তাই।

ঃ এই গধূলি পৰত অমফুজনীনো ক'লৈ যায়। বুকুৰা-গাহৰি চপাবৰ খবৰ নাই, দিনটো ইঘৰ-সিঘৰ কৰি ঘূৰি ফুৰাহে তাইৰ কাম। এইখন ঘৰ চলিব কেনেকৈ বাৰু ?

ঃ এ--হ--হ'ব দিয়া। তাই আৰু নুবজা ছোৱালীনে ? কিবা কাম আছে চাগে সেয়ে গৈছে।---চাহৰ বাতিত শোহা মাৰি ছাৰইকে ঘৈণীয়েকৰ কথাত বাধা দিলে।

ঃ এইদৰেই লাই দি দি ছোৱালীজনীৰ সৰ্বনাশ কৰিলে। আপোনাৰ কাৰণে কথা এষাৰো ক'ব নোৱাৰি, তাইক এতিয়া বন এটালৈকো পাচিব নোৱাৰা হ'লোঁ। ----তাই গিৰিয়েকক দোষখিনি দি জুইশালৰ কাষতে বহিলহি।

কাষতে থকা খৰি দুচটামান তাই জুইত আগবঢ়াই দিলে। জুইৰ পোহৰত কাছাং ৰংহাংপীৰ মুখখন জিলিকি উঠিল। বয়সৰ চাপ পৰিছে যদিও তাইৰ স্বাভাৱিক স্বাস্থ্যক বয়সে ম্লান কৰিব পৰা নাই। তাই পৰিধান কৰা আ-অলঙ্কাৰ-বোৰে সম্ভ্ৰান্ত কাৰবি নাৰীৰ সৌন্দৰ্যবোধৰ পৰিচয় দিব পাৰিছে। তাইৰ দুয়োখন হাতত ৰূপৰ খাৰু--ৰই পেংখাৰা। কাণ দুখনত ৰূপৰ ফুল-থুৰীয়া--ন'থেংপি। জুইৰ পোহৰত লৰি থকা ৰূপৰ থুৰীয়া দুটা চিকমিকাই আছে। বুঢ়া আঙুলিৰ বাদে কেউটা আঙুলিত ৰূপ আৰু পিতলৰ আঙঠি,---আৰ নানেৰে ঠাহ খোৱা। কপালৰ সোঁ মাজেদি নাকৰ ওপৰেৰে থুঁতৰিলৈকে বৈ পৰা এডাল ক'লা আঁক---দুক। ক'লা দুক যেন কাৰবি নাৰীৰ চিৰন্তন ঐতিহ্যৰ স্বাক্ষৰ। মেৰিয়াই থব

---

৫ পানী থোৱা এবিধ ডিঙি থকা ডাঙৰ লাওৰ পাত্ৰ।

পৰা সৰু সোনা 'চুই'ৰপৰা পাণছালি উলিয়াই তাই চোবাবলৈ ধৰিলে। ধুনীয়া সোনাৰ চেইনডালো কাপৰ। ক'লা-ৰঙা সতাৰে বনকৰা সোনাৰ ওপৰত শাৰী শাৰীকৈ সিকি-আধলিবোৰ লগোৱা। মুদাবোৰত মহাৰাণী ভিক্টোৰীয়াৰ মোহৰ জিলিকি আছে। এনে 'চুই' হাতত থকাটো সম্ভ্ৰান্ত কাৰবি নাৰীৰ পৰিচায়ক।

গাঁওবুঢ়াৰ গোটেই ঘৰখনৰে গাওঁখনৰ ওপৰত প্ৰতিপত্তি অধিক। ছাৰইকৰ ওপৰত গাঁওখনৰ সমস্যা সিমান কাছাং ৰংহাংপীৰ ওপৰতো তাতকৈ কম নহয়। তাই গাঁওখনৰ বাছাপী[৬]। তাইৰ দিহা-পৰামৰ্শ লৈহে গাঁওখনৰ তিৰোতাবোৰে চলিব লাগে। গাঁওখনৰ খা-খবৰো বাছাপীয়ে ৰাখিব লাগে। গাওঁখনৰ সুস্থতা বাছাপীৰ ওপৰতো কম নিৰ্ভৰশীল নহয়।

টেমীৰপৰা পাণ অকণমান উলিয়াই তাই মুখত দিলে। টেমীটো সৰু। ধুনীয়া। কাপৰে গঢ়া। পাণছালি চোবাই চোবাই তাই ক'লে----

ঃ ধান বিচাৰি কাৰেং ৰংফাৰপী অথানি আহিছিল। আজি দুসাজ হ'ল সেইলো ল'ৰা-ছোৱালীক ভাত এমুঠি মুখত দিবলৈকে পৰা নাই। ধানৰ বতৰত সোনা ধুৰাই দিবহি। গাওঁখনৰ অবস্থা যে দিনে দিনে কি হৈ আহিছে!

ঃ ধানৰ বতৰত ধান দিয়াটো হ'বহে। ফাগুন মাহ যাবৰ হ'লেই এতিয়া-বৈবে আৰ কটায়ে নাই। পিছদিনৰ কানিৰ চিন্তাই কৰিব নে ভাতমুঠিৰ চিন্তাকে কৰিব? ৰামধন কেওঁৰ ঘৰত শেষত নিজে বিক্ৰী নগ'লেই হৈছে!

ৰাতিৰ চাহটোপা শেষ কৰি একাষত থৈ ঘৈণীয়েকে আগ বঢ়োৱা পাণছালি মুখত ভৰাই ছাৰইকে পুনৰ ক'লে----

ঃ আজি আমাৰ আৰত জুই দিলোঁ। এমুৰৰপৰা সৰু সুন্দৰভাবে জুয়ে খাই পৰিষ্কাৰ কৰিছে। মাটিডোখৰ মোকলাবলৈ এই বছৰ বিশেষ অসুবিধা নহ'ব যেন পাইছোঁ।

ঃ বৰষুণ এজাকমান পৰিলে আল-কচকে লগামগৈ। যোৱা বছৰতকৈ এই বছৰ মাটিডোখৰ সাৰুৱানে বাৰু?

ঃ মাটিডোখৰ দেখাত বেছ ফৰফৰীয়া আৰু ক'লা। কেঁচু-মটাৰে ভৰি থকা বাবেই অনুমান কৰিছোঁ, মাটিডোখৰ সাৰুৱা হ'ব লাগে। পিছে নহয়, টংটো ক'ত সাজিবা?

মুখৰ পিক সোপা চাং ঘৰৰ ফাকেৰে তললৈ পেলাই ছাৰইকে ঘৈণীয়েকৰ উত্তৰৰ বাবে অপেক্ষা কৰিলে।

ঃ আৰখনৰ মাজডোখৰতেই ভাল হ'ব। ---ঘৈণীয়েকে ক'লে।

ঃ টং সাজিবলৈ ফেৰাংককে লগ ধৰিব লাগিব। আৰু খেতি কৰিবলৈকো মাটি কমি আহিল অমফুৰ মাক। ভৈয়ামৰ নিচিনাকৈ আমিও পানী খেতিৰ ব্যৱস্থা নকৰিলে বিপদেই হ'ব।

---

৬ গাঁওখনৰ মুখিয়াল তিৰোতা, গাঁওবুঢ়ানী।

ঃ এৰা, ৰাইজে মিলি পথাৰৰ বাবে মাটিৰ ব্যৱস্থা কৰক। দিনক দিনে ৰাইজৰ অৱস্থাও বেয়া হৈছে আহিছে। বনৰীয়া আলু খাই মানুহবোৰ নিশকতীয়া হৈ পৰিছে।

ঃ সোনকালে ব্যৱস্থা কৰিব লাগিব। ৰিছ'বাছাহতৰ লগত এদিন আলোচনা কৰিব লাগিব। ——কথাখিনি কৈ ছাৰইক যেন কিছু চিন্তিত হ'ল—— ঘৈণীয়েকে কথাটো মন কৰিলে। গিৰিয়েকৰ কথাত একো মন্তব্য নিদি তাই সুধিলে—

ঃ অথনি ৰংফাৰপীয়ে আপোনালৈ বুলি মদ এবটল আনিছিল। খাব নেকি ?

ঃ আনিছে যেতিয়া দিয়া। বেচেৰীহঁতৰ কানিয়ে শেষ কৰিলে। সন্মানভতিৰে চাৰইক কথাবোৰ ক'লে।

ঃ অকল সিহঁতকেইজনে ? কাৰেং কাক্ৰংহঁতৰ কিটোনো আছে। ঘৰত উঠি অহা গাভৰু। পিন্ধিবলৈকে পৌনি৭ এডোখৰ নাই। মোৰ পুৰণি পৌনিখনকেহে দিছোঁ। বাপকটো কানীয়াই, ইফালে মাকেও বোলে পাণছালিৰ লগত কানি খায়।

ভিতৰলৈ উঠি যাব খোজোতেই অমফু আৰু হেমাইক অহা দেখি তাই অমফুক ক'লে----

ঃ ছাংৰাংতিক৮টোৰ কাষতে মদ এবটল আছে লৈ আনচোন আই।

অমফু ঘৰৰ ভিতৰলৈ সোমাই গ'ল। ছাৰইকৰ একমাত্ৰ ল'ৰা হেমাই তেৰাং। সি চ'ৰাঘৰৰফালে আওবাই আহিল। লগৰীয়াবোৰৰ সৈতে ঘিলা খেলি খেলি সি ৰাতি কৰিলে। বায়েকে পাই তাক লগত লৈ আহিছে। হাতৰ ঘিলাটো বেৰত ওলমি থকা মোনাখনত ভৰাই থলে। বেৰখনৰ ওপৰত টোপনিয়াই থকা ভাটৌজনীক দেখি সি মাকক সুধিলে---

ঃ আই, মোৰ ভাটৌজনীক খাবলৈ কিবা দিছানে নাই।

ঃ তহঁতলৈকে চাম নে তোৰ ভাটৌজনীৰে খবৰ লম অ' ?

শুই থকা ভাটৌজনীৰ গাত হাত বুলাই সি মৰম কৰিলে। ভাটৌজনীয়ে সাৰ পাই কেককেক কৰি মাতিব'ল ধৰিলে।

ঃ হেমাই, ৰাতি হ'ল। তাইক আমনি নিদিবি——বাপেকে ধমক দি ক'লে।

ভাটৌজনীক এৰি সি মাকৰ কাষত দীঘল দি ভোক লাগিছে বুলি মাকক আমনি দিবলৈ ধৰিলে। দিনটো খেলি ভাগৰি পৰা হেমাইয়ে মাকে আগ বঢ়াই দিয়া জুইত পোৰা বনৰীয়া কাঠ আলু এডোখৰ চোবাবলৈ ধৰিলে।

বটলত হাত ফুৰাই ফুৰাই অমফুৱে দেউতাকৰ কাষত মদৰ বটলটো থলেহি। দেউতাকৰ বাতিটো আওখালি থাকোঁতে মাকে তাইক ক'লে—

---

৭ কাৰবি তিৰোতাৰ মেখেলা (ইয়াৰ ঘেৰটোত চিলাই নাথাকে)।

৮ চাউল ৰখা কলহ।

ঃ গধূলি সময়ত ক'লৈ যাব, আই। ঘৰৰ ইমানবোৰ কাম। চ'তুন পূজাৰ দিনো বেছি নাই। মদ-পানী-চাউলৰ যোগাৰো যথেষ্ট হোৱা নাই। মই কোনফালে কিমান চকু দিম ?

ঃ নহয় আই, নেং৯ কাদমহঁতৰ তালৈ গৈছিলোঁ। আমতেৰেং বজাৰলৈ যাব নেকি খবৰ ললোঁ। অলপ সময় ইফাল-সিফাল হ'লেই আয়ে যে আক্ক---। অভিমান কৰি তাই ক'লে।

ছাৰইকে কিবা ক'ব খোজোঁতেই পদুলিমুখত কাবোবাৰ গল খেকাৰি শুনি "কোন আহিছে আই চাচোন" বুলি জীয়েকক ক'লে। বেৰৰ কাষত নিশ্চিন্ত মনে শুই থকা কুকুৰটোৱে গেঁঙেৰি মাৰি পুনৰ কুঁচি-মুচি শুই থাকিল। অমফুৱে বহাৰ পৰা উঠিবলৈ খোজোতেই সিফালৰপৰা মাত দিলে--

ঃ ফু কাংবুৰা, ঘৰত আছেনে ?

ঃ কোন ? অ' লিন্দক। আহা আহা। তোমাৰ কথা পাহৰিছিলোঁৱেই। বয়সৰ কাৰণেই নেকি, পাহৰাটো আজিকালি মোৰ স্বভাৱত পৰিণত হৈছে।--- ছাৰইকে হাঁহি হাঁহি ক'লে।

ঃ কিবা সকাম পাতিছে নেকি ?---চাংখনৰ ওপৰত খোজ'বাৰ থৰক-বৰুৰু-কৈ পেলাই লিন্দকে সুধিলে।

ঃ নাই, কিনো সকাম পাতিবা। আই সৌ চাৰিখন পাৰি দে।--মাকৰ ওচৰতে বহি থকা অমফুক ক'লে।

অমফুৱে চাৰিখন আনি পাৰি দিলে। পাৰি দিয়া চাৰিখনত লিন্দকে লেপেট খাই বহি ল'লে। অমফুৰ মাকে জুহালৰ খৰিকেইডাল আগ বঢ়াই দিলে। হং-ফাৰলা১০ৰ ভিতৰখিনি অলপ বেছি পোহৰ হৈ উঠিল। জুইৰ শিখাবোৰ ক'লা-বৰণীয়া মদৰ বটলত পৰি নাচিবলৈ ধৰিলে। পাতল ডাঢ়ি অবিন্যস্ত চুলিৰ খোপা, মদ খাবলৈ ধৰা চকু দুটাৰে লিন্দকৰ চেহেৰাও প্ৰকাশ পালে। বটলত নাচি থকা জুই-শিখাৰ সৈতে তাৰ চকু দুটাও নাচিবলৈ ধৰিলে। সেয়া বটল যে তাৰ ঘৰৰ বটলটো চাই সি ধৰিব পাৰিলে। একেৰাহে চাই থকা নিদ্ৰালু চকু দুটা দেখিলেই ধৰিব পাৰি যে তাৰ গাত এতিয়াও কানিৰ ৰাগী।

ঃ এইয়া, তোমালোকৰ ঘৰৰ মদ। তুমি আহিলা ভালেই হ'ল। লগে-ভাগে খাবলৈ পালে আনন্দ লাগে। —বটলত হাত ফুৰাই ফুৰাই ছাৰইকে ক'লে।

ঃ এৰা, ছেঙৰ মাকে আহোঁতে মোক কৈছিল। তাতে আপুনিও মাতিলে। ঠিকে ঠিকেই পালোঁহি। ---কাহ মাৰি মাৰি সি ক'লে।

ঃ আছে কপালত নিয়ে কোনে----কথাতেই কয় নহয় ? তোমাৰো কপাল-ফেৰা আছে। আই, বাতি এটা তোমাৰ আতালৈকো আনা।

অমফুৱে বাতি এটা আনি দি লিন্দকক জোকালে----

---

৯ বান্ধৱী।

১০ কাৰবিসকলৰ চ'ৰাঘৰ।

ঃ ফুৰ চকুত কানিৰ নিচা আছেই, মদৰ নিচাৰে কি হ'ব ? কানি টিকিৰাহে দিব লাগিছিল, নহয় জানো ফু ?

ঃ এৰা আই কানিৰ নিচাত কিবা মোহিনী আছে অ'। লিন্দকৰ কথাত মৃদু হাঁহিৰ গুঞ্জন ছাৰইকহঁতৰ চ'ৰাঘৰত ভাহি উঠিল।

মদ বাকি লৈ দুয়ো দেৱতালৈ অৰ্পণ কৰিলে। সোঁ হাতৰ তৰ্জনী আঙুলিৰ আগটো মদৰ বাটিত জুবুৰিয়াই বাওঁহাতৰ বুঢ়া আঙুলিৰ ওপৰ গাঁথিত আঙু-লিটো স্পৰ্শ কৰি প্ৰাথনা কৰিলে। প্ৰাথনাৰ শেষত আঙুলিত লাগি থকা মদৰ টোপালখিনি টোকৰ মাৰি চাংখনৰ ওপৰত পেলাই দিলে। তাৰ পিছত দুয়ো মদ খাবলৈ ধৰিলে। মদ এটোক খাই ছাৰইকে ক'লে—

ঃ বেছ ভাল মদ। তোমাৰ গহিণীয়ে বৰ ভাল মদ বনাব জানে অ'। অমফুৰ মাক, তুমিও এটোকমান খাই চোৱাচোন।

বাতি এটাত অলপ ঢালি সি ঘৈণীয়েকলৈ আগ বঢ়াই দিলে। এটোক খাই তাইয়ো প্ৰশংসা কৰি ক'লে—

ঃ এৰা তাইৰ হাতত লখিমী আছে। নিজে নেখাইও তাই আনক খুৱাবই। বাছাপীৰ কথা শুনি লিন্দকে ঢেক ঢেক কৈ হাঁহি ক'লে—

ঃ ইছ নী[১১] বাছাপীৰো কথা যে! তাই ইমান লখিমীজনী হোৱাহেঁতেন বছৰৰ আৰম্ভণিতেনো আমাব খোৱা মুঠিৰ হাহাকাৰ হয়নে ?

ঃ ভৰালত ধান থাকিলেহে হয়নে ? নিজে নেখাইওচোন তাই আপোনাক খুৱাইছে, নিজে নিপিন্ধিও তাই আপোনাক পিন্ধাইছে। সেয়া জানো কম ? এনে তিৰোতা গাঁওখনত কেইজনী আছে ?

ঃ কথাটো মিছা নহয়, পিছে----বুলি সি কিবা ক'বলৈ ধৰোঁতে ছাৰইকে ৰসিকতা কৰি ক'লে---

ঃ পিছে তুমি জানা নে নেজানা ফু লিন্দকে আৰৰ জুইৰ ধোঁৱাতকৈ কানি-টিকিৰাৰ ধোঁৱাকহে বেছি ভাল পায় ?

ছাৰইকৰ কথা শুনি আটাইবোৰে হাঁহিলে। হাঁহিৰ খলকনিত টোপনি যোৱা হেমাইয়ো লুটি বাগৰ মাৰিলে।

ঃ ফু কাংবুৰাইও যে কথাবোৰ কয় আৰু!—এই বুলি কৈ লিন্দকেও হাঁহিত যোগ দিলে।

ছাৰইকৰ চ'ৰাঘৰত কিছু সময় হাঁহিয়ে বিৰাজ কৰিলে। চোতালত জোনৰ কোমল পোহৰ উপচি পৰিল।

জুহালৰ ওপৰত ওলোমাই থোৱা ধোঁৱা-চাং ৰাপ ছ'ৰ ফালে চাই বাছাপীয়ে জীয়েকক ক'লে—

ঃ আই, তোমাৰ আতায়ে খালী মদকে খাই আছে। চোৱাচোন, সৌ

---

১১ বায়েক, শাহুয়েক। কেতিয়াবা সম্ভ্ৰান্ত-সূচক সম্বোধনাৰ্থত ব্যৱহৃত হয়। ইয়াত "বাই" অৰ্থত ব্যৱহৃত হৈছে।

চুঙাটোত শুকাই থোৱা মাছ আছে নেকি? আছে যদি অলপ জুইত সেকি দিয়াচোন।

অমফুৱে দীঘল ৰঙচুৱা বাঁহৰ চুঙা এটা টানি উলিয়াই আনিলে। চুঙাটোৰ ভিতৰত মাছ কেইডোখৰমান আছিল। সেইবোৰকে জুইত সেকি, কলপাতত নিমখ আৰু কেইটামান ফিৰিঙি জলকীয়াৰে বিলাই দি তাই সন্ধ্যা সাজৰ কাৰণে ৰৰঘৰ 'কুত'লৈকে সোমাই গ'ল।

ঃ ঘৰতো একো নাই। উমৰা গাঁৱৰ মানুহে লাংপিত বিহ দিছিল। তাৰে দুটামান মাছ আনি দিছিল। তাকে শুকুৱাই মেলি থৈছিলোঁ। মাছ-পুঠি মাৰিব-লৈকো সময় নিমিলা হ'ল।—লিন্দকলৈ উদ্দেশ্য কৰি বাছাপীয়ে ক'লে।

শুকান মাছ এডোখৰত নিমখ সানি মাছডোখৰ চোবাই চোবাই লিন্দকে ক'লে——

ঃ হ'ব নী, কিটোনো লাগিছে। পিছে ফু কাংবুৰাই কিয় বা মাতিলে?

ঃ তোমাক বিচৰাৰ কাৰণ বহুত। অহা সপ্তাহত চ'জুন পূজাৰ বাবে দিন-বাৰ ঠিক কৰিছোঁ। পূজাৰ প্ৰায়খিনি যোগাৰ হোবাৰ নিচিনাই। খেতিলৈ নমাৰ আগতে নিজঙাল হৈ ল'বৰ ইচ্ছা।

ঃ ফু আৰনামে সৎ কথাকেই চিন্তা কৰিছে। আপোনাৰ যত্নতে আমাৰ নিচিনা ডাল-দৰিদ্ৰবোৰৰ মুক্তি হওক।

ঃ চাবলৈ গ'লে পূজা অনুষ্ঠানটো সমূহ ৰাইজৰেই, যা-যোগাৰখিনিহে আমাৰ। ৰাইজৰ মংগল হ'লেই আমাৰো মংগল। কি কোৱা?

ঃ এৰাতোন।——ছাৰইকৰ কথাত লিন্দকে শলাগিলে।

দুয়ো পৰম তৃপ্তিৰে মদ খাই নানা কথা পাতিলে। নিজৰ দুখ-দুৰ্গতিৰ লগতে লিন্দকে ধান এপৰামানৰ কথাও ক'লে।

ঃ ছাৰইক থকালৈকে লিন্দক তেৰণে খাবলৈ নাপাই মৰিবনে?——এই বুলি কৈ বটলৰ অৱশিষ্ট মদখিনি দুয়ো বাকি ল'লে। শেষ ঢোকা মদ গিলি ছাৰ-ইকে পুনৰ ক'লে——

ঃ কালিলৈ ভাগিনীজনীক পঠিয়াই দিবা। এদাংমান ধান লৈ যাওকহি। পূজাৰ কাৰণে মদ নহবও পাৰে। দহ-পোন্ধৰ বটলমান মদ সিজাবলৈ দিবা। তুমি কালিলৈ ৰিছ' বাছা মুতিয়াৰহঁতক মোৰ ইয়ালৈ আহিবলৈ খবৰটো দিবাচোন।

ঃ ভাল বাৰু। ৰাতিও ভালেমান হ'লহি। মই এতিয়া উঠোহে।

ঃ শুদাই-নিকাই ভাত এসাজ খাই যাওক।—বাছাপীয়ে লিন্দকক ভাত খাই যাবলৈ অনুৰোধ কৰিলে।

ঃ নী বাছাপী, হব। মই ভাত খাই আহিছোঁ। —সি ক'লে।

বাছাপীয়ে বেছি কথা নুসুধিলে। চাউল ক'ত পালে বুলি সুধিবৰ ইচ্ছা কৰিও তাই মনে মনে থাকিল। ছাৰইকৰ পৰা বিদায় লৈ সি যাবলৈ উঠিল। নৱমীৰ জোন টীকা পাহাৰৰ ওপৰ পালেহি। নিচাৰ জালত লিন্দকৰ খোজবোৰ থৰক-বৰক হৈ পৰিছিল। কাহি কাহি লিন্দক তেৰণ ঘৰমুৱা হ'ল।

ইতিমধ্যে অমফুৱে ভাত বাঢ়ি আনিলে। ভাত খোৱাৰ ছেগতে অমফুৱে বাপেকক ক'লে—

ঃ দেউতা, কাইলৈ আমতেৰেং বজাৰ। কাদমতো যাব। মৰো যামনে দেউতা? মই ন'থেংপি১২ এযোৰ লওঁ বুলি ভাবিছোঁ।

ঃ বাৰু যাবি দে। পিছে কাণৰ থুৰীয়া এতিয়াই কিনিব নালাগে। মোৰ চিনাকি খাছীয়া বেপাৰীজন ৰ'থাতলাংছ' হাটলৈকে আহে। ইয়াতেই কিনি দিম।

দেউতাকৰ কথাত অমফুৱে 'অ' বলি শলাগি থলে। ছাৰইকৰ চাংঘৰখনো ক্ৰমে নিজম পৰি আহিবলৈ ধৰিলে। ৰাতিৰ ৰংমিলিখনো লাহে লাহে নীৰৱ হৈ আহিল। গাঁৱৰ অ'ত ত'ত কুকুৰৰ ভুক-ভুকনি। জিৰছঙৰ 'তেৰাং' ঘৰৰ বাঁহী, গগনাৰ সুৰো লাহে লাহে নীৰৱ হৈ আহিবলৈ ধৰিলে। হুদুৰ মাতত ৰাতিটো ক্ৰমে জয়াল হৈ আহিল। বৈঠালাংছ'ৰ চাৰিওফালে জোনৰ কোমল পোহৰে ছাটি ধৰিলে। জোনৰ পোহৰত জিলমিলাই উঠা কাৰবি লাংপিৰ শান্ত জলস্ৰোতে ৰং-মিলিক সাবটি মৰম জনাই বৈ যাব ধৰিলে—নীৰৱে। নিশ্চুপ প্ৰকৃতিৰ প্ৰকৃত জোনৰ পোহৰ আৰু বৰপানীৰ অবিশ্ৰান্ত সোতে প্ৰকাশ কৰি থাকিল গতিৰ কথা সচেতন গতিৰ কথা।

## দুই

ঃ ৰিছ'বাছা ঘৰত আছানে?

ঃ কোন, ফেৰাংকে নেকি?

ঃ অ' হয় মায়হে।

ঃ ইমান পুৱাতে কিবা সকাম আছে নেকি?

ঃ সকাম মোৰ নহয়। ছাৰবাছাৰ ঘৰতহে। আজি গধূলি ছাৰবাছাৰ ঘৰত এখন্তেক আহিবাচোন। খবৰ ইমানেই।

ঃ ভাল বাৰু। ধপাত খাই নেযায় জানো?

ঃ নাই, নাখাওঁ। পলম হব। আৰলৈ যাবৰ হ'লেই। সোনকালে বুৰতি-মেনক খবৰটো দি আহোঁ। যাওঁদেই।

ঃ হব বাৰু।—ৰিছ'বাছাই চমুকৈ শলাগি থ'লে।

ৰংমিলি গাঁৱৰ ঘৰে ঘৰে ৰাতিপুৱাই ইমুৰৰপৰা সিমুৰলৈ ফেৰাংকেই খবৰটো জনাই দিলে। বেলি উঠি অহাৰ লগে লগে গাঁৱৰ মুনিহ-তিৰোতাবোৰে নিজৰ নিজৰ কামলৈ দিহা-দিহি ওলাই গ'ল। এজাক ধনেশ পক্ষী ৰংমিলিৰ আকাশেদি উৰি গুচি গ'ল—দুৰণিৰ ফালে।

১২ ৰূপেৰে গঢ়া মাকৈগুটীয়া এবিধ কাণৰ থুৰীয়া।

কাং তিমুং। ৰংমিলি গাঁৱৰ ফেৰাংকো১৩ গাঁৱৰ মানুহখিনিয়ে তাক নাম কাঢ়ি নামাতে । তাৰ পৰিচিত নাম----ফেৰাংকে । ফেৰাংকে মানুহজন তজবজীয়া আৰু বাঁওয়াল । তাৰ দেহৰ আটিল মাংসপেশীবোৰে সুস্বাস্থ্যৰ সম্ভেদ দাঙি ধৰিছে । ল'ৰিং গছৰ পাতেৰে পকোৱা ধপাত হুপি হুপি ফেৰাংকেও আৰলৈ ওলাল । আগে আগে ঘৈণীয়েক---কাজিৰ বেপী । তাইৰ পিঠিত এটি ডাঙৰ খাং। উলটি আহোঁতে সম্ভৱ খৰি আনিব । কাং তিমুঙে কঁকালত দা ভৰোৱা খাপ বান্ধি লৈছে । খাপটো কাঠৰ। ওপৰত ভীমৰাজ চৰাইৰ ছবি কটা। খাপত ভৰাই থোৱা দাখনে তাৰ উঠা-নমা খোজত খটক খটক টক-খটক কৈ শব্দ কৰি গৈছে। সেয়া যেন নীৰৱে গৈ থকা দম্পতীহালৰ গতিৰ কথাকে সূচনা কৰিছে ।

লঠঙা কাঠনিত বিবিধ চৰাইৰ কজনে সজীৱ কৰি তুলিলে । আগে আগে গৈ থকা ঘৈণীয়েকক উদ্দেশ্য কৰি কাং তিমঙে মাত দিলে----

ঃ শুনিছানে ?

ঃ কি ?

ঃ আৰ খেতি বাদ দিবই লাগিব যেন পাইছো ।

ঃ কিয় ? কি কৰি খাব ?---উত্তৰ নোচোৱাকৈয়ে তাই গিৰিয়েকক প্ৰশ্ন কৰিলে ।

ঃ কিবা এটা কৰি খাব লাগিব । তুমিয়েই চোৱাচোন আৰ কাটিব এবা পাহাৰ ক'ত ? দিনে দিনে পাহাৰবোৰ টকলা হৈহে গৈছে । খেতিও বছৰে বছৰে বেয়াহে হৈছে ।----সন্মুখৰ টকলা পাহাৰবোৰলৈ চাই কাং তিমুঙে ক'লে ।

ঃ কথাটো হয় । পিছে উপায় কি ?---সুৰুক কৰি উৰি যোৱা চৰাইটোলৈ লক্ষ্য কৰি ঘৈণীয়েকে প্ৰশ্ন কৰিলে ।

ঃ উপায় ওলাব দিয়াচোন । ল'ৰেৰ সংৰাম আৰু আমতেৰেঙৰ খাছীয়া কেইঘৰে দেখোন আৰ খেতি নকৰাকৈয়ে সুখেৰে খাই আছে ।

ঃ আমাৰ হোজা বুদ্ধিৰ মানুহে সেইবোৰ ঢুকি নাপায় । হাজাৰবাৰ জনম ললেও টোকোনা কপালত সুখ কি বস্তু বজি নাপাম !

দুয়ো কথা পাতি পাতি জুমতলী পালেগৈ । জুমতলীৰ বাষত থিয় দি ঘৈণীয়েকলৈ চাই কাং তিমুঙে ক'লে----

ঃ লংকিৰ মাক তুমি চোৱাচোন এই বছৰ বাৰু ইয়াতে খেতি কৰিলোঁ কিন্তু অহা বছৰ কোন ফালে আৰ কাটিম ? চেকছ' পাহাৰৰফালে আৰ কাটিবলৈ গ'লে ঘৰৰপৰা বহুত দূৰ হ'ব । অগত্যা ঘৰখনেই তালৈ উঠি যাব লাগিব ।

ঃ এবাটো কথাটো মিছা নহয় । পিছে নহয় লংকিৰ দেউতাক, চেকছ' পাহাৰৰ ফালে মন নেমেলিব ----সন্ত্ৰাস মিহলি দৃষ্টিৰে কাজিৰে ক'লে ।

ঃ কিয় ?---ঘৈণীয়েকে আগ বঢ়াই দিয়া পাণ-ছালি মুখত দি সি প্ৰশ্ন কৰিলে।

অলপ সময় ইফালে সিফালে চাই কাজিৰে লাহেকৈ ক'লে,----

---

১৩ গাঁৱৰ বাৰিকা ।

ঃ তাত হেনো কেংলংপ'১৪ আছে। সেই দ'তটোলৈ বৰ ভয় লাগে।

ঃ তোমাৰো যে ভয়টো!---হাঁহি মাৰি কাঙে ক'লে।

ঃ দক্ষিণফালৰ পাহাৰলৈ যাব নোৱাৰি জানো?---সমস্যা সমাধানৰ আশাৰে তাই গিৰিয়েকলৈ পৰামৰ্শ আগ বঢ়ালে।

ঃ দক্ষিণফাললৈ ক'ত যাবা? সৌৱা দেখোন টীকা পাহাৰ। তাত বগা চাহাবে লোহাৰ খুটা পুতি গিজাঘৰ সজালে। তেতিয়াবে পৰা টীকা ছাৰপ'ৰ খং উঠিয়েই আছে। তাত আৰু কাটি দেৱতাৰ কোপানলত ধ্বংস হবলৈ নাযাওঁদেই লংকিৰ মাক।

গিৰিয়েকৰ মুখত বগা চাহাবৰ নাম শুনি তাই বৰ ভয় খালে। কিৰবেন বুলি পৰিচিত কাৰবেল চাহাবে অখ্ৰীষ্টিয়ান কাৰবিসকলৰ ওপৰত কৰা জুলুমৰ কাহিনীবোৰ তাই সৰুতে শুনিছিল। আৰু শুনিছিল টীকা পাহাৰৰ দেৱতা টীকা ছাৰপ'ৰ ভয় লগা কাহিনীবোৰ। এইবোৰ জানি-শুনি কোন সতেনো তাই গিৰিয়েকক সেইফালে আৰু কাটিব'ল পৰামৰ্শ দিছিল। তাই নিজকে ধিককাৰ দি গিৰিয়েকক ক'লে---

ঃ নালাগে লংকিৰ দেউতাক! অহা বছৰ লাগিলে বনৰীয়া আলুকে খাম। মোৰে শপত, আপুনি সিফালে নাচাপিব। ---তাই ভয়ে ভয়ে ওখ পাহাৰখনলৈ চালে। ধোঁৱাবৰণীয়া পাহাৰখনৰ ওচৰত জগৰ লগাৱা বুলি ভাবি তাই সেপ ঢুকিলে।

জুয়ে পুৰি পৰিষ্কাৰ কৰা মাটিৰ অ'ত ত'ত থকা গছৰ মঢ়োবোৰৰ কাষে কাষে আলু-কচুৰ সঁচবোৰ তাই সযতনে পুতিলে। গছৰ ডাল আৰু জেং ঠাহ খাই থকা এচলীয়া খালৰ কাষত ৰঙালাউৰ গুটিবোৰ ওঁজি ওঁজি তাই ক'লে---

ঃ যোৱাবাৰৰ ৰ'থাতলাংছু বজাৰত লাংচিংবাৰ গাঁৱৰ নী কানংহতে কথা পতা শুনিছিলোঁ। বগা চাহাব অহাৰপৰাহে বোলে ধান খেতিও কমি আহিল। লংৰিত খ্ৰীষ্টিয়ান ধৰ্ম সোমোৱা কাৰণে হেমফু দেৱতাৰ খং। খেতি বেয়া হোৱাৰ সেয়ে কাৰণ হেনো। কথাটো হয়নে লংকিৰ দেউতাক? জুয়ে নোখোৱা গছৰ ডালবোৰ গোটাই সি এঠাইত দ'মাই যাবলৈ ধৰিলে। শুকান গছৰ ডাল এডাল কাটি কাটি ঘৈণীয়েকৰ কথাবোৰ শুনি গ'ল। গছৰ ডাল এডোখৰ কাটি তললৈ বগৰাই দি সি ক'লে---

ঃ এৰা, হ'বও পাৰে। আজি গধুলি ছাৰবাছাৰ ঘৰত সমাজ বহিব। খেতিৰ সমস্যা সম্বন্ধে মই কথাটো উলিয়াম। ৰাইজে কি কয় শুনোচোন।

ঃ অ' ভালেই হ'ল। তপতে তপতে জেঠাই দেউতাক কথাটো ক'বচোন। তেখেতে কিবা সৎ উপায় দেখেই বা।

---

১৪ হাত-ভৰিত গাঁঠি নথকা এবিধ বান্দৰ সদৃশ বন্য প্ৰাণী। ইয়াৰ ভৰি দুটাৰ তলুৱা হাতীৰ নিচিনা ঘূৰণীয়া কিন্তু নখ নাইকিয়া। ই বৰ হিংস্ৰ প্ৰকৃতিৰ।

শুকান জেং-জাবৰবোৰৰ দ'মত কাংতিমওে জুই জ্বলাই দিলে। বগা-নীলা ধোঁৱাবোৰ পাক খাই খাই আকাশলৈ উঠিল। ফাগুনৰ প্ৰখৰ ৰ'দ আৰু জুইৰ তাপত তাৰ দেহা ঘমাক্ত হৈ পৰিল। ছাই লগা হাতখনেৰে তাৰ ৰঙা পৰা মুখ-খনৰ ওপৰেৰে বৈ অহা ঘামবোৰ মচিলে। জুইৰ শিখা বেছি হোৱাৰ লগে লগে ধোঁৱাবোৰ ক'লীয়া হ'ল। আঁতৰৰ লঠঙা গছৰ ডালবোৰত কপৌ চৰাইৰ আমনি লগা কূজন শুনা গ'ল। ইটো সিটো বহুতো পাহাৰত জুইৰ ধোঁৱাই আকাশ ছাটি ধৰিলে। বৈঠালাংছ'ৰ আকাশখন ধোঁৱাৰে ধূসৰিত হ'ল। বন-কুকুহাবোৰ চাৰিওফালে ছিটিকি গ'ল। ৰং-মিলিৰ ওপৰতো বন-কুকুহাবোৰ বতাহত উৰি ফুৰিবলৈ ধৰিলে।

* * *

বতাহত নাচি নাচি উৰি অহা বন-কুকুহাৰ পম খেদি খেদি লংকিয়ে জিৰ-ছঙৰ দীঘলীয়া চাংঘৰৰ ৰিছ' আতেৰাং পালেহি।

এইয়া ৰংমিলি গাঁৱৰ ডেকা-চাং—তেলাং। ৰংমিলি গাঁৱৰ জিৰছঙৰ ডেকাবোৰৰ এক প্ৰাচীন প্ৰনিয়াদ। ডেকা-চাঙৰ সমুখৰ গছৰ ছাঁত এমখা ল'ৰা-ছোৱালীয়ে ঘিলা খেলিছে। সৰু সৰু কৌপীন-পিন্ধি ঘিলা খেলি থকা ল'ৰাজাকৰ মাজত কাজিৰছ', ছাংএত, লাৰছিকা আৰু বহুতে বোকোছাত কেঁচুৱা লৈ ঘিলা খেল চাই আনন্দ কৰিছে।

জুমটোৰ মাজত হেমাই লংকিৰিহঁতক দেখা পাই লংকিয়ো সিহঁতৰ মাজলৈ সোমাই গ'ল।

হেমাই লংকিৰি ছাৰথে।
লাৰছিকা ছাংএত কাজিৰছ'।

ৰংমিলি গাঁৱৰ নতুন চামৰ ল'ৰা-ছোৱালী সিহঁত। চামে চামে ল'ৰা-ছোৱালীবোৰ ইয়াতেই ঘিলা-লাটুম খেলি ডাঙৰ হয়। ডেকা হোৱাৰ লগে লগে ডেকা-চাঙত উঠি জিৰছুং কৰে ক্লেংদুন-ক্লেংছাৰপ'[১৫] হয়। সিহঁতে জিৰছুং চলায় নতুনকৈ—গতানুগতিকভাৱে। জিৰছঙৰ মুকলি আকাশৰ তলত গগনা আৰু পংছিৰ সুৰ বজাই জীৱনৰ দায়িত্ববোধ গ্ৰহণ কৰে। জিৰছঙৰ পৰিসমাপ্তিত সিহঁত হয় গাঁৱৰ ছাৰবাছ, ৰিছ'বাগ্ৰা ফেৰাংক'। জিৰছুং হ'ল কাৰবি সমাজ জীৱনৰ মূল সোপান। গছজোপাৰ শীতল ছাঁ, কাষৰ ডেকা-চাং আৰু ৰংমিলি—এই তিনিওৰে অবিখণ্ডিত ৰূপ হ'ল ৰংমিলি গাঁওখন ৰংমিলিৰ সমাজখন। ঘিলা-লাটুমৰ পাক-ঘূৰণিত জীৱন শৃংখলাৰ নীতি-নিয়মবোৰ সিহঁতে আহৰণ কৰে, অনশীলন কৰে। জুম তলীৰ মাজেৰে গঢ়ি উঠা কাৰবি সমাজৰ গাঁও-জীৱনৰ এয়াই চিৰন্তন শিক্ষা আহৰণৰ ৰূপ।

---

১৫ ডেকা-চাঙত যোগ দিয়া ডেকাদলৰ দলপতি। ক্লেংদুন হ'ল সহকাৰী দলপতি আৰু ক্লেংছাৰপ' হ'ল প্ৰধান দলপতি।

ধূলিৰে মলিয়ন হোৱা উদং গাৰে থকা ল'ৰামখাই ঘিলা খেলিছে। লাহা বৰণীয়া ঘিলাবোৰ হেমাইহঁতৰ হাতত জিলিকিছে।

ঃ জিৰ কামে কা—মে কা——মে—এ—

ঃ এই লংছিং, তই ঘিলা খেলিব নাজান নেকি ? এতিয়া চাল'বাতহে।—লংছিঙৰ ঘিলাটোক ভৰিৰে বাধা দি হেমায়ে ক'লে।

ঃ অ', আমি মনেই কৰা নাছিলোঁ। এতিয়া চাল'বাতহে।

ঃ নতুন খেলৰ আৰম্ভণি কেনেকৈ হ'ল ?—লংকিৰি, ছাৰথে লাংনিমহঁতে একেলগে হেমাইৰ কথাত সমৰ্থন কৰিলে।

ঃ এইয়া দেখোন লংকি। এই লংকি, তই ক'চোন, ঘিলা খেলৰ ক্ৰম কেনেকুৱা আছিল ?—জুমটোৰ মাজত লংকিক দেখা পাই হেমায়ে প্ৰশ্ন কৰিলে।

লংকিয়ে জিৰ কামেৰপৰা ৰং আপলৈকে ঘিলা খেলৰ নিয়ম আৰু তাৰ ক্ৰমবোৰ এফালৰপৰা কৈ গ'ল। ফেৰাংকে কাং তিমুঙৰ ল'ৰা লংকি। হেমাই-হঁততকৈ বয়সত সি কিছু ডাঙৰ। ঘিলা, লাটুম খেল আদিত ভুল লাগিলে হেমাই-হঁতে লংকিৰ সহায় লয়। লংকি, লাংনিমহঁতেও ছাৰবাছাৰ ল'ৰা বুলি হেমাইক সমীহ কৰি চলে।

ধূলিৰে লুতুৰি-পুতুৰি হোৱা হেমাইহঁতে পুনৰাই ঘিলা খেলিবলৈ ধৰিলে। শাৰী শাৰীকৈ পাতি থোৱা ঘিলাবোৰ খটপ খটপ কৰি চকুৰ পচাৰতে হেমায়ে ওফৰাই পেলালে। লগৰীয়াবোৰৰ পৰা বহুতো গাঁও সি দখল কৰিলে। তাৰ নিৰ্ভুল লক্ষ্যভেদৰ ক্ষমতা দেখি বাকীবোৰ ল'ৰাই অবাক হৈ চাই ৰ'ল। বিপক্ষৰ ল'ৰাবোৰৰ মনবোৰ ক্ৰমে শেঁতা পৰিবলৈ ধৰা আবেলিৰ সৰুযৰ দৰে হ'ল।

আজিৰ ঘিলা খেলত লংছিং বাৰুকৈয়ে ঘাটিল। কাজিৰছ'——লাৰছিকা-হঁতৰ আগত এনেকৈ হৰাটো সি মুঠেই ভাল নাপালে। অপমানবোধ কৰি সি পুনৰ জিদত ঘিলা খেলিবলৈ নামি গ'ল। হেমায়ে নিজৰ ঘিলাটো পথালি কৰি পাতি থলে। লংছিঙে ঘোপা কৰি সমনীয়াবোৰলৈ চাই হেমাইৰ ঘিলাটোলৈ মাৰি পঠিয়ালে। চিকচিকাই থকা হেমাইৰ ঘিলাত নালাগি কাষতে বৈ চাই থকা লাৰছিকাৰ ভৰিৰ তল-গাঁথিত লাগিলগৈ। তাই দুখ পাই উস-আস লগালে।

লংকি—হেমাইহঁতে বিফল হোৱা লংছিঙলৈ চাই গিজনি মাৰি হাঁহি ক'লে—

ঃ লংছিঙৰ ঘিলাটো বেঁকা। লাৰছিকাৰ ভৰিতহে লাগিলগৈ।

ঃ ঘিলাটো বেঁকা নহয়, সি লাৰছিকাৰ ভৰিলৈহে নিচান পোনাইছিল। তাৰ চকুহে বেঁকা।—লংকিয়ে উপলুঙা কৰি তাক ক'লে।

খং আৰু অপমানত লংছিঙে ফোপাবলৈ ধৰিলে। চকুহাল ৰঙা কৰি লংকিৰ ফালে চাই সি ক'লে——

ঃ বেঁকা হওক, কুকুৰ! মাত নামাতিবি। ফেৰাংকেৰ ল'ৰা বুলি মই ভয় নকৰোঁ, বুজিছ।

লংছিঙৰ ব্যৱহাৰ দেখি হেমাইৰ খং উঠিল।

ঃ খেলিবলৈ নেজান, লংকিৰহে দোষ হ'ল।

মূৰত আঘাত পাই হেমাইক 'কুকুৰ' বুলি গালি পাৰিলে। 'কুকুৰ' বুলি গালি দিয়াত হেমায়ে তাৰ গালত চৰ এটা মাৰি দিলে। চৰ খাই সি কান্দি কান্দি ঘৰলৈ খোজ ল'লে। বাকী ল'ৰা-ছোৱালীবোৰে একেলগে তাক জোকালে—

ঃ লংছিং পেট্ৰা হাৰিলে, হাৰিলে।

ঃ সমনীয়াৰ লগত খেলিব নাজান যদি নেখেলিবি। মুখত গালি কিয় ?—ঘৰলৈ খোজ লোৱা লংছিঙলৈ চাই হেমায়ে ক'লে।

হেমাইহঁতো লাহে লাহে ঘৰমুৱা হ'ল। বাটৰ কাষতে লহপহীয়া পাতেৰে মাৰ থু[১৬] গছ দেখা পাই হেমায়ে ডাঙৰ চাই ডাল এটা হাতেৰে ভাঙি-ছিগি আনিলে। তাকে দেখি লংকিহঁতে সুধিলে—

ঃ কি কৰিবি হেমাই ?

ঃ ছিংকাই[১৭] মাতিম। গধূলিৰ পিছত আমাৰ ঘৰত আহিবিচোন। মিলি-জুলি ছিংকাই পোক ধৰিম।

ঃ অ'। গীতটো মোৰ মনত আছে।—বৰ ব্যগ্ৰতাৰে লংকিয়ে ক'লে।

ঃ মই পাহৰিছোঁ ভাই। কেনে আছিলনো ?—আগ বাঢ়িলৈ থকা হেমাইৰ মুখত এক অনাবিল আনন্দৰ শিহৰণ।

ঃ মই গাঁও তহঁতেও ধৰিবি দেই—

ছিংকাই ছিংকাই মাদুৰাই ৰাই

অ'—ছিংকাই, এ—আ—

মাৰ থু আংজকছ ছ'

নাংবন নাংএত জ'জা

অ—ছিংকাই এ—আ—

আতিবুক তিবুকলে ৰাং ৰাং

অ'—ছিংকাই, এ—আ—।

হে চাক্সন! তোমালোকক কোনোবাই ধৰিব খুজিলে আমাৰ কুমলীয়া মাৰ থু পাতবোৰত আশ্ৰয় লবাহি। জাক পাতি পাতি আমাৰ কাষলৈ আহি তোমালোকৰ জিলমিলিয়া বৰণেৰে আমাক মোহিত কৰি তুলিবাহি।

চাক্সন গীতৰ আখৰা কৰি কৰি হেমাইহঁত নিজ নিজ ঘৰত সোমালগৈ। এটি দুটি কৰি মইনা-শালিকাবোৰে পৰিত্যক্ত গছজোপাত আশ্ৰয় ল'লেহি। নীৰৱ হ'বলৈ ধৰা গছজোপা, বন-বিহংগৰ কলৰৱত পুনৰ মুখৰিত হৈ আহিল—সন্ধিয়াৰ ক্ষণিক ব্যস্ততাৰে।

---

১৬ জামুগছ লেখীয়া এবিধ সৰু গছ। চাক্সন ধৰোতে ইয়াৰ পাত জুইত পুৰি বিশেষ গোন্ধ সৃষ্টি কৰা হয়।

১৭ চাক্সন পোক।

# তিনি

সাঁজ লগাৰ সময়।

ছাৰইক তেৰাওৰ চ'ৰাঘৰত শাৰী শাৰীকৈ গাঁৱৰ ৰাইজ বহিছেহি। সংফাৰলাৰ তিনিওফালে বেৰ দিয়া। বেৰবোৰ ইকৰাৰ। সন্মুখফালে বেৰ নাই, মুকলি। সোঁমাজতে জুইশাল। মৃদু শিখাৰে জ্বলি থকা জুইৰ পোহৰে চ'ৰাঘৰ পোহৰাইছে। ছাৰইক তেৰাওৰ কাষতে ৰিছ'বাছা আৰু লিন্দক দু'খ্যা বহিছে। ছাৰইকহঁত বহা সিটো মূৰত ফেৰাংকে, বুৰতিমেন, মুতিয়াৰ----এওঁলোক বহিছেহি। চোতালৰফালে মুখ কৰি গাঁৱৰ বয়োবৃদ্ধ লংকিৰি ইংতি আৰু লগত গাঁৱৰে আন মানুহবোৰ বহি আছে। দশমীৰ জোনটিয়ে সুকোমল পোহৰেৰে ছাৰইকৰ চোতালখন প্লাবিত কৰি পেলাইছে। জোনাকত ইটো সিটো কাম কৰি জিৰছঙৰ ডেকাবোৰে গৃহস্থক সহায় কৰিছেহি।

মূৰত পাগুৰি মাৰি, বাও কান্ধত গামোছাখন পেলাই ফেৰাংকে কাং তিমুঙে ছাৰবাছাৰ কাষলৈ আহিল। ছাৰইকে আগ বঢ়াই দিয়া বটলটো হাতত লৈ তাৰ নিৰ্দেশৰ বাবে বৈ থাকিল সি।

ঃ আমাৰ মাজত বয়োবৃদ্ধ, জ্ঞানী ব্যক্তি ফু ইংতি আছেই। মাননীফেৰা তেখেতকেই দিয়া হওক নহয়নে? ৰিছ'বাছায়ে কি ভাবে?---ৰাইজৰ মতামত জনাৰ ইচ্ছাৰে ছাৰইকে সুধিলে।

ঃ সুধিবলৈ কি আছে আমাৰ মাজত ফু ইংতি আছে যেতিয়া, তেখেতক দিলেই হব।---মূৰ খজুৱাই খজুৱাই ৰংমিলিৰ ৰিছ'বাছা ছাৰএৎ ৰংহাঙে ছাৰবাছাৰ কথাত সন্মতি জনালে।

ৰিছ'বাছাৰ লগতে বাকী ৰাইজেও "হব, হ'ব" বুলি সন্মতি জনালে। ৰাইজৰ সন্মতি পাই ছাৰইকে মদৰ বটলটো লংকিৰি ইংতিক দিবলৈ ফেৰাংকেক নিৰ্দেশ দিলে।

লংকিৰিৰ আগত মদৰ বটলটো দি ফেৰাংকেই দুহাতেৰে সেৱা জনালে। সিও প্ৰতি-সেৱা জনাই সানন্দে ছাৰবাছাৰ মাননী গ্ৰহণ কৰিলে। জুইৰ পোহৰত মদৰ বটলটো চিকমিকাই উঠিল। ছাৰবাছালৈ বুলি অনা মদৰ বটলবোৰ ছাৰইকৰ সন্মুখত এটা এটাকৈ দি মান আগ বঢ়ালে। সেই মদখিনি ৰিছ'বাছা, বুৰতিমেন আৰু জিৰছঙৰ ডেকা দলৰ নামত এবটল দিবলৈ ছাৰইকে নিৰ্দেশ দিলে। মাননী বিলোৱা হ'লত সমাজ আহবান কৰাৰ উদ্দেশ্য জানিবৰ কাৰণে সকলোৱে ব্যগ্ৰতা প্ৰকাশ কৰিলে। সমাজ মতাৰ উদ্দেশ্য জানিবৰ ইচ্ছাৰে লংকিৰিয়ে যথা নিয়মে ছাৰইকক সোধ-পোছ কৰিলে---

ঃ ফু কাংবুৰাই কি উদ্দেশ্য কৰিনো এইহেন ৰাজ-সন্মান, সোণ-ৰূপৰ বটলটো এই নিঃকিনলৈ আগ বঢ়ালে?

ঃ বিশেষ একো কথা নাই। আমাৰ সমূহীয়া ৰংকেৰ পূজাৰ কাম সুকলমে হ'ল যেতিয়া অহা পূৰ্ণিমাৰ দিনাখন চ'জুন পূজা কৰোঁ বুলি মনতে পাঙিছোঁ।

ৰাইজৰ কিবা সুবিধা-অসুবিধা থাকিবও পাৰে। সামান্য মাননীফেৰা আগ বঢ়াই ৰাইজৰ মনোভাব জানিব বিচাৰিছোঁ। আপোনালোকক কষ্ট দিয়াৰ উদ্দেশ্য সিমানেই। --ছাৰইকে উদ্দেশ্যৰ কথা বুজাই ক'লে।

ঃ কাংবুৰাই সৎ কামৰ কথাকেই চিন্তা কৰিছে। দেৱতাৰ কামত ৰাইজে নিশ্চয় সহায় আগ বঢ়াব।---লংকিৰিয়ে বৰ আনন্দ মনেৰে ক'লে।

ঃ খেতিত নামিবৰ নৌ-হওঁতেই দেৱতাৰ কাম সম্পণ কৰিবলৈ ওলোৱাত আমি অতি সুখী হৈছোঁ।--বুৰ ভিমেনে ক'লে।

ঃ দিন-বাৰ ঠিক হ'ল যেতিয়া মাননীফেৰা ৰাইজক বিলাই দিয়া হওক।--ৰাইজলৈ চাই ৰিছ'বাছায়ে ক'লে।

ৰাইজৰপৰা সন্মতি পাই ৰিছ'বাছাই ফেৰাংকেলৈ চাই ক'লে---

ঃ ফেৰাংকে, মান-বিলোৱা বাতৰিটো তুমিয়েই দিয়া।

ফেৰাংকেই গহীনাই বহি ল'লে আৰু ৰাইজলৈ উদ্দেশ্য কৰি প্ৰস্তাৱ আগ বঢ়ালে----

ঃ হাবে-পিনপ', ছাৰবাছা, ৰিছ'বাছা চৰকাৰী মুতিয়াৰ বিখয়-মুন্তিৰী সমন্বিতে বাৰলংৰিৰ দেৱতাসকল আৰু ৰাইজ। চ'জুন পূজা পালনৰ জাননী স্বৰূপে অং কাংবুৰাই আগ বঢ়োৱা সোণ-ৰূপৰ মাননী বিলাবলৈ গৃহস্থৰ হৈ মই অনুমতি বিচাৰিছো।

ঃ বৰ সজ কথা, মাননী বিলোৱা হওক। --লংকিৰিৰ লগতে সমস্বৰে বাকী ৰাইজেও সন্মতি প্ৰদান কৰিলে।

ছাৰইক তেৰাং। ঘৰত উৎসৱমুখৰ পৰিবেশ এটিৰ সৃষ্টি হ'ল। ডেকা-বোৰে বটলৰ ঠিলা খলি মদ বিলাই যাবলৈ ধৰিলে। কিছুমান ডেকাই কচু-ঢেঁকী-য়াৰে সিজোৱা তৰকাৰি কলপাতত বিলাই যাবলৈ ধৰিলে। মদ-পানী বিলোৱা হ'লত বয়োবৃদ্ধ লংকিৰিয়ে দেৱতালৈ মদ তপণ কৰাৰ জাননী দিলে। প্ৰত্যেকে দেৱতালৈ স্তুতি কৰি আঙুলিৰ আগেৰে বাতিৰ ফটিকা--আৰাকলৈ দেৱতাক অপণ কৰিলে। ছাৰইকৰ চাংঘৰত মন্ত্ৰৰ মধুৰ ধ্বনিৰে এক পবিত্ৰ পৰিবেশৰ সৃষ্টি হ'ল। সেই ধ্বনি সেই মন্ত্ৰৰ পবিত্ৰ ছন্দৰ মচনাত কাৰবি সমাজ জীৱনৰ জীৱনী-শক্তি লুকাই আছে।

অপণ কাম শেষ হোৱাত সকলোৱে মদ-পানী খাবলৈ ধৰিলে। ফটিকা আৰু লাওপানী---কাৰবি কৃষ্টিৰ সতে ইয়াৰ এবাব নোৱৰা সম্পৰ্ক। জন্ম, মৃত্যু, বিবাহ----এই তিং কামৰ বাবে ফটিকা আৰু লাওপানী অপৰিহাৰ্য। কাৰবি জীৱনৰ হাঁহি আৰু চকুপানী যেন লাওপানীৰ অপূব মায়াজালতহে বন্দী। স্বপ্নলৰ্ধ 'থাপ'[১৮]ৰ দ্বাৰা সৃষ্টি হোৱা এই হৰলাং কাৰবি কৃষ্টিৰ এক পুৰঠ কঠীয়া।

মদ খাই খাই নানাজনে নানা কথা উলিয়ালে। খেতি-বাতিৰ কথা ওলালত ফেৰাংকেই ক'লে---

১৮ মদৰ বাখৰ।

ঃ আৰু খেতি কৰিবলৈ মাটি দেখোন শেষেই হ'ল। পুৰণি মাটিবোৰতো টঙা বনে ছাটি ধৰিলেহি। আহুৰ কাৰণে সেই মাটি উপযুক্ত নহয়। ৰাইজে কিবা উপায় চিন্তিছেনে বাৰু ?

ফেৰাংকেৰ কথা শুনি ৰাইজ কিছু নিজম পৰিল। সকলোৱে ছাৰইকৰ মুখলৈ চালে। মাটি-বাৰীৰ সমস্যা ছাৰইকৰ বাহিৰে আনে সমাধান কৰিব নোৱাৰে। সিহঁতৰ দৃষ্টিত যেন সেই ভাব প্ৰকাশ পাইছে। তললৈ মূৰ কৰি ঢেঁকীয়া শাক চোবাই চোবাই লিন্দকে ক'লে----

ঃ এই বহল পৃথিৱীখনত আৰু খেতিৰ মাটিৰ কাৰণে ইমান ভাবিব লাগে-নে ?---এই বুলি কৈ সি ঢেক ঢেকাই হাঁহিলে। তাৰ ৰসিকতাত বাকীসকলে কিন্তু সহযোগ নকৰিলে।

, কথাটো সহজ, কিন্তু আমি চিন্তা কৰিবৰ হ'ল। দক্ষিণৰ টীকা পাহাৰলৈ যোৱাৰ বাট মাৰিয়েই থৈছে। চেকছ' পাহাৰলৈ যাবলৈকো গাঁৱৰপৰা ভালেমান দূৰ। চেক ছ' পাহাৰত আৰু কাটিব লাগিলে, আমাৰ গাঁওখন যুং আবিলৈকে উঠাই নিব লাগিব।--মদ এচোক খাই কথাষাৰ ফেৰাংকেই ক'লে।

ঃ এৰা, কথাটো সঁচা। এতিয়া বুঢ়া বয়সত গাঁও স্থানান্তৰ কৰা সহজ নহয়। একেটা সমস্যাৰ বাবেই তাহানিখন হামৰেণ-উমতিলি এৰি থৈ ইয়ালৈ উঠি আহিছোঁহক। এতিয়া হওক নহওক, ঈশ্বৰৰ কৃপাত আমে-কঁঠাল গাওখন তজবজীয়া হৈ উঠিছে। আমাৰ যু-ফীইঁতে ইয়াতেই হাড় পেলালে। এইখন গাঁৱৰ মায়া এৰিব নোৱাৰি। গাঁওখন উঠি যাব নলগাকৈ আন ব্যৱস্থাৰ কথাহে সকলোৱে ভাবক।---বৃদ্ধ লংকিৰিয়ে পুঞ্জীভূত জীৱন অভিজ্ঞতাৰে মৰ জোকাৰি জোকাৰি ক'লে।

বৃদ্ধ লংকিৰিৰ কথাখিনিয়ে সকলোৰে অন্তৰ চুই গ'ল আৰু ৰাইজে তাত মূৰ দুপিয়াই সমৰ্থন জনালে। বহুতৰে হেৰাই যোৱা স্মৃতিবোৰ পুনৰুজ্জীৱিত হৈ অন্তৰ দোদুল্যমান কৰি তুলিলে। ছাৰইকৰ চকুৰ আগত দেউতাক ছাৰকিৰিৰ ছবিখন ভাহি উঠিল। তাৰ চকু দুটাও সেমেকি উঠিল। জুহালৰ খৰি কেইচটা দিয়াৰ ছলেৰে ভাব সম্বৰণ কৰি সি সহজ হ'ল আৰু লংকিৰিৰ কথাত গুৰুত্ব দি ক'লে----

ঃ ফু ইংতিয়ে যুক্তিৰ কথাকে কৈছে। এই সমস্যাৰ কথাটো ময়ো চিন্তা কৰিছোঁ। ফেৰাংকেই কথাটো প্ৰকাশ কৰাত ভালেই হ'ল। আৰু কাটি কাটি পাহাৰবোৰ লঠঙা হ'ল। ধানো বছৰেকত যিখিনি পাওঁ তাৰে খাবলৈকো নাটনি হ'ল। বাঁহ-বেঁত ইতিমধ্যে দুষ্প্ৰাপ্য হ'লেই। খৰি-পাতৰো অভাৱ ঘটিব।

ছাৰইকৰ কথাবোৰ ৰাইজে একান্ত মনে শুনি গ'ল। অলপ পৰ চিন্তা কৰি সি পুনৰ ক'লে—

ঃ মই এটা কথা ভাবিছোঁ। ইংহিন আবিৰপৰা ৰ'থাত লাংছ'লোক এই সমান হাবিতলীয়া মাটিখিনি ভাঙি ভগাই লওঁহক।, ঘৰে প্ৰতি তিনি টকা খাজনা মৌজাদাৰক দিবই লাগে যেতিয়া কামপুৰৰ হাকিমক কৈ আৰু কিছু খাজনা দি

মাটিখিনি ভাঙো। মাটিৰ পট্টাৰ কাৰণে মই ব্যৱস্থা কৰিম। তাৰ কাৰণে ৰাইজে ভাবিব নালাগে। পানী খেতি কৰিলেহে আমাৰ এই সমস্যাবোৰ আঁতৰিব। তাৰ বাহিৰে মই আন পথ দেখা নাইকিয়া।

ৰিছ'বাছাকে আদি কৰি সকলোৱে ছাৰইকৰ কথাত হয়ভৰ দিলে। সিটো চুকত বহি থকা ছিংনত তেৰাঙে মাত লগালে—

ঃ খাজনা দিবলৈয়ো নাই, মাটিও নাখাওঁ। নাঙল নাই, ম'হ নাই, আমি কিহেৰে পানী খেতি কৰিম? এনে অবান্তৰ কথা মই মানিব নিবিচাৰোঁ।

ছিংনতৰ কথা শুনি ছাৰইক তেৰাং কিছু আচৰিত হ'ল। বুজনি দিয়াৰ সুৰত ছাৰইকে তাক ক'লে—

ঃ ৰাইজে যদি পাৰে তুমি নোৱৰাৰ কোনো মানে নাই। ৰাইজৰ লগত সহযোগ কৰিলেই তোমাৰো ম'হ-নাঙল নোহোৱাকৈ নাথাকে। সময়ো এবছৰ হাতত আছেই। আৰু দৰকাৰ হ'লে আমাৰ ম'হহালকে নিবাচি।

ঃ এৰা, ফু কাংবুৰাই সজ উপদেশেই দিছে। ছিংনতৰ আকৌ কি আপত্তি আছে?—ৰিছ'বাছায়ে ক'লে।

ঃ আপত্তি আছে। বি-হেনৰাৰ ৰাইজৰ লগত কাজিয়া এখন লগাটো মই নিবিচাৰোঁ। —ছিংনত তেৰাঙে ৰিছ'বাছাৰ ফালে চাই ক'লে।

ঃ বি-হেনৰাৰ ৰাইজৰ লগত কিহৰ কাজিয়া লাগিব?—ছাৰইকে কিছু অপ্ৰস্তুত হৈ সুধিলে।

ঃ মই জনাত মাটিখিনি হাবেছিক'ই নেপালীক বেচি পেলাইছে।

কথাটো শুনি ছাৰইক আচৰিত হ'ল। অন্যান্যসকলেও অবাক হৈ ছাৰইকৰ মুখৰফালে চাই ৰ'ল। ইন্ধনৰ অভাৱত জুহালৰ জুইকুৰা নুমাই আহিছিল। ফেৰাংকেয়ে খৰি কেইডোখৰমান জুইত আগ বঢ়াই দিলে। আন্ধাৰ হৈ অহা চ'ৰাঘৰ পুনৰ পোহৰ হৈ আহিল। দপদপাই জ্বলি উঠা জুইৰ পৰা ফিৰিঙতিবোৰ উৰি ধোঁৱাচাঙত লাগি নুমাই গ'ল সহজতে। জ্বলি উঠা জুইকুৰালৈ চাই অলপ পৰ চিন্তা কৰি ছাৰইকে, ক'লে,—

ঃ সেয়া হ'ব নোৱাৰে। আমাৰ নিৰাপত্তাৰ কথা বিবেচনা নকৰাকৈ হাবেছিক'ই নেপালীক কিয় মাটি দিব? এই মাটি হাবেছিক'ৰ নহয়, সেয়া আমাৰ, ৰাইজৰ—ছ'লাংদ'ৰ। লংৰিৰ বিচাৰপতি হ'ল বুলিনো বাহিৰা লোকক মাটি দিব পাৰেনে? মই থাকোমানে ইয়াত বাহিৰা লোকৰ প্ৰৱেশ হ'বলৈ নিদিওঁ। মই ইয়াৰ ব্যৱস্থা কৰিম বাৰু।

ছাৰইকে উত্তেজিত হৈ কথাবোৰ ক'লে। ৰংমিলিৰ ৰাইজেও ছাৰইকৰ কথা সমৰ্থন কৰিলে।

ঃ ছাৰবাছাৰ কথা মই সমথন নকৰোঁ। —এই বুলি কৈ ছিংনত তেৰাঙ সভাৰপৰা ওলাল। খপখপকৈ জখলাৰে নামি যোৱা ছিংনতলৈ সকলোৱে অবাক হৈ চালে। চ'ৰাঘৰ কিছু সময় নিস্তব্ধ হ'ল। ৰাতিৰ জোনাকত ছিংনত তেৰাং মিলি অদৃশ্য হৈ গ'ল।

নিশা বেছি হোৱাত আলোচনাও সিমানতে ওৰ পেলালে। মদ-পানী খোৱাৰ অন্তত ডেকাবোৰে ভাতৰ পাত বিলাই দি গ'ল। গাভৰুজাকে হাতত চ'পাক[১৯] লৈ ভাত বিলাই যাব ধৰিলে। আগন্তুক চ'জুন পূজা সুকলমে সমাধা হ'বৰ কাৰণে ভাতৰ পাতৰপৰা ভাত অকণমান লৈ হেম ফু দেৱতালৈ প্ৰাৰ্থনা জনাই তৰ্পণ কৰিলে। ভাত-পানী খাই ৰাইজে পাণছালি খালে। জ্বলি উঠা জুহালৰ পোহৰত পূজা সম্পৰ্কীয় দুই-চাইটা কথা বুঢ়াসকলে পাতিবলৈ ধৰিলে।

পূজাৰ কাৰণে কুমফ্ৰী[২০] বিচৰা, বাহৰ চুঙা আৰু বন-পাত কটা বন-শাক বিচৰা, ফংৰং গছৰ ডাল আনি বেদী স্থাপন কৰা হামৰেণ কুন্তিৰী ঘৰ[২১] সজোৱা আদি দায়িত্ববোৰ ভগাই দিয়াৰ পিছত সভা ভাগিল। ৰাইজ বিদায় লৈ ঘৰাঘৰি গ'ল।

দশমীৰ জোন আহি মূৰৰ ওপৰ পালেহি। নিজম পৰি থকা গাঁওখন কুকুৰৰ ভৌ-ভৌৱনিত সাৰ পাই উঠিল। গিৰিহঁতৰ পদাৰ্পণত সেয়া সম্ভৱ প্ৰভুভক্ত কুকুৰবোৰে সঁহাৰি জনালে। পুনৰ লাহে লাহে গাঁওখন নিজম পৰিবলৈ ধৰিলে। জিলী পোকৰ চেঁ-চেঁয়নিত ৰংমিলি গাঁওখন নিৰ্মজ্জিত হ'ল।

জুহালৰ জুইৰ শেঁতা পোহৰত ছাৰইকে ভাবিলে ছিংনত মোৰ ল'বাৰ নিচিনা। আজো-ককাৰ দিনত আমি একেটি ঘৰৰে আছিলোঁ। মোৰ বিপক্ষে কাহানিও সি মাত এষাৰো মতা নাছিল। হঠাৎ এই পৰিৱৰ্তন কেতিয়াৰপৰা হ'ল? সি এনেকৈ ওলাই গ'ল বা কিয়?

## চাৰি

সূৰুযৰ জিলমিলোৱা সোণালী কিৰণত টীকা পাহাৰৰ গছ-লতিকাবোৰ সাৰ পাই উঠিল। বিৰিখৰ ডালে ডালে চৰাই-চিৰিকতিৰ বিচিত্ৰ মাতেৰে প্ৰকৃতি জগত মুখৰিত হ'ল। প্ৰকৃতি যেন আকৌ প্ৰাণ-চঞ্চল হৈ উঠিল। জাক জাক চৰাই উৰি গ'ল—দূৰ প্ৰান্তলৈ। এজাক ভাটৌ ৰংমিলিৰ ওপৰেদি উৰি গ'ল পশ্চিমৰ পাহাৰবোৰলৈ।

ৰংমিলিৰ গাভৰুজাক—অমফু, কাদম, কাছাং কানাম, বাছাপী আৰু বহুতো। দলে দলে সিহঁত নামি আহিল অমফুহঁতৰ চাংঘৰৰ জখলাৰে। সিহঁতৰ পিঠিত

---

১৯ নাওমুখীয়া এবিধ কাঠৰ হেতা। ইয়াৰে অন্ন বিলোৱা হয়।
২০ এবিধ ফৰিং সদৃশ পানীত থকা ক'লা পোক।
২১ হাম ৰেণ—চ'জুন পূজা উপলক্ষে সজা এচলীয়া ঘৰ। এনে ঘৰত সন্মানিত ব্যক্তিসকলক বহিবলৈ আসন দিয়া হয়।
কুন্তিৰী—চাৰিওকাষে বেৰ থকা দুচলীয়া ঘৰ। ইয়াত তিৰোতাসকলে জিৰণি লয়।

হাকচু'—বন-শাক তোলা সৰু খাং। সিহঁতৰ খোজে প্ৰতি আনন্দ আৰু খিলখিলীয়া হাঁহি। সপোন ৰঙীন ফাগুন যেন সিহঁতৰ খোজত, সিহঁতৰ মুখত। সিহঁতৰ সাজত যেন অযুত বসন্তৰ ৰং। দেহৰ ভাঁজে ভাঁজে অজস্ৰ মৰমৰ আকৃতি। কথাই প্ৰতি সিহঁতৰ হাঁহি। জীৱনটো যেন কেৱল হাঁহি। এয়া যেন প্ৰাণোচ্ছল ৰংমিলিৰেই হাঁহি।

গাভৰুসকলৰ হাঁহিত ৰংমিলিৰ ডেকাসকলেও যোগ দিলেহি। লুমজং, ছেং, লাংবিবিক, লংকিহঁত চাংঘৰৰপৰা নামি আহিল গিৰ গিৰকৈ। সিহঁতৰ কান্ধত মোনা, হাতত দা আৰু মূৰত ফুল্লাম পাগুৰি। খোজে প্ৰতি সিহঁতৰ উদং ভৰিৰ কলাফুলবোৰ নাচি উঠিছে। সিহঁতৰ খোজবোৰত আত্মগৌৰৱৰ ভাব প্ৰকাশ পাইছে। গাভৰুজাকৰ হাঁহিৰ মৃদু জোঁকাৰে ডেকাজাকৰ মনত আনন্দৰ শিহৰণ জগাই তুলিলে। এজাক গাভৰুক লগত নিবলৈ ওলোৱা ডেকাসকলৰ মনত আনন্দ আৰু গৌৰৱ--- দুয়োটা ভাবৰে উদেগ হোৱাটো স্বাভাৱিক। লুম জং ছেংহঁতেও আজি তেল-টেঙা ঘহি ওলাই আহিছে দূৰণিৰ পাহাৰলৈ।

ডেকা-গাভৰুজাকে নানান কথা পাতি পাহাৰৰফালে খোজ ল'লে একা-বেকা বাটেৰে। গাওখন যেন ডেকাহঁতৰ মনত এক বন্ধন স্বৰূপ। বিস্তীৰ্ণ খৰাং কাঠ-নিত সোমোৱাৰ লগে লগে গাওখন নেদেখা হ'ল। ডেকাহঁতে আনন্দত কিৰিলি পাৰিলে। ডেকাহতৰ কিৰিলিত নিজন অৰণ্য সাৰ পাই উঠিল। নিৰলে চৰি থকা ভৰিৰ কেইটা ভয়তে আতৰলৈ উৰা মাৰিলে।

শবান লঠঙা গছবোৰ অতিক্ৰম কৰি দলটো পাহাৰত উঠিলগৈ। সিহঁতে দেখা পালে চাৰিওফালে এখন মুক্ত প্ৰকৃতি। সিহঁতেও যেন প্ৰকৃতিৰ দৰে মুক্ত হ'বলৈ বিচাৰিছে। পাহাৰৰ ওপৰৰপৰা সিহঁতৰ গাঁওখন ৰিণিকি ৰিণিকি দেখা গল। গাওখনৰ বান্ধোনত যেন সিহত অসহনীয়। বন-শাক বিচৰাৰ ছলেৰে দুই-এটা মনৰ কথাও মুকলিভাৱে কোৱাৰ এয়া অৱসৰ সিহতৰ।

বন-শাক বিচাৰি অনাটো চ'জুন উৎসৱৰে এটা অংশ। দেৱতাৰ নামত সতেজ মেহেক হানথু,২২ কচু-ঢেকীয়া শাক এক অপৰিহাৰ্য সাজ। পল্লৱ-বিহীন বননিত তেনে সতেজ শাক বিচাৰি পোৱাটোহে কঠিন। গাঁৱৰ আশে পাশে তেনে আশা কৰিবই নোৱাৰি। পাহাৰৰ নামনিয়েদি দলটো নামি অহাৰ লগে লগে লুম জং, লংকিহঁতক এই চিন্তাই কিছু বিব্ৰত কৰিলে। ক্ষণিক আনন্দৰ মাজত সামাজিক দায়িত্ববোধে লুম জংহঁতক আঁচোৰ মাৰিলে। সিহঁতৰ আনন্দত যেন বাধা পৰিল। দলটোৰ আগত গৈ থকা ছেং তেৰণে ক'লে---

ঃ আমি বহু দূৰ আহিলোঁ। টীকা পাহাৰেই পালোঁহি। মেহেক-হানথু পাম ক'ত?

ঃ এৰাহে, আজিকালি বন-শাক বিচাৰি পাবলৈকো ইমান দূৰলৈ আহিব লাগে। আগতে ছবাইলাংছ'ৰ আশে পাশে কিমান শাক। আগচি ধৰা গছৰ ডাল এটা দাখনেৰে কাটি কাটি লুম জঙে ক'লে।

---

২২ এবিধ বন-শাকৰ নাম।

ঃ সেয়া দিন গ'ল। এতিয়া লাংথে-লাংপং২৩ কাটিবলৈও এদিনৰ বাট যাব লাগে। লাংবিৰিকে ক'লে।

দলটো কিছু সময় থমকি ৰ'ল। গাভৰুজাক কাষৰ শিলবোৰৰ ওপৰত বহিল। সিহঁতৰ মুখত বিৰক্তিৰ ভাব। শিলত বহা দেখি লংকিয়ে সিহঁতক জোকালে—

ঃ তহঁত বহিলি যেতিয়া বন-শাক নিবিচাৰি ঘৰলে উভতাই ভাল।

ঃ কিয়?——কাদমে লংকিৰফালে চাই ক'লে।

ঃ শিলৰ ওপৰত বহিলি যেতিয়া তহঁতৰ গা গধুৰ হ'ল। বন-শাক কি বিচাৰিবি?——হাঁহি মাৰি লংকিয়ে ক'লে।

ঃ আগতে বন-শাক থকা ঠাই দেখুৱাই দেচোন। তেহে কবি আমি ৰংমিলিৰ গাভৰু হওঁ নে নহওঁ।——হাতৰ সৰু কটাৰীখনেৰে কাষৰ গছজোপাত আঘাত কৰি থকা বাছাপীয়ে ক'লে।

ঃ আমি হবলা ৰংমিলিৰ ডেকা নহওঁ?—— লমজাঙে মিছা খং দেখুৱাই প্ৰশ্ন কৰিলে।

ঃ ৰংমিলিৰ ডেকা হয় যদি আমাক বন-শাক থকা ঠাইলৈ লৈ ব'ল।—— কাদমে অনথক বহি থাকিবলৈ টান পাই ক'লে।

কাদমে কোৱা কথাষাৰে সিহঁতৰ ডেকালি গৌৰৱত বৰকৈ আঘাত হানিলে। এৰাটো! এই অৰণ্যত চুপতি কৰাৰ সময় কত দিনে-পোহৰে ঘৰ নাপালে যে কি বিপদ! অভিশাপ যেন লাগি থকা গাঁওখন হঠাতে বৰ মৰমৰ, শান্তিৰ আৰু আশ্ৰয় দিব পৰা সুস্থ পৰিবেশ বুলি ছেং তেৰণে ভাবিলে। সি বহাৰপৰা উঠিল আৰু লাংবিৰিকহঁতলৈ চাই ক'লে—

ঃ এনডাখৰ ঠাইৰ কথা মই জানো। টীকাৰ নামনিত বহুত মেহেক-হান থু পামহঁক। তালৈকে যাওঁ ব'ল।

ছেং তেৰণৰ কথাত সকলোৱে যেন এই গুৰুতৰ সমস্যাৰ সমাধান বিচাৰি পালে। সকলোৰে মনত নতুন আশাৰ সঞ্চাৰ হ'ল। নতুন উৎসাহ উদ্দীপনাৰে দলটোৱে টীকা পাহাৰলৈ খোজ ল'লে।

টীকা পাহাৰৰ নামনিৰ বনাঞ্চল সেউজবুলীয়া। ফাগুনে যেন পাহৰি গ'ল ইয়াত খোজ পেলাবলৈ। বনৰ পাতে পাতে নিয়ৰৰ টোপাল। সূৰ্যৰ কিৰণত নিয়ৰৰ টোপালবোৰ মুকুতা হৈ জ্বলিব ধৰিছে—এই হেন দুপৰতো। সৌৱা বন-শাক! শিলৰ ফাকে ফাকে নিয়ৰৰ টোপালত সেমেকি পাতবোৰ চিকচিকাই আছে। মেহেক-হান থুৰ কুমলীয়া পাতবোৰ বতাহত হালিছে। ঢেঁকীয়া শাকবোৰ যে ইমান নোদোকা!

অমফু-কাদমহঁত আনন্দত অধীৰ হ'ল। ছেং-লুম জংহতৰ ওঁঠত হাঁহি বিৰিঙিবলৈ ধৰিলে। সঠিক স্থানলৈ আনিব পৰা কাৰণে ছেং তেৰণৰ মুখত আত্ম-তৃপ্তিৰ হাঁহি।

---

২৩ যি কোনো উৎসৱ উপলক্ষ্যে ব্যৱহাৰ কৰা বাঁহৰ চুঙা।

ডেকাইঁতৰ সুহুৰি, গাভৰুহঁতৰ প্ৰাণখোলা হাঁহিৰ খলকনি আৰু বন বিহংগৰ বিচিত্ৰ কূজনে টীকা পাহাৰৰ বনাঞ্চলত যেন বসন্তৰহে সৃষ্টি কৰিলে।

জুম পাতি পাতি সিহঁতে বন-শাক বিচাৰিছে আনন্দ মনেৰে। কাদমহঁতৰ ওচৰ চাপি ছেং তেৰাণে তাইক উদ্দেশ্য কৰি ক'লে—

ঃ নী কাদমে খাবলৈ একো বস্তু অনা নাইনে ?

ঃ এওঁৰ আকলুৱা স্বভাৱটো চোৱা। নেং অমফুক নোকোৱা কিয় ?—অৰ্থসূচক ইংগিতেৰে ছেং তেৰণলৈ চাই তাই ক'লে।

সি লাজ পাই জুমটোৰ পৰা আঁতৰি দিলে। কিছু নিলগত হানথু গছৰ ডাল কাটি কাটি গাভৰুজাকলৈ উদ্দেশ্য কৰি ক'লে—

ঃ ভালদৰে খোজ দিবাদেই, শিলবোৰ বৰ পিছল।

থিয় থিয় শিলবোৰ দেখিলেই ভয় লাগে। পাহাৰৰ ওপৰৰপৰা যেন শিলবোৰ খহিহে পৰিব। অমফুৱে শিলবোৰৰ ওপৰেৰে সন্তৰ্পণে খোজ দি যাওঁতে হঠাৎ তলেদি চৰচৰাই যোৱা কিহবাৰ শব্দ শুনি উধাতু খাই "খালে ঐ নেং" বুলি তাই দৌৰ দিলে। হঠাতে শিলত পিছল খাই তাই ওচৰতে মেহেক পাত ছিঙি থকা ছেঙৰ গাত পৰিলগৈ আৰু ভয়তে তাৰ গাতে সাবট মাৰি ধৰিলে। সকলোৱে সেই ঠাইডোখৰলৈ চালে। বিৰাট অজগৰ সাপ এটা আঁকাই-পকাই আঁতৰি যোৱা সকলোৱে চকুত পৰিল।

ঃ ঐ নেং, অজগৰ! ভয়াত মাতেৰে কাদমে ক'লে।

কাদমৰ মাত শুনি তাই চেতনা পালে। ছেং তেৰণক ইমান পৰে যে তাই সাবটি ধৰি আছিল ক'বকেই পৰা নাছিল। লাজ পাই ততালিকে তাই কাদমৰ ওচৰলৈ গুচি আহিল। লাজত মুখখনি ৰঙা পৰি গ'ল।

ঃ সাপটো পলাল। সাৱধানে শাক বিচাৰিবাহঁক।—উপদেশ দিয়াৰ সুৰত ছেং তেৰাণে ক'লে।

ভয়ে ভয়ে আকৌ সকলোৱে বন-শাক বিচাৰিবলৈ আৰম্ভ কৰিলে।

অমফু আৰু কাদমো আগ বাঢ়িল। দলটোৰ কিছু আঁতৰত দুয়ো কাষত হাকছ' লৈ ঢেঁকীয়া শাক ছিঙিছে। শাক তূলি কাদমে অমফুক ক'লে—

ঃ ঐ নেং! খাবা ?

ঃ কি ?—কুমলীয়া ঢেঁকীয়া এসোপা হাকছ'ত ভৰাই অমফুৱে প্ৰশ্ন কৰিলে।

ঃ লং-গুটি।

ঃ ক'ত পালা ?

ঃ যোৱাকালি হাটলৈ গৈছিলোঁ। কেংছাং দোকানৰপৰা আনিলোঁ। লোৱা। মুখত এমোকোৱা হাঁহিৰে দুটামান লং-গুটি তাই অমফুৰ হাতত গুজি দিলে।

ঃ বৰ জলা ঐ নেং!—লং-গুটি এটি চোবাই গালত হাত দি অমফুৱে ক'লে।

ঃ খোৱা খোৱা, পেটলৈ ভাল, জানা।—সখিত্বৰ মৰম আৰু আপডালৰ সুৰত কাদমে ক'লে।

তুলি অনা ঢেঁকীয়া কেইডাল লিৰিকি বিদাৰি অমফুলৈ চাই তাই ক'লে—

ঃ তুমি কালি আমতেৰেং হাটলৈ নগ'লা কিয় ? কিমান যে মণি ওলাইছিল জানা !

ঃ সঁচা ?

ঃ সঁচা নকৈ মই মিছাই কম ? মই দুডালহে আনিলোঁ। এগাল আনিবৰ মন গৈছিল পাই !

কাদমে এনেয়ে ইফালে-সিফালে ঘূৰি চালে। দলৰ আনবোৰে ঢেঁকীয়া, হান-ছাংবি, মেহেক শাক তোলাত ব্যস্ত হৈ পৰিছে। টীকা পাহাৰৰ নামনিত যে ইমান শাক থাকিব কাদমে ভাবিবই পৰা নাছিল। বন-শাক বিচৰাৰ ছলেৰে লুম জং-লংকিহঁতে কাছাং-বাছাপ্ৰীহতক জোকাই তাহাঁতৰ মিঠা গালি খাই স্ফূৰ্তি কৰা দেখি তাই মনে মনে হাঁহিলে। এয়া যে সঁচা জীৱনৰ চিৰন্তন আকৃতি !

লং-গুটি চোবাই চোবাই কাদমেও শাক ছিঙি যাবলৈ ধৰিলে।

ঃ তুমি কিয় হাটলৈ নগ'লা ?—অন্যমনস্ক হৈ থকা অমফুক কাদমে পুনৰ সুধিলে।

ঃ এনেয়ে। গা ভাল নাছিল।—তাই চমুকৈ ক'লে।

ঃ গা ভাল নাছিল নে মন ভাল নাছিল ?—ঢেকীয়াৰ কোমল আগ ছিঙি ছিঙি কেৰাহি কৰি চাই কাদমে সুধিলে।

ঃ ইচ তোমাৰো যে কথা। গাৰ লগত মনৰ আকৌ কি সম্বন্ধ ?

ঃ মন ভালে থাকিলেহে গাও ভালে থাকে।

কাদমৰ কথাত কাণ নিদিয়া দেখি তাই আকৌ ক'লে- -

ঃ বেয়া পালা নেকি নেং ?

ঃ বেয়া কিয় পাম ? সঁচা কথাকেহে কৈছোঁ।—তাই সখীয়েকৰ মুখলৈ চাই ক'লে।

ঃ তোমাৰ মনটো আজি কিয় ডাৱৰীয়া বাৰু ?—কামত ওলমি থকা হাক-ছ'ত বাওঁহাতখনেৰে হেঁচি ধৰি সখীয়েকৰ মুখলৈ চাই তাই সুধিলে।

ঃ ক'ত, কিটো দেখিলা ?—মেহেক শাকৰ লতাডাল টান মাৰি তাই সুধিলে।

ঃ তুমি সাপডাললৈ বৰকৈ ভয় খালা হবলা।

সাপৰ কথা শুনি অমফুৱে টানি অনা লতাডাল হাতৰপৰা ভয়তে এৰি দিলে। তাইৰ মনত লতাডাল সাপ হেন লাগিছিল। সখীয়েকে ভয় যে খাইছে কাদমে বুজি পালে।

ঃ ভয় খাবলৈ কিটোনো আছে, এইয়া লতাহে। পিছে তোমাৰ দুখৰ কাৰণটো হ'লে মই জানো, এতিয়া নকওঁ। তুমি বেয়া পাবা। এৰা, মইনো তোমাৰ কোন ? —তাই বেজাৰ পোৱা ভাও জুৰি, থুপ খাই থকা হানছাংবি জোপাৰফালে খোজ ল'লে।

অমফুৱে ভাবিলে, সখীয়েকে নিশ্চয় বেয়া পাইছে। কাদমৰ ওচৰলৈকে চাপি শাকবোৰ লিৰিকি-বিদাৰি তাই সুধিলে—

ঃ কি কথা নক'লা কিয় নেং ?

ঃ তুমি বেয়া পোৱা যদি ?

ঃ দহোকুৰি নেং, বেয়া নাপাওঁ। কোৱানা কি কথা ?

হানছাংবিৰ কোমল পাতবোৰ ছিঙি ছিঙি অমফুৰ উদ্বিগ্ন মনটোলৈ কাদমে লক্ষ্য কৰিলে পাহাৰৰ শীতল বতাহ এছাটি কাদমহঁতক স্পৰ্শ কৰি বৈ গ'ল। অমফুৰ কিচকিচীয়া ক'লা চুলিকোছা বতাহত খেলিবলৈ ধৰিলে। চকুৰে-মুখে আৱৰি ধৰা চুলিকোছা হাতেৰে আঁতৰাই অমফুৱে সুধিলে—

ঃ ক'তা, কি কথা নক'লা দেখোন ?

ঃ কম বাৰু সৌ শিলচটাত বহি লওঁ বলা।—ওচৰৰ সমান বহল শিল-ডোখৰলৈ আঙুলিয়াই তাই ক'লে।

অমফু আৰু কাদমে গছৰ ছাঁ পৰি থকা শিলডোখৰত বহি পাণ-ছালি উলিয়াই ল'লে। অমফুৰ মুখত উদ্বিগ্নতাৰ ভাব। সখীয়েক কাদমে কিহৰ কথা বা উলি-য়ায় ? নানা প্ৰশ্নৰ খেলি-মেলিৰে তাইৰ মন হঠাৎ ভাৰাক্ৰান্ত হৈ পৰিল। বংতং চৰাইজনীয়ে "বং—তং বং—তং' কৰি অবিৰামভাৱে গীত জুৰিবলৈ ধৰিলে। সিফালৰপৰা ছেংহঁতৰ মিঠা সুহুৰি আৰু কাছাং-বাছাপীহঁতৰ হাঁহিৰ টুকুৰাবোৰ ভাহি আহিবলৈ ধৰিলে।

ঃ এটা কথা কি জানা ?—নীৰৱতা ভাঙি কাদমে ক'লে।

ঃ কি কথা ?—সৰু কটাৰীখনেৰে শিল ডোখৰত আঁক-বাঁক কৰি সখী-য়েকৰ মুখলৈ চাই সুধিলে।

ঃ ছেং ককাইদেৱে তোমাক হেনো ভাল পায়।—নিলগত ধপাত হুপি থকা ছেং তেৰণলৈ চাই কাদমে ক'লে।

ছেং তেৰণৰ নাম সখীয়েকৰ মুখত শুনি সলজ্জভাৱেৰে তালৈ চাই চকু ঘূৰাই আনিলে। বতাহত নাচি থকা আধা ফুলা কপৌ ফুলৰ থোক দুটালৈ তাই চাই ৰ'ল—অজানিতে। সাপৰ ভয়ত কব নোৱৰাকৈ ছেঙৰ গবা মাৰি ধৰা পৰিস্থিতিটোলৈ মনত পেলাই তাই লাজ অনুভব কৰিলে। তাই গৰমেৰে সখীয়ে-কৰ গালৈ ঠেলা মাৰি দি ক'লে—

ঃ থৈ দিয়া তাৰ কথা। যাওঁ উঠা।—এই বুলি কৈ অমফুৱে হাক ছ' পিঠিত লৈ বাছাপীহঁতৰ ফালে যাবলৈ উঠিল। হাঁহি হাঁহি কাদমেও সখীয়েকৰ পাছ ল'লে।

সিফালৰপৰা লুম জংহঁতেও মাতিলে—

ঃ নী অমফুহঁত, আহা। বেলি বেছি নাই।

ওখ গছৰ ডালবোৰৰ মাজেৰে অমফুহঁতে আকাশলৈ চাই পঠিয়ালে। বেলি লহিয়ালেই খৰধৰকৈ শাক বোটলা কাম শেষ কৰি সকলোৱে ঘৰলৈ সাজু হ'ল। ডেকাহঁতৰ পাছে পাছে গাভৰুজাকে খোজ ল'লে। ডেকাহঁতে আনন্দৰ কিৰিলি মাৰিলে। ডেকাহঁতৰ কিৰিলি টীকা পাহাৰৰ খোৰোংবোৰত ঠেকা খাই অৰণ্য কঁপি উঠিল। সেয়া অৰণ্য ত্যাগৰ কিৰিলি সফলতাৰ কিৰিলি। বাটত সিহঁতে

ৰ'থাত লাংছু' জুৰিৰ শীতল পানীৰে হাত-মুখ ধুই দেহা জুৰ পেলালে। এধাংকৈ বন-শাক, এবুকু মৰম আৰু আনন্দ লৈ ৰংমিলিৰ ডেকা-গাভৰুহঁত ঘৰলৈ উলটিল। এই প্ৰত্যাবৰ্তন যে এক বুজাব নোৱৰা তৃপ্তি। দৰণিৰ আকাশত সিহঁতে দেখা পালে এজাক উৰি যোৱা ভাটৌ চৰাই। নামনিয়েদি উৰি যোৱা ভাটৌজাকে সন্ধিয়াৰ পোহৰখিনি পাখিত সানি উৰা মাৰিছে—লাহে লাহে ধূসৰিত হৈ অহা টীকা পাহাৰৰ বনাঞ্চল।

## পাঁচ

শেষ ফাগুনৰ ফৰকাল এটি পুৱা।

টীকা পাহাৰৰ চূড়াৰপৰা যেন সূৰুযে সোণালী ৰংবোৰহে ছটিয়াইছে আল-ফলকৈ।

কাৰবি লাংপি[24]ৰ দুয়ো পাৰ পোহৰ হৈ পৰিল।

ৰংমিলি গাঁওখনো লগে লগে জাগি উঠিল, কিছু ব্যস্ততাৰে।

গাঁৱৰ আশে পাশে থকা মদাৰ-পলাশ বনত বসন্তৰ মধুৰ স্পৰ্শ।

পত্ৰবিহীন পলাশত ৰঙৰ আবীৰ।

মদাৰ গছতো।

পুৱাৰ নিয়ৰত ফুলি উঠা পলাশ ফুলত বিবিধ চৰায়ে মৌ-পান কৰিছে।

ছাৰইক তেৰাঙৰ বাৰী-চুকৰ মদাৰ কেইজোপাতো মইনা-শালিকা ফেচুলুকা-বোৰে কলৰৱ তুলিছে।

ৰংমিলি গাঁৱৰ ছাৰথে—ছাৰইক তেৰাং।

তাৰ ঘৰত আজি চ'জুন—স্বৰ্গ পূজা।

গাঁৱৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু বুঢ়া-বুঢ়ীৰ মনবোৰ আজি উছৱমুখৰ।

দূৰ-দূৰণিৰ গাঁওবোৰৰ পৰা পুৰুষ-মহিলা, ল'ৰা-ছোৱালী দলে দলে অমস্কুহঁতৰ ঘৰলৈ আহিছে পূজা খাবলৈ।

ৰং-বিৰঙৰ কাপোৰ পিন্ধি জীয়ৰী-বোৱাৰীবোৰ জুমে জুমে আহিছে। পলাশ আৰু মদাৰ ফুলৰ ৰংবোৰ যেন ছাৰইক তেৰাঙৰ পূজা থলীত খুপ খালেহি।

ঘৰৰপৰা কিছু আঁতৰত পূজাৰ থলী।

পুবৰফালে মুখ কৰি পূজাৰ বেদী স্থাপন কৰিছে।

ফংৰং গছৰ ডাল চাৰিটা চাৰি চুকত থিয়কৈ পুতি তাৰ ওপৰত চাং এখন সজাইছে। ফংৰং গছৰ পাতবোৰে চাংখনৰ ওপৰত আৱৰি ধৰিছে। খুটাবোৰত

---

২৪ বৰপানী নৈৰ পৰিচিত কাৰ্বি নাম

ল'ক পাতেৰে বান্ধি সেউজৰঙীয়া কৰি তুলিছে। চাংখনৰ ওপৰলৈকে এটি জখলা। মূল বেদীত কুম্‌ফ্ৰী-কুম বং২৫ কেঁকোৰা, চেঙা মাছ আদিৰ লগতে চেহেল'বৰ, চৰালেং আদি গছবোৰ সজাই থোৱা হৈছে।

সেয়া হ'ল বাৰিথে অথাৎ স্বৰগ দেৱতাৰ বেদী।

কাষৰ সৰু চাঙৰ বেদীখনি ছাৰ দেৱতাৰ। চাংখনৰ ওপৰত ধান খেৰেৰে সজোৱা প্ৰতিমূৰ্তি এটা থিয় কৰি থোৱা আছে। মূৰ্তিটোৰ হাতত ধন-কাড়। ছাৰ দেৱতাৰ বেদীৰপৰা দক্ষিণলৈ ক্ৰমে দীঘলীয়া সৰু-বৰ বেদী মাটিত সজোৱা হৈছে। হাৰাতা দেৱতাৰ মূৰ্তিটো বিৰনে বেদীৰ কাষতে থিয় কৰি থোৱা আছে। শেষৰ বেদীখনি আৰনি অথাৎ সুৰুষ দেৱতাৰ। বেদীটোত এটি বগা মতা কুকুৰা বান্ধি থোৱা আছে। পূজাৰীজনে বেদীৰ ওপৰত পাণ-তামোল, চাউল পিঠাগুৰি আদিৰে পজাৰ নেবেদ্য আগ বঢ়াইছে।

আদহীয়া পূজাৰীজনে পিঠাগুৰি ছটিয়াই ছটিয়াই পূজাৰ বেদীবোৰ পৱিত্ৰ কৰি ল'লে। ৰাইজৰ আশীৰ্বাদ লৈ পূজাৰীজনে মন্ত্ৰ মাতি পিৰ থাৎ অথাৎ বাবিথে দেৱতাৰ ৺বোধন কাম আৰম্ভিলে:

এহে—ম হেম হেম আৰ—নাম
আৰনাম কেথে আৰনি কেথে
বাৰিথে আছ' বাৰিএ আছ
ল'কা কেথে ফংৰং কেথে
ল'কা আৰনাম ফংৰং আৰনাম
কেকিম আৰনাম কেৰাক আৰনাম
এ—হেম এ হে—ম হেম আৰনাম।

(হে মহান গৃহদেৱতা।
তুমিয়েই সূৰ্য-সদৃশ
শ্ৰেষ্ঠতম দেৱতা।
ল'কা আৰু ফংৰং
বৃক্ষৰ দেৱতা তুমিয়েই।
তুমিয়েই সৃষ্টি আৰু
পালন কৰ্তাৰো দেৱতা।
তোমালৈ প্ৰণাম।)

দেৱতাৰ স্তুতি-মন্ত্ৰৰ ধ্বনিয়ে এক পৱিত্ৰ পৰিবেশ জগাই তুলিলে। পূজাৰীৰ মুখৰপৰা অনগলভাৱে উচ্চাৰিত হোৱা মন্ত্ৰৰ ধ্বনিৰ তৰংগত ছাৰইকৰ মন-প্ৰাণ এক গভীৰ ভাবত নিমজ্জিত হ'ল। এই মন্ত্ৰবোৰৰ সৃষ্টি কাৰবি লাংপিৰ সমানেই পুৰণি নহয়নে বাৰু? জগতৰ সৃষ্টি ৰহস্যৰ সৈতে মানৱ আত্মাৰ কিমান নিবিড় এই মন্ত্ৰবোৰৰ সম্পক!

---

২৫ ফৰিং-সদৃশ পানীত থকা পোক বিশেষ

কথাবোৰ ভাবি তাৰ সৰু মনটো হঠাতে প্ৰফুল্লিত হৈ পৰিল আৰু দেৱতাৰ কাৰ্য সাধনত সি পূজাৰীক সহায় কৰিলেগৈ।

প্ৰধান দেৱতা বাৰিথেলৈ উছগা কৰা গাহৰিটো বেছ ডাঙৰ আৰু নোদোকা। সমূহীয়া প্ৰাৰ্থনাৰ শেষত পূজাৰীয়ে মন্ত্ৰ মাতি নোদোকা গাহৰিটো কাটিলে। পিৰথাৎ গাহৰি কটাটো চ'জুন পজাৰ এক উল্লেখযোগ্য দিশ। গাহৰিৰ কলিজা আৰু হাওঁ-ফাওঁৰ অন্তৰালত নিহিত থাকে গূহস্থ ৰহস্যময় ভৱিষ্যতটো। কলিজা আৰু হাওঁ-ফাওঁ উলিয়াই মানে পূজাৰীয়ে বাকীবোৰ দেৱতালৈ কুকুৰা চৰাই কাটি পূজাৰ নৈবেদ্য আগ বঢ়ালে। হাৰাতা দেৱতালৈ আগ বঢ়োৱা চৰাইৰ মৃত-অৱস্থানটো চমৎকাৰ। খেতি পথাৰ ভাল হোৱাৰ ইংগিত। কাৰণ, হাৰাতা হ'ল— মাটিৰ পশস নষ্ট কৰা অপদেৱতা। এইজন দেৱতা সন্তোষ হোৱা মানেই খেতি পথাৰো ভাল হোৱাৰ লক্ষণ বুলি কাৰবিসকলে বিশ্বাস কৰে।

ইতিমধ্যে পিৰথাৎ গাহৰিটোৰ কলিজা আৰু হাওঁ-ফাওঁ উলিয়াই পানীৰে নিকা কৰি ধোৱা হ'ল। বেদীৰ কাষতে সন্মানিত অতিথিসকলৰ জিৰণি-পঁজা— ছাৰ হাম ৰেণ। হাবে পিন প'কে প্ৰমুখ্য কৰি অন্যান্য অঞ্চলৰ সন্মানিত ব্যক্তি-সকলে বহি পূজা কাৰ্য পৰ্যবেক্ষণ কৰি আছিল। হাবেৰ অনুপস্থিতিত চ'জুন পূজা সাধাৰণতে অনুষ্ঠিত হ'ব নোৱাৰে। ছাৰইকে আগতীয়াকৈ খবৰ পঠাই লংৰি হাবেক পূজা খাবলৈ অনুৰোধ কৰিছিল। পূজাৰ দিনাখন লংৰি হাবে সোনকালে আহি নিজৰ আসনত উপৱিষ্ট হৈছিলহি।

ফেৰাংকেয়ে গাহৰিটোৰ কলিজা আৰু হাওঁ-ফাওঁ হাবেসকলক দেখুৱালেগৈ। গাহৰিৰ কলিজা আৰু হাওঁ-ফাওঁ চাই বিভিন্নজনে বিভিন্ন ধৰণেৰে মত প্ৰকাশ কৰি ভৱিষ্যৎ-বাণী কৰিলে।

ৰংমিলিৰ বৃদ্ধ লংকিৰিয়ে কলিজাত থকা গভীৰ দাগবোৰ দেখা পাই মন্তব্য কৰিলে—

ঃ এইবছৰ খেতি-বাতি অৱশ্যে ভাল হোৱাৰ ইংগিত আছে। কিন্তু—। কলিজাৰ দাগবোৰ নিৰীক্ষণ কৰি এক গভীৰ উদ্বেগ আৰু দুশ্চিন্তাৰ ভাব লংকিৰিৰ মুখত প্ৰকাশ পালে।

ঃ কি হ'ল ফু ?—ফেৰাংকেয়ে উৎকণ্ঠিত হৈ প্ৰশ্ন কৰিলে।

ঃ এইয়াচোন গোটেই গাঁওখনৰে অশান্তি হোৱাৰ চিন।—তাৰ ক্ষীণ আঙুলিৰে কলিজাৰ দাগডোখৰ দেখুৱাই লংকিৰিয়ে ক'লে।

লংকিৰিৰ কথা শুনি হাবেছিক'ই ভেক ভেক কৰি হাঁহিলে। তাৰ হাঁহিত ছাৰ হাম ৰেণ কঁপি উঠিল। সকলোৱে হাবেছিক'ৰফালে মুখ ঘূৰালে। হাবেছিক'ৰ মূৰৰ বগা পাগুৰি জিলিকি আছে—বহুতো মানুহৰ মাজত। লংকিৰিৰ লগতে ছাৰইকেও হাবেছিক'ৰ হাঁহিৰ অৰ্থ বুজি নাপালে।

ঃ মই লংৰি হাবে থাকোতেনো আনে ভৱিষ্যৎ-বাণী মাতিবলৈ কোন ? গাহৰিৰ কলিজা গণনাত সি কিটোনো জানে ? এইবোৰ অশুভৰ চিননে ?—হাবেছিক'ই আঙুলিৰে কলিজাডোখৰ হেঁচি হেঁচি লংকিৰিক তিৰস্কাৰ কৰিলে।

ঃ লংখি হাবে দেউতা, বয়সৰ হেতু মোৰ দৃষ্টিভ্ৰমো হ'ব পাৰে। দায়-দোষ নধৰে যেন।---বৃদ্ধ লংকিৰিয়ে তাৰ কাষত ক্ষমা খুজিলে।

হাবেছিক'ই আত্ম-সন্তুষ্টিৰ হাঁহি মাৰি ছাৰইকলৈ চালে। সি হাঁহি হাঁহি লংখি হাবেৰ ক্ষমতাৰে ৰাজহুৱা ঘোষণা কৰিলে ৷

ঃ ছাৰইক তেৰাঙৰ ঘৰ-গৃহস্থিৰে সতে কপাল খুলিছে। অজস্ৰ ধন-সম্পত্তিৰ লক্ষণ। হেমফু ঈশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰি ৰাইজে আশীৰ্বাদ দিবহে লাগে।

প্ৰাৰ্থনাৰ মদ বিলোৱা হ'ল। পূজা-থলীত গোট খোৱা বুঢ়া-মেথাসকলে মাটিৰ ওপৰত মদ ঢালি একেলগে আশীৰ্বাদ-মন্ত্ৰ উচ্চাৰণ কৰিলে। পূজা-থলীত মন্ত্ৰৰ গুম গুমনি উঠিল। ল'ৰা-ছোৱালীৰ সমবেত 'এ--ত ধ্বনিৰে পূজা-মণ্ডপ মুখৰিত হৈ পৰিল।

পূজা থলাৰ ওঁৰ দিশত দীঘলীয়াকৈ সজোৱা এটি সৰু হামৰেণ। সেয়া অং-নিছুৰ জিৰণি পজা। তাত সাধাৰণতে মোমাই-শহুৰ সম্বন্ধীয় লোকসকলে আসন গ্ৰহণ কৰে। সুদূৰ উৰ্মাতিলি আৰু ৰংমান্দুৰপৰা হেমাইৰ মোমায়েকহঁত আহি বহিছে। ছাৰ হামৰেণ আৰু অং-নিছুৰ হামৰেণৰ মাজৰ মুকলি ঠাইত ডেকাসকলে বিধে বিধে মাংসৰ আঞ্জা ৰান্ধিছে। সোমাজতে থকা ওখ চাংখনত সিজোৱা মাংসৰ আঞ্জাবোৰ যতনাই থৈছে। লগতে থৈছে সিজোৱা কচু-ঢেঁকীয়া-হানথু পাতৰ বিভিন্ন ৰকমৰ আঞ্জা।

মহিলাসকলৰ জিৰণি ঘৰ বুৰ্তিৰী পূজাথলীৰ পছিম কোণত অৱস্থিত। হাবেছিক'পীক প্ৰমুখ্যা কৰি সমাজৰ মান্য তিৰোতাসকলে সেই ঘৰত আসন লৈছে। মদ-ভাতৰ ব্যৱস্থাপনাত তেওঁলোকে গাভৰুসকলক দিহা-পৰামৰ্শ আগ বঢ়াইছে। কুৰ্তিৰীৰ ওচৰতে লাংথেনুন---পানী ভৰাল। বাহৰ দীঘল দীঘল চুঙাৰে কাৰবি লাংপিৰ নিমল পানী কঢ়িয়াই গাঁৱৰ গাভৰুসকলে পূজাথলীৰ ৰাইজক পানীৰ যোগান ধৰিছে অক্লান্তভাৱে।

লাংপানী আৰু ফটিকাৰ নিচাত বুঢ়া কিছুমানে ৰগৰ তুলিছে। দুই-এজনীয়ে কন্যা নিৰ্বাচনৰ গোপন মেল পাতি হাহিছে। নৈৰ ঘাটৰপৰা শাৰী পাতি গাভৰু-জাকে পানী কঢ়িয়াইছিল। সেইজাকৰ মাজত অমফুও আছিল।

তাই ধীৰ খোজেৰে পানী-ভৰা লাংথে পিঠিত লৈ পূজা-থলীলৈ আহিছে। লাংথেৰ ভৰত তাই তলমূৰ কৰি আহি আছিল। যৌৱনৰ অনিৰ্বচনীয় কমনীয়তা-খিনি তাইৰ দেহৰ ভাঁজে ভাঁজে দুপৰীয়াৰ ৰদত জিলিকি উঠিল। অমফুলৈ চাই হাবেছিক'পীয়ে মোহিত হৈছিল তাইৰ ৰূপ দেখি। একেলগে বহি থকা অমফুৰ মাক কাছাং ৰংহাংপীক তাই সুধিলে---

ঃ নেং বাছাপী এইজনী তোমাৰ ছোৱালী নহয় জানো?

ঃ অ', আমাৰেই। চাওঁতে চাওঁতে গাভৰুৱেই হ'লহি।

ঃ দেখিছোঁ, বেছ কামিলা। তাই লক্ষ্মী ছোৱালী। মোৰ বোৱাৰী কৰিব'ল পোৱা হ'লে?

ঃ আমাৰ ছোৱালী আপোনালোকৰ ঘৰৰ বোৱাৰী হ'বলৈ পোৱাটো আমাৰেই পৰম ভাগ্য বুলি ভাবিলোঁহেঁতেন। দেখিছেচে সেইজনী কামত হ'লে একোৱেই নাই।

ঃ ইচ নেং তেনে কথা নক'ব। খোজতেই বুজিব পাৰি নহয় ছোৱালী ভাল নে বেয়া ?

অমফুইঁত চকুৰ আঁৰ হোৱাৰ লগে লগে বিয়নী-মেলৰো ওৰ পৰিল। অন্য প্রসঙ্গৰ কথা উলিয়াই হাঁহি-ধেমালিৰে কুন্তিৰী ঘৰত এক মধুৰ পৰিবেশৰ সৃষ্টি কৰিলে।

পূজা-থলীৰপৰা উঠা পাতল ধোঁৱা আৰু মানুহৰ গুণ-গুণনি ফাগুনৰ আকাশত মিলি গ'ল। পূজাৰীক ইটো-সিটো কৰি সহায় কৰাৰ উপৰিও ছাৰইকে অন্যান্য কামৰ দিহা দি ফুৰিছে। সময়ে সময়ে মানৰ মাংস আদি ভাগ-বাটোৱাৰাৰ বিষয়ে হাবে-পিনপ'সকলৰ লগত আলোচনা কৰিছেগৈ। মুঠতে ছাৰইক সেইবাং আজি ব্যস্ত লোক। সময়ৰ গতিত আজি সিও ঘৰিব লাগিছে। তাৰ লগতে ফেৰাংকে ৰিছ'বাছা বুৰতিমেন--- এইসকলেও উৎসৱত যোগ দিয়া অতিথিসকলৰ সুবিধা-অসুবিধাবোৰলৈ সততে চকু ৰাখিছে। সিহঁতৰ মনত ৰংমিলিৰ সন্মানটোহে প্রধান বিষয় বুলি বিবেচিত হৈছে।

পূজা-থলী লোকে লোকাৰণ্য হ'ল। উমাহা হাবেপি উমলাৰং নকবাৰে আদি লংৰিবোৰৰ ওপৰিও ওচৰে-পাজৰে থকা বি-হেনকা, ফুং আৰি লাংচি বাৰ লংৰে উমৰু আদি গাঁৱৰ পৰাও ৰাইজ আহি ছাৰইকৰ পূজাত সহযোগ কৰিছেহি। টীকা পাহাৰৰ লৰেঞ্চ হাঞ্চেও আহি ছাৰইকক মান আগ বঢ়াই সহযোগ আগ বঢ়াইছে। ৰাইজে অনা মদৰ বটল'বাব ছাৰইক তেৰাঙৰ আগত থুপ খালেহি।

বগা বঙা, কলা ৰঙৰ মদৰ বটলবোৰত নানা চিন দিয়া আছে। নিজা বটল সহজতে চিনি পোৱাৰ সুবিধাৰ কাৰণেই এনে ব্যৱস্থা। সময়ৰ পৰিৱৰ্তনৰ লগে লগে মদৰ পাত্রৰো পৰিৱৰ্তন হ'ল। পূবৰ লাওৰ পাত্রতকৈ এতিয়া চিচা বটলৰ মূল্য বাঢ়িল। নীতি-নিয়মৰ বাহিৰে চিচা বটলৰে কাম সম্পাদন কৰা হ'ল।

আনফালেদি চিচাৰ বটল এনেয়ে পোৱা টান। তিল-কপাহৰ বিনিময়তহে এনে বটল ঘৰত প্রৱেশ ঘটিব পাৰে। সেয়েহে কাৰবি গৃহিণীয়ে চিচা বটল বৰ আদৰ আৰু সযতনে ঘৰত ৰাখে। এনে বটল কেনেবাকৈ হেৰালে গৃহিণীৰ কোপানলত গৃহস্থজন দগ্ধ হ'ব লাগিব। হেৰোৱাটো বাদেই, কেনেবাকৈ সলনি হ'লেও ঘৰত এখন সৰু-সুৰা ৰণ লাগে। এনে পৰিস্থিতিৰ পৰা হাত সাৰিবলৈকে সচেতন গৃহস্থই বটলৰ গাত বিচিত্র আভৰণ দি লোৱাৰ এই অভিনৱ কৌশল।

লাহে লাহে পূজাৰ কামো শেষ হৈ আহিল। দেৱতালৈ আগ বঢ়োৱা শেষ নৈবেদ্য "থেকাৰ" দিয়া কাযৰ অন্তত ৰাইজে আহাৰ গ্রহণ কৰিব পৰা হ'ল। ইতিমধ্যে পছিমৰ আকাশখনো ৰঙচুৱা হৈ ক্রমে ধূসৰ হৈ আহিছিল। পূজাৰীৰ নির্দেশ মতে ফেৰাংকেই ৰাজহুৱাভাৱে আহাৰ গ্রহণৰ বাতৰি প্রচাৰ কৰিবলৈ লংৰি

হাবেৰ অনুমতি বিচাৰিলে। লংৰি হাবেই অনুমতি দিয়াৰ লগে লগে ফেৰাংকেই আহাৰ গ্ৰহণৰ প্ৰস্তুতিৰ কথা ঘোষণা কৰিলে। ঘোষণা কৰাৰ লগে লগে ল'ৰা-ছোৱালীৰ আনন্দৰ কিৰিলিত পূজা-থলী মুখৰিত হ'ল।

ডেকাসকল ব্যস্ত হৈ পৰিল। ল'ৰা পাত, কলপাত, বাঁহৰ চুঙা এফালৰ পৰা ডেকাসকলে বিলাই যাবলৈ ধৰিলে। ছেং তেৰণ, লুম জং, ফানকুহঁতে মদৰ বটলবোৰ হাতত লৈ মান অনুসৰি মাননি মদ বিলাই গ'ল। চৰ্বিযুক্ত গাহৰিৰ ভাঠ ছাল 'অকজৰ'ৰ টুকুৰাবোৰ এটা এটাকৈ সকলোকে বিলাই যাবলৈ ধৰিলে। ৰংমিলিৰ ল'ৰাজাক লংকিৰি-লংকিহঁতে এশাৰীত বহি আছিল। পাতত পৰা অক-জৰৰ টুকুৰাবোৰলৈ ডাঙৰ ডাঙৰকৈ চকু মেলি চাই হাঁহিলে। বহাৰ পৰাই লংকিয়ে ডিঙি মেলি হেমাইটোলৈ চাই পঠিয়ালে। দেউতাকৰ কাষত বহি থকা হেমাইক সি দেখা নাপালে। লগত হেমাই থকা হ'লে ডাঙৰ অক জৰ পালোহেঁতেন —সি ভাবিলে। বাকীসকলৰ দৰে সিও ল'ৰা পাতেৰে অক জৰ ডোখৰ মেৰিয়াই বান্ধি থ'লে। ঘৰত গৈ মাকক দেখুৱাব অক জৰ পোৱাৰ আনন্দ। লংকি-হতৰ দৰেই কুন্তিৰীৰ ওচৰত বহি থকা লাৰছিকাহঁতেও টুকুৰাবোৰ বান্ধি লৈছে—ঘৰত নিবলৈ।

কুকুৰা চৰাইৰ মূৰ ঠেংসহ কৰঙন, গাহৰিৰ ওঠ আদিৰে মানী ব্যক্তি-সকললৈ মান আগ বঢ়ালে। বিধে বিধে সিজোৱা মঙহৰ আঞ্জাবোৰ ভাতৰ পাতত বিলাই দিয়া হ'ল। অমফু-কাদমহঁতে অন্যান্য কামবোৰ আজৰাই ৰাজহুৱা ভাত বিতৰণৰ কামত ব্যস্ত হৈ পৰিল। নিয়াৰিকৈ ৰাইজক ভাত বিলোৱা কাৰ্য গাভৰুৰ জীৱনত এক অগ্নি-পৰীক্ষা স্বৰূপ। সন্তৰ্পণে ভৰি সঞ্চালন কৰি কৰা অন্ন বিতৰণত কুমাৰী ছোৱালীৰ কলাত্মক ৰূপ প্ৰকাশ পায়। এনে কামত গাভৰু ছোৱালীৰ কৰ্মনিষ্ঠতা, সমভাৱে বিতৰণ কৰিব পৰা গুণ আৰু নিজৰ ব্যক্তিত্ববোধে আত্ম-প্ৰকাশ কৰাৰ স্থল ওলাই পৰে। অন্ন বিতৰণ কৰোঁতে কোনোবাই জোকালেও অন্তৰত হোৱা প্ৰতিক্ৰিয়া বাহিৰত প্ৰদৰ্শন কৰিব নাপায়। এনে অৱস্থাত নিজক সংযত কৰি ৰাখিব পৰাটোৱেই লক্ষ্মী ছোৱালীৰ লক্ষণ বুলি সমাজে গণ্য কৰে।

অন্ন বিতৰণ কৰি যাওঁতে ছাৰ হাম ৰেণত বহি থকা হাবেসকলে অমফুৰ ৰূপ আৰু গুণৰ বিষয়ে প্ৰশংসা কৰিলে।

ঃ এনে ছোৱালী হাজাৰৰ ভিতৰত কাচিৎ এজনীহে পাব পাৰি। —হাবে-ছিক'ই ক'লে।

ঃ এৰা, খোজে-কাটলে ছোৱালীজনী বৰ মৰম লগা। ছোৱালীজনী কাৰনো? নকবাৰেৰ হাবেজনে সুধিলে। ওচৰতে বহি থকা লিন্দকে ক'লে—

ঃ কাৰনো হ'ব? আমাৰ ছাৰবাছাৰ ছোৱালী।

ঃ হওক, হওক। বৰ লক্ষ্মী ছোৱালী। মঙহ এটুকুৰা মুখত ভৰাই হাবে-ছিক'ই ক'লে।

অমফুহঁত আঁতৰি যোৱাৰ লগে লগে হাবেসকলেও আন কথা আলোচনা কৰিবলৈ ধৰিলে।

কুম্ভিবীৰ সন্মুখৰ শাৰীত গাঁৱৰ তিৰোতাসকলে বহি মদ-ভাত খাই আনন্দ কৰিছে। বুঢ়ী কেইজনীমানৰ মাজত বহি লংকিৰিৰ পত্নী কাবানে মঙহ এডোখৰ মুখত ভৰাই চোবাই খাবলৈ যত্ন কৰিছে। দাঁত নথকাত মুখৰ ভিতৰত পাগুলি খাবলৈ চেষ্টা কৰা দেখি ছেং তেৰণে বুঢ়ীক জোকালে—

ঃ ফী দেখোন মঙহ খাবলৈকে পৰা নাই।

ঃ এ—হ বোপাই, মঙহবোৰ বৰ টান অ'। তাতে এতিয়া আগৰ দৰে দাঁতো নাই নহয়। চেলেকিছোঁহে আৰু।

ঃ অলপ হাড়কে দিওঁ নেকি?—সি হাঁহি ক'লে।

ঃ ভাল কথাকে কৈছে। তইঁতৰ নিচিনা দাত থকা দিনত একোটা কামোৰতে বুঢ়া গাহৰিৰ হাড় গুৰি কৰিছিলো।—এই বুলি কৈ বঢ়ীয়ে হাঁহিলে। দাঁত নথকা উদং মুখখনে যেন জীৱন ৰহস্যৰ কথাকে কবলৈ বিচাৰিছে। লাওগুটিয়া দাঁতবোৰ তাইৰ হেৰাই গ'ল জীৱন-হাহিৰ সোঁতত। ছেং তেৰণে কোমল মঙহ কেইডোখৰমান বুঢীৰ পাতত দি আতৰি গ'ল। বুঢীৰ হাঁহিৰ অৰ্থ গমি চাবলৈ তাৰ আজি আজৰি ক'ত?

ছাৰ হাম ৰেণৰ দীঘল পজাত হাবেছিক', আন অঞ্চলৰ হাবে গাঁৱৰ বিছ'-বাছা, বুৰতিমেন, লিন্দক, অন্যান্য গাঁৱৰ বাছাপ'—এইসকলৰ উপৰিও আন বহুতো বয়সস্থ ব্যক্তিয়ে মদ-ভাত খাই নানা বিষয় লৈ আলোচনা কৰিছে। মদৰ বাতি হাতত লৈ হাবেপিৰ হাবেজনে প্ৰশ্ন কৰিলে---

ঃ আৰতুথেপি গাঁৱৰ লাইছেনেম[26] বিচাৰৰ ধনখিনি কি হ'ল? লংৰি হাবেয়ে কিবা গম পায়নে?

ঃ কিয় মৌজাদাৰে ভগাই দিয়াৰ দায়িত্ব লৈছিল নহয়। জইত সেঁকি সিজোৱা মঙহ এডোখৰ চোবাই হাবেছিক'য়ে ক'লে।

ঃ এৰাটো, আমি এটি পইচাও পোৱা নাই। মৌজাদাৰেই জেপত ভৰালে। শুনিবলৈ পাইছোঁ মৌজাদাৰে হেনো হাবেৰ মানবোৰো খাই আছে। চৰকাৰৰ লগত হাত মিলাই আমাৰ স্বতন্ত্ৰতাক সি কোনো মূল্যকে দিয়া নাই। ইয়াৰ বিচাৰ কি হ'ব?—উমাহাৰ হাবেজনে হাবেছিক'ৰ ওচৰত গোচৰ আনিলে।

ঃ বিষয়টো কিছু জটিল ধৰণৰ। মৌজাদাৰজন হ'ল বৃটিছৰ বিষয়া। আমি হাবেসকল হ'লো কাৰবি ৰজাৰ বিষয়া। ৰাইজে কাৰ কথা শুনিব? এই বিষয়টো ছ'চেং ৰংছ'পিলৈ প্ৰেৰণ কৰিব লাগিব।—কিছু সময় চিন্তা কৰি হাবেছিক'ই মন্তব্য দিলে।

ঃ কথাটো সোনকালে আলোচনা হ'লে ভাল। আমাৰ নিৰাপত্তাৰ প্ৰয়োজন হৈছে।—বহি থকা হাবেসকলে মত প্ৰকাশ কৰিলে।

এইদৰে আলোচনা চলি থাকোঁতে বুৰতিমেনে ক'লে—

---

২৬ সমগোত্ৰৰ মাজত হোৱা প্ৰণয়; এনে অবৈধ প্ৰণয় কাৰবি সমাজে মহাপাপ বুলি গণ্য কৰে।

ঃ কাথাৰ গাঁওবুঢ়াই কিবা বাতৰি পাইছে, আপোনালোকে জানেনে ?

সকলোৱে লংবেৰ কাথাৰ গাঁওবুঢ়াৰ মুখলৈ চালে। মগুহ এডোখৰ মুখত ভৰাই হাবেছিক'য়ো বাওঁহাতখনত ভেঁজা দি কিছু নিলগত বহি থকা কাথাৰলৈকে চালে। হাবেছিক'ৰ চকু আৰু মুখত ফটিকাৰ ৰাগী প্ৰকাশ পাইছে। পাতল গোঁফত হাত বুলাই বুলাই কাথাৰলৈ চাই থকা তাৰ চকু দুটাত উদ্বিগ্নতাৰ চিন।

ফটফটীয়া বগা ধুতি-চোলাৰে সুন্দৰ স্বাস্থ্যৰ লোকজন কাথাৰ গাঁওবুঢ়া। মদ এঢোক গিলি, ধুনীয়া গোঁফকোছাত লাহেকৈ হাতৰ তলুৱা বুলাই কাথ'ৰে ক'লে,—

ঃ বাতৰিটো ময়ো আনৰ মুখতহে শুনিছোঁ। বন্দুকৰ লাইচেন্স সংক্ৰান্তত যোৱা সপ্তাহত নগাঁৱলৈ গৈছিলোঁ। করুণা মিস্ত্ৰীৰ দোকানতে ডেন-গাঁও, বক-লীয়া ফালৰ মানুহ লগ পালোঁ। করুণা মিস্ত্ৰীয়ে স্কুল সম্বন্ধে কথা ওলালত ক'লে— হটন চাহাবে আমাৰ ইয়াতো এখন স্কুল পাতিবলৈ থিৰাং কৰিছে হেনো। ছেমছন ইংতিয়েও স্কুল এখন খুলিবলৈ পৰামৰ্শ দিছে বুলি ক'লে। কিবা বিতুছ' নে কি কিতাপ এখনো হেনো তেওঁ লিখিছে।

ঃ বাদ দিয়া, হটন চাহাব বেলেং চাহাবৰ কথা। মই হাবেছিক' থকালৈকে মোৰ লংৰিত ইছকুল পাতিবলৈ নিদিওঁ। টীকা পাহাৰত ইছকুল পাতি, গিৰ্জা সাজি কি নকৰাকৈ এৰিছে ? মুৰ চাহাব আৰু কিৰবেন (কাৰবেল) চাহাবে কিতাপৰ ছবিবোৰ দেখুৱাই সকলো কাৰবিকে খ্ৰীষ্টিয়ান কৰিলে, ছিকুৰ[27] কৰিলে। 'বিৰ তা' কাকত উলিয়াই যীচুৰ ধৰ্ম প্ৰচাৰ কৰিলে। আনে পাহৰিলেও মই হাবে-ছিক'ই নাপাহৰোঁ। কি কয় হাবে ?—বটলৰ পিপা খুলি লৈ বাতিত মদ বাকি কাষতে বহি থকা হাবেলৈ চাই ক'লে।

ঃ হাবেছিক'ৰ কথাবোৰ মিছা নহয়। মিছনেৰী অহাৰ পৰা টীকা অঞ্চলৰ কাৰবিসকলৰ কোনো নিয়মেই জীয়াই থকা নাই। পেং-চ'জুনৰটো নামেই হেৰাল, আনকি গীত-মাতৰ লগতে মৃতকক সৎকাৰ কৰা প্ৰথাও লুপ্ত হ'ল। —হাবেজনে ক'লে।

ঃ কথাটো অৱশ্যে গুৰুত্বপূৰ্ণই। মিছনেৰীৰ সহায় নোলোৱাকৈ জানো আমি স্কুল পাতিব নোৱাৰোঁ ? আমাৰ ল'ৰা-ছোৱালীবোৰক নগাঁৱত পঢ়ুওৱা কথাটো বাদেই, সৌ কামপুৰ বা যমুনামুখত পঢ়াবলৈকো আমাৰ সামৰ্থ্য নাই। ধনেশ্বৰ মাষ্টৰকে কৈ আমাৰ ইয়াত স্কুল এখন পাতিলে বেয়া নহ'ব নেকি ?—ছাৰইকে আলোচনাত অংশ লৈ কথাখিনি বৰ আগ্ৰহেৰে ক'লে। কথাটো কৈ হাবেছিক'ৰ খংহে তুলিলে ছাৰইকে।

এঢোক গিলি মদৰ বাতিটো এফালে থৈ হাবেছিক'ই খঙেৰে ক'লে—

ঃ এনে কথা ভবাটোৱেই ভুল। আমি ক-খ পঢ়িহে ডাঙৰ হৈছোঁ নেকি ? গাঁওবুঢ়া বাছাপ'য়ে অযুক্তিকৰ কথাবোৰ কিয় কয় ? মোৰ লংৰিত ইছকুল-তিছ্-

---

২৭ স্কুল শব্দৰ বিভ্ৰাট। স্কুল> ইছি কুল> ছিকুৰ> ছিকুৰ অৰ্থাৎ খ্ৰীষ্টিয়ান।

ফুল পাতিবলৈ নিদিওঁ। এইয়া হাবেছিক'ৰ কথা। এই লংৰিত মোৰ নির্দেশ মানি চলিবই লাগিব।

তাৰ কথা শুনি কাষৰ কিছুমানে "হয়, হয়, সোণ-ৰূপৰ মুখেৰে কোৱা হাবেছিক'ৰ কথাবোৰ সত্য" বুলি মত প্ৰকাশ কৰিলে। প্ৰশংসা কৰা শুনি তাৰ বুকুখন ফুলি গ'ল। সি চেক চেক কৈ হাঁহি, মণ্ডহ এডোখৰ হাড়েৰে সৈতে কুটুৰ কৰি চোবাই পুনৰ ক'লে—

ঃ মই অনুমতি নিদিয়া হ'লে ছাৰইকে অকজৰ বিতৰণ কৰিব পাৰিলেহেতেন নে ?—এই বুলি সি চেক চেকাই পুনৰ হাঁহিলে। তাৰ হাঁহিত ছাৰ হামৰেণ কঁপি গ'ল। ছাৰইক তেৰাওে হামৰেণৰ চালখনলৈ চাই হাবেছিক'ৰ হাঁহিৰ অৰ্থ বিচাৰিলে।

পৱিত্ৰ পৰিবেশ এটা নষ্ট হব পাৰে বুলি ভাবি সি বেছি তৰ্কলৈ নগ'ল। তাৰ নিজৰ সন্মানৰ লগতে ৰংমিলি গাঁৱৰ সন্মানো জড়িত আছে। পূজাৰীক কিবা সহায় কৰাৰ অজুহাত লৈ সি গা এৰা দিলে। ভোজ-ভাত খোৱাৰ মাজতে দুজনমানে বাঁহৰ তমাল ভাঙি ভাঙি লোক সংখ্যা গণিছে। গণনাৰ শেষত ছাৰইকক জনালে ৰাইজৰ উপস্থিতি পাচশ আশীজন। এনে উপস্থিতি খুব কম ঘৰতহে হয়——ছাৰইকে মনে মনে ভাবিলে। এক আনন্দৰ পৰিবেশত চ'জুন পূজাৰ সকলো কাৰ্য সমাধা হৈ আহিল। নিখুঁত আৰু শান্তিপূৰ্ণভাৱে পূজাৰ কাম সম্পূণ হোৱাত ছাৰইক তেৰাওে সুস্থিৰ নিশ্বাস পেলালে।

পূৰ্ণিমাৰ জোনটো লাহে লাহে উজ্জ্বল হৈ আহিল। ছাৰইকৰ পূজা-থলীখনো পোহৰ হৈ পৰিল। জোনৰ উজ্জ্বল পোহৰে হাম ৰেণৰ খুটাত ওলোমাই থোৱা লেম্পৰ পোহৰ নিষ্প্ৰভ কৰি পেলালে। পূজাৰ ভোজ খোৱা কামবো সামৰণি পৰি আহিল। পূজা-থলীৰ জন-কলৰৱ লাহে লাহে নীৰৱ হৈ আহিল। পূজাৰ সামৰণি কাৰ্যবোৰ সম্পাদন কৰি যাওঁতে ছাৰইকৰ কিছু পলম হৈছিল। ফেৰাংকে, ৰিছ'বাছা, বুৰতিমেন—এই সকলেও হেমফু দেৱতাক ছাৰবাছাৰ ঘৰলৈকে আদৰি নিয়াত সহায় কৰিলে। ক্ৰমে নীৰৱ হে অহা পূজা-থলীৰপৰা হাবেছিক'ৰ খলখলীয়া হাঁহিবোৰ ছাৰইকহঁতৰ কাণত পৰিলহি। তাৰ হাঁহিবোৰ ছাৰইকৰ মনত ৰহস্যময় হৈ থাকিল। পূজাৰ বেদী আৰু জনপ্ৰাণীহীন উকা হাম ৰেণ জোনৰ পোহৰত পৰি ৰ'ল নীৰৱতাৰ মাজত।

## ছয়

পূজাৰীক বিদায় দিয়াৰ লগে লগে তিনিদিনীয়া চ'জুন পূজাৰ সামৰণিও পৰিল। ছাৰইকৰ মনটো মুকলি মুকলি লাগিল। হঠাৎ যেন এটা পাহাৰ তাৰ মূৰৰ পৰা তললৈ খহি পৰিল। ভাহি যোৱা ধপাতৰ ধোঁৱাৰ দৰেই পাতল পাতল লাগিল তাৰ দেহ আৰু মন।

ৰংমিলিৰ ডেকা-গাভৰুহঁত ছাৰবাছাৰ ঘৰত গোট খালেহি। পূজাৰ শেষত এটা প্ৰীতি-ভোজ পতাটো নিয়ম। পৰিশ্ৰমৰ অন্তত, গাঁৱৰ যুৱক-যুৱতীয়ে এসাজ

আনন্দেৰে খাব নিৰংকুশভাৱে। দায়িত্ববোধত বান্ধ খাই থকাৰ পৰা সিহঁত আজি মুক্ত। আত্মীয়া কৰি ৰখা গাহৰি মঙহেৰে এসাজ প্ৰীতি-ভোজ খাব মুকলিকৈ।

মাননি-মদ দুবটল পূজা ঘৰে আগ বঢ়ালে ক্লেংদুন ক্লেংছাৰপ'লৈ। গাভৰু দলৰ হৈ কাদমক মাননিৰ বটলটো গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। ঘৰৰ ভিতৰৰ পৰা বটল এটা লৈ হেমাই ওলাই আহিল। কাদমৰ আগত দিওঁতে ডেকা বোৰে তাক জোকালে।

ঃ বটলটো দি সেৱা কৰ। তোৰ কন্যাজনী নহ'লে পলাব এতিয়া।

লাজত হেমাই ৰঙা পৰিল আৰু একেচাতে দৌৰি চোতাল পালেগৈ।

হাঁহি-ধেমালিৰে ডেকা-গাভৰুজাকে প্ৰীতি-ভোজ খাবলৈ ধৰিলে। বৰঘৰৰ সোমাজতে এখন দুৱাৰ সহ বেৰ দি দুটা কোঠালি কৰা। সন্মুখৰ দুৱাৰৰ পোনে পোনেই সেয়া 'কাম'২৮ আৰু মাজৰ বেৰখনৰ সোঁফালৰ কোঠালিটো 'কুত'২৯। ডেকাহঁতে দীঘলীয়া কাম কোঠালিত শাৰী শাৰীকৈ বহিছে। গাভৰুহঁতেও কুত'ল সোমাই যোৱা সন্মুখ-দুৱাৰৰ কামতে শাৰী পাতি বহিছে।

অমফুৱে আজি পাৰ্বৰ ডেকা-গাভৰুক শুশ্ৰূষা কৰাৰ ভাৰ লৈছে। ছিবু বনৰ ৰং কৰা ক'লা মেখেলাৰ ওপৰত ফুলাম টঙালি পেটিৰানকক এডাল কঁকালত বান্ধি লৈছে তাই। তাইৰ লাহী গাত পে-জাংফং৩০ এখন বান্ধি লৈ তাই ভাগ বিলাইছে। তাইৰ মুখত এটা পৰম তৃপ্তিৰ ভাব। ধুনীয়াকৈ বন্ধা খোপাই তাইৰ দেহ-লাৱণ্য বৃদ্ধি কৰিছিল। ৰঙা-নীলা মণিবোৰে তাইৰ ডিঙিত প্ৰকাশ কৰিছে এক অপৰূপ সৌন্দৰ্যৰ সুষমা।

সন্মুখৰ মুকলি দুৱাৰেদি পোহৰবোৰ সোমাইছিল বাধাহীনভাৱে। বাৰলনৰ কাষতে বহা ছেং তেৰণৰ পাতত পোহৰবোৰ পিছলি চিকচিকাই আছিল। আল-ফুলকৈ চৰাকৰ পৰা ভাত দিবলৈ ধৰোতে অমফুৱে ছেং তেৰণৰ চকুলৈ চাই পঠিয়ালে। দুয়ো এক অবুজ শিহৰণ অনুভৱ কৰিলে। তলমূৰ কৰি ভাতখিনি আগ বঢ়াই দিলে তাই। সিটো মূৰৰ পৰা কাদমে লক্ষ্য কৰি আছিল। তাই ধেমালি কৰি মাত লগালে—

ঃ এতিয়াহে ভাল লাগিছে। মুখলৈ চোৱাচোৱা নেং, সেয়া কোন?

কাদমৰ কথা শুনি কাছাং বাহাপীহঁতেও খিলখিলাই হাঁহি ছেং তেৰণৰ মুখলৈ চালে। অমফুৰ দুগালত তেজৰ পৰিস্ফুৰণ। তাই দ্বিৰুক্তি নকৰি কাদ-মলৈ মৰম-মিহলি খং দেখুৱাই পাকঘৰৰ কুতৰ ভিতৰলৈ সোমাই গ'ল।

ক্লেংছাৰপ'ই বাহৰ চুঙাত থকা মদ কেইঢোক খৰকৈ গিলি কেৰাহি কৰি ছেং তেৰণলৈ চালে। তাৰ দৃষ্টিত যেন অগ্নি স্ফুলিংগহে উৰিছে। কাদমে কথাটো আঁতৰৰ পৰাই লক্ষ্য কৰিলে।

---

২৮ কাৰ্বি চাংঘৰৰ প্ৰথম কোঠা।

২৯ কাৰ্বি বৰঘৰৰ মূল কোঠা।

৩০ ৰঙা-হালধীয়া ৰঙৰ সূতাৰে বোৱা এবিধ কাৰ্বি গাভৰুৱে গাত লোৱা চাদৰ।

ভাতৰ পাত আগত লৈ ছেং তেৰণে ভাবিলে অমফুৰ চকুযুৰিত লুকাই থকা সহস্ৰ মৰম আকৃতিৰ কথা। তাৰ মন-প্ৰাণ আন্দোলিত হৈ উঠিল। অমফুৰ চকুৰে-মুখে, কিচকিচীয়া চুলিৰ মাজে মাজে তাৰ মৰমবোৰ যেন পিৰপিৰাই যাবলৈ ধৰিলে। ভাবত মগ্ন হৈ থকা ছেং তেৰণলৈ লক্ষ্য কৰি কাদমে ক'লে—

ঃ ককাইদেউ, ভাতৰ পাতত নেং অমফুৰ হাতৰ আঙুলিৰ চাববোৰ দেখিছা নেকি ?

কাদমৰ মাত শুনি ভাবৰাজ্যত ডুব গৈ থকা ছেং তেৰণ সচেতন হ'ল। সি নিজকে কিছু লজ্জিত অনুভব কৰিলে।

ঃ নাই অ'। তহঁতে যে কি কথাবোৰ ভাব ? সি ক'লে।

কুটুৰ কুটুৰ কৰি চোবাই থকা ক্লেংছাৰপ'লৈ চাই ছেং তেৰণে মঙহ বিলাই থকা ফানকুক ক'লে—

ঃ ক্লেংছাৰপ'ৰ পাতত হাড়বোৰহে দিছ নেকি ? মঙহ চাই অলপ দেচোন।

ঃ মঙহ থকা চায়েই দিছোঁ। হাড়হে পাতত পৰিল হবলা।

—কেইডোখৰমান মঙহ ক্লেংছাৰপৰা পাতত দি ফানকুয়ে ক'লে।

ঃ হাড় নপৰি মঙহ পৰিবনে ? —খং কৰি ক্লেংছাৰপ'ই ক'লে।

এনেতে ছাৰইক ডেকাসকলৰ খোৱা-বোৱাৰ খবৰ ল'বলৈ ভিতৰলৈ সোমাই আহিল। ৰ'ফং ছেং আৰু কাদমহঁতলৈ চাই ছাৰইক ক'লে—

ঃ খা বোপাইহঁত এইখন মোৰ ঘৰ নহয় তহঁতৰহে। বৰ্গালিৰ মান-ইজ্জত তহঁতেই চাব লাগিব। মদ লাগিবনে ? —ক্লেংছাৰপ'ৰফালে চাই সি সুধিলে।

সি 'নালাগে' বুলি কোৱাত ছাৰইক চ'ৰাঘৰলৈ ওলাই গ'ল।

সন্ধিয়াৰ আগে আগে প্ৰীতি-ভোজৰ কামো শেষ হ'ল। ছাৰবাছা, বাছাপী আৰু চ'ৰাঘৰত বহি থকা দুই-এজন লোকৰ পৰা বিদায় লৈ ডেকা-গাভৰুহঁত ঘৰা-ঘৰি গ'ল। বাটেৰে গৈ থাকোতে বাৰ্‌লনে ছেং তেৰণক ক'লে—

ক্লেংছাৰপ'ই কথাটো ভাল পোৱা নাই দেই ছাইদু[৩১]।

ঃ কি কথা ?—ছেং তেৰণে প্ৰশ্ন কৰিলে।

ঃ সেই যে কাদমে কোৱা কথাবোৰ।

ঃ তুমিয়ো তেনে কথা ভাবা নেকি ? জানিবলৈ বিচৰা সুৰত সি সুধিলে।

ঃ মই ভবা-নভবালৈ বিশেষ কথা নাই। অমফুৰ কাৰণে ক্লেংছাৰপ'ই তোমাক ঈৰ্ষা কৰা কথাটোকেহে কৈছোঁ।

ঃ এৰা, কথাটো ময়ো বুজা নাই। নুবুজা ভাবত সি কথাষাৰ ক'লে।

ঘৰৰ পদূলি-মুখ পালত বাৰ্লনে ক'লে—

ঃ তুমি যোৱা বাৰু। জিৰছুওলৈ আহিবাচোন। কথা হ'ম।

ছেং তেৰণে শলাগি ঘৰলৈ খোজ ল'লে।

৩১ শালপতি। ইয়াত ধেমেলীয়া অৰ্থত ব্যৱহাৰ হৈছে

একেখন গাঁৱৰে ল'ৰা-ছোৱালী। লাটুম-ঘিলা খেলি খেলিয়েই সিহঁত ডেকা হ'ল। একেটা জিৰছুঙৰ বাক্সত বান্ধ খোৱা ডেকা-গাভৰু সিহঁত। অথচ বয়সৰ লগে লগে যেন সিহঁতৰ মাজত দুৰ্বোধ্যৰ বাধা আহি পৰিল। সন্দেহৰ কুঁৱলিৰে প্ৰত্যেকৰে মন যেন আচ্ছন্ন হৈ পৰিল। জিৰছুঙৰ চাংঘৰতো সন্দেহৰ বিষাক্ত সৰ্পই বাহ ল'লে গোপনে।

লাহে লাহে সাঁজ লাগিলহি। ফেৰাংকে, ৰিছ'বাছা, মুতিয়াৰ, বুৰ তিমেন, লিন্দক, বৃদ্ধ লংকিৰি, গাঁৱৰ বহুতো বয়সস্থ লোক আহি ছাৰইকৰ চ'ৰাঘৰত গোট খালেহি। ছাৰইকে জোলোঙাৰ পৰা বান্দৰ বিড়ি এমুঠি ফেৰাংকেৰ হাতত দি ৰাইজক বিলাই দিবলৈ ক'লে। ফেৰাংকেয়ে এডাল এডালকৈ ৰাইজক বিড়ি বিলাই দিলে। জ্বলা-খৰিৰ অঙঠাৰে সকলোৱে বিড়ি জ্বলাই ল'লে। ছাৰইকৰ চ'ৰাঘৰ বিড়িৰ ধোঁৱাৰে ভৰি পৰিল। বাছাপী ইটো-সিটো কামত ব্যস্ত হ'ল। সকামৰ শেষত ঘৰৰ বস্তুবোৰ চিজিল লগোৱা ভাৰ ঘৰৰ গৃহিণীৰ ওপৰত। তাই জিৰণি লবৰ সময়কে কৰিব পৰা নাই।

বিড়ি হুপি হুপি হৈ যোৱা চ'জুন পূজাৰ আলোচনা কৰিবলৈ ধৰিলে। গাঁৱৰে দুই-তিনিজন ডেকাই অমফুহঁতক সহায় কৰিলেহি। পূজাৰ অৱশিষ্ট মদখিনি হেঁকি অমফুৱে চ'ৰাঘৰত আনি দিলে। বাছাপীয়ে আৰাক দুবটল আনি গিৰিয়েকৰ হাতত দিলেহি। সামৰণি-মদ বুলি এবটল বয়োবৃদ্ধ লংকিৰিক আৰু এবটল ৰিছ'বাছাক মান হিচাপে আগ বঢ়ালে। ছেকা মৰ্দাখিনি এজনে ৰাইজক বিলাই গ'ল। সিজোৱা গাহৰি মঙহত তিল আৰু নিমখ সানি আগে আগে বিলালে। গাহৰি-মঙহ এডোখৰ চোবাই লিন্দকে ক'লে---

ঃ মঙহডোখৰ বৰ তেলাল। এনে গাহৰিৰ মঙহ বহুত বছৰৰ পিছতহে খাবলৈ পাইছোঁ।

ঃ তুমিনো কাৰ ঘৰৰ চ'জুন বুলি ভাবিছা? তেকতেকাই হাঁহি বুঢ়া মন বেয়ে প্ৰশ্ন কৰিলে।

ঃ এইয়া যে ছাৰবাছা ঘৰৰ চ'জুন। গাহৰি নোদোকা হ'বই। নী বাছা-পীৰ কিমান আপডাল---পিৰথাত গাহৰি বুলিয়েই। তুঁহগুৰি দিনে তিনিবাৰকৈ দিয়া দেখিছোঁ নহয়। কিবা আমতেৰেং বজাৰৰ গাহৰি পাইছা নেকি?---বৰ জুতিৰে মঙহ এডোখৰ চোবাই ফেৰাংকেয়ে ক'লে।

ফেৰাংকেৰ কথা শুনি ৰিছ'বাছায়ে হাঁহি সামৰিব নোৱাৰিলে। সি হাঁহি মাৰি ক'লে---

ঃ জুতি লগাই কথা কোৱাত আমাৰ ফেৰাংকেক কোনে পাবে? গাহৰিৰ মঙহতকৈয়ো সোৱাদ লগা তেওঁৰ কথা।

ঃ হওক, হওক। ফু গাঁওবুঢ়াৰ যহতে আমিও এসাজ খাবলৈ পাইছোঁ। লগতে আমাৰ গাঁওখনৰো সন্মান বাঢ়িল।---মদ এঢোক গিলি লিন্দকে ক'লে।

ঃ পূজাত কিমান ৰাইজ গোট খাইছিল? তোমাৰ মনত আছেনে ফেৰাংকে? ---সিটো মূৰত বহি থকা মুতিয়াৰে সুধিলে।

ঃ সৰু-ডাওৰক লৈ পাঁচশ চাৰি কুৰিমান মানুহ হৈছিল ।

ঃ দেখিছা, ইমানবোৰ মানুহ কাৰ পূজাত হৈছিল ? ছয়শ বুলিয়েই ধৰাচোন। এইয়া ফু ছাৰবাছাৰ সৎ চিন্তাৰ ফল । ফু আৰনামৰ লগতে আমাৰ ৰংমিলি গাঁৱৰো সন্মান বাঢ়িলদেই ।—গৌৰৱেৰে ৰিছ'বাছায়ে ক'লে ।

খৰি এপোলা আনি নুমাই যাব ধৰা জুইকুৰা অমফুৱে জ্বলালেহি । চ'ৰাঁঘৰ পোহৰ হৈ পৰিল ।

ঃ আই, মদ-পানী আছে যদি আয়েৰাক কৈ অলপ পঠিয়াই দিবি ।— বাপেকে অমফুক ক'লে ।

অমফুৱে শলাগি গুচি গ'ল । অলপ পিছত বৰঘৰৰ পৰা খুপি খুপি বাছা-পৌ'য় বটল এটি আগ বঢ়াই ক'লে—

ঃ বিচাৰিলেও আৰু নাই । সাঁচতীয়া বটল এটা আছিল, তাকে দিলোঁ ।

ঃ হ'ব নী । বহুতেই খালোঁ । আৰু খালে উঠিবই নোৱাৰিম আৰু ।— মণ্ডহ এডোখৰত নিমখ অকণমান সানি সানি ক'লে ।

ফেৰাংকেয়ে বটলৰ মদখিনি বিলাই দিলে । সিমুৰত বহি থকা বুৰতিমেনে মদ এঢোক খাই ক'লে—

ঃ হাবেছিক'ৰ কথাবোৰ মোৰ হ'লে অলপো ভাল লগা নাই । গাৰ জোৰেৰে বাৰু কামবোৰ হয়নে ? তাৰ চাহিত ফেটী সাপহে সোমাই আছে কিন্তু !

ৰাইজৰ আলোচনাবোৰ শুনি শুনি নিশ্চিন্ত মনেৰে মণ্ডহ চোবাই খাই থকা ছাৰইকে ক'লে—

ঃ এৰা হাবেছিক'ই কিয় তেনেদৰে ভাবিলে, বুজি নাপালো । মই হ'লে স্কুল এখন পতাৰহে ইচ্ছা কৰোঁ । মিছনেৰীৰ উদ্দেশ্য ভাল যদিও অন্য দোষ নথকা নহয় । আমি নিজাকৈ দেখোন স্কুল এখন পাতিব পাৰোঁ । আমিবোৰতো কণা হ'লোৱেই, আমাৰ উঠি অহা ল'ৰা-ছোৱালীকো কণা কৰাৰ মোৰ অকণো ইচ্ছা নাই ।

ঃ এৰা, এৰা । লক কাংবুৰাই সঁচা কথাকেই কৈছে । নগাঁও-কামপুৰৰ কথাটো এৰিছোৱেই, ওচৰৰ সেই শিঙিমাৰী চাহ কলকে দেখাগৈ নাই । ৰেলৰ উকি শুনিছোহে শুনিছো, ৰঙা নে ক'লা দেখা নাই । চকু নথকা বাবেই এনে দশা । আমি বৰ দুৰ্ভগীয়া হ'লো । —বৃদ্ধ মেনছিং তিমুঙে হুমুনিয়াহ কাঢ়ি কথাবোৰ ক'লে ।

ঃ কিয়, দেখা নাই জানো ? টীকা অঞ্চলৰ ল'ৰা-ছোৱালীয়ে কেনেদৰে স্কুলত পঢ়িছে ? আমাৰ ওচৰৰ ফুং আৰি গাঁৱৰ কথা এৰিয়েই দিলো, সৌ ৰংমান্দু, উমচেৰা হেন ভিতৰ অঞ্চলৰ ল'ৰাবোৰেও কামপুৰত গৈ পঢ়িছে । হাবেছিক'য়ে ক'লেই হ'লনে ? তেওঁৰ ল'ৰা-ছোৱালীক নপঢ়াই যদি নপঢ়াবক । আমাৰ ল'ৰা-ছোৱালীক পঢ়ুৱাব লাগে । দিন-কাল সলনি হ'ল ।

জ্বলা খৰিৰে বিড়ি এডাল জ্বলাই ছাৰইকে পুনৰ ক'লে—

ঃ এতিয়া চ'মাং ৰজাও নাই, জয়ন্তীয়া ৰজাও নাই, আনকি আহোম ৰজাও নাই । বগা মানুহবোৰেহে এতিয়া দেশখন শাসন কৰিছে । আমি, আৰলেংসকল

সলনি নহ'লে কি হ'ব, দেশৰ লগতে নিয়ম-কাৰণবোৰো সলনি হ'ল। নহ'লেনো কলঙা পাৰৰ মৌজাদাৰে হাবেৰ মান কোন সাহসেৰে খাব পাৰে বাৰু? দেশৰ পৰিস্থিতি উপলব্ধি কৰি সি কথাষাৰ ক'লে।

ছাৰইকৰ কথা বৃদ্ধ লংকিৰি ইংতিয়ে গাঁওবুঢ়াক প্ৰশংসা কৰি ক'লে——

ঃ এৰা, বোপায়ে সজ কথাকেই কৈছে। দিন-কাল সলনি হ'ল। সেই যে ছাৰমুং বাছিক'ই বজাৰখন পাতিলে, তেতিয়াৰ পৰাই দিনবোৰ সলনি হ'ল। কথাতে কয় নহয়——

কেথে ছাৰমুং বাছিক'

বজাৰ কিৰি ৰ'থাতলাংছ'।

আমাৰ আৰু আগৰ সেই দিন নাই। বজাৰো আহিল, পাদুৰী চাহাবো আহিল; যদ্ধও লাগিল নিমখৰো হাহাকাৰ হ'ল। দিনবোৰ সলনি হোৱা নাইনো কি?

ঃ অ', আমি পুৰণি দিনৰ কথাকে সাবটি থাকিলে নচলিব। সময়ৰ লগত আমাৰ সমাজৰ নিয়মবোৰো সলাবৰ হ'ল। সমাজৰ নিয়মবোৰ জানো ধৰ্ম? মই মদ খাইছে কথাটো কৈছো বুলি নাভাবিব।— মুতিয়াৰ ছাম ৰংহাঙে আবেগ-পূৰ্ণ ভাবত ক'লে।

ঃ সকলো নিয়ম গুচোৱা কিন্তু মদ খোৱা নিয়মটো হ'লে নুগুচাবা।—মূৰ দুপিয়াই দুপিয়াই লিন্দক তেৰণে ক'লে।

লিন্দকৰ কথা শুনি আকৌ হাঁহিৰ ৰোল উঠিল। ডেকা কেইজনে পোহন মদ বিলাই যাবলৈ ধৰিলে। কাঠ-চলি আনি জুইত দিয়াত দপদপাই জুই জ্বলি চ'ৰাঘৰ পোহৰ কৰি তুলিলে।

ঃ সময়ে নিজেই নিয়মবোৰ সলাব। ল'ৰা-ছোৱালীয়ে স্কুলত নপঢ়িলেও জিৰ কেদাম অনুষ্ঠান নোহোৱা হ'বই। পাহাৰীয়া মাটিৰ অভাৱত আৰু কাটিব নোৱাৰি মানুহে পানী খেতি কৰিবলৈ বাধ্য হ'বই। এতিয়া মাটিও কমি আহিল, যামনো ক'লৈ? পুৰণি ৰংমিলিতে আমি নতুন এখন ৰংমিলি গঢ়িব লাগিব।

ছাৰইকৰ যুক্তিপূৰ্ণ কথাবোৰ শুনি বিছ'বাছা, ফেৰাংকেইহঁতে মূৰ দুপিয়াই সমৰ্থন কৰিলে। কৃষ্ণপক্ষৰ দ্বিতীয়াৰ জোন আহি ছাৰইকৰ চ'ৰাঘৰৰ চালত লুকালহি। গাঁওখন লাহে লাহে নিজম পৰিবলৈ ধৰিলে। ৰাতি বেছি হৈ অহাত আলোচনাও সিমানতে এৰিলে। ছাৰবাছাৰ ঘৰতে ভাত-পানী খাই সকলো ঘৰাঘৰি গ'ল। অলপ আগলৈকে উৰুমি লাগি থকা ছাৰইকৰ ঘৰখনো লাহে লাহে নিজম পৰি আহিল। জ্বলি থকা জুহালৰ নীৰৱ জুইকুৰালৈ চাই ছাৰইক তেৰাং আপোন ভাবত মগ্ন হ'ল। সপ্তাহ জোৰা ভাগৰে যেন আজিহে তাক হেচা মাৰি ধৰিলেহি। জুইৰ তাপ লৈ নিশ্চিন্ত মনে শুই থকা তাৰ কুকুৰটোলৈ চাই ভাগৰ অনুভৱ কৰিলে সি। লগতে সি অনুভৱ কৰিলে বুৰতিমেনে মন্তব্য কৰা হাবেছিক'ৰ হাহিৰ মাজত

থাকিব পৰা ৰহস্যৰ কথা। বি-হেনৰাৰ ছাৰবাছা সি; তাৰ বাহিৰেও সি লংবিৰ প্ৰধান বিচাৰপতি —হাবেছিক' হেনো। কিন্তু তাৰ মনৰ ভাবধাৰাত, কাৰ্য্য-প্ৰণালীত স্বেচ্ছাচাৰীৰ চিন। গতিশীল মানুহৰ মনটোক জানে সি ক্ষমতাৰে বান্ধি থব পাৰিব? হাবেছিক'ৰ ভাৱধাৰাৰ কোনো অৰ্থ বিচাৰি নাপাই সি পাটীত দীঘল দি পৰিল।

## সাত

ৰংমিলিৰ গছ-লতিকাত বসন্তৰ পৰশ।

পুৱাৰ উজ্জ্বল মিঠা ৰ'দজাক বৈঠালাংছ' উপত্যকাত বিয়পি পৰিল। বিচ্ছুৰিত সূৰুযৰ পোহৰে পাহাৰৰ গছ-গছনিৰ কোমল সেউজীয়া ৰংবোৰ উজলাই তুলিলে। কুলি চৰাইৰ মধুৰ কাকলি আৰু কেতেকীৰ মন জুৰোৱা মিঠা মাতবোৰ কাষৰ পাহাৰৰ পৰা ভাহি আহিল। বিভিন্ন সুৰীয়া চৰাইবোৰে জাক পাতি পাতি ৰংমিলিৰ ওপৰেদি উৰি গ'ল দূৰণিৰ পাহাৰবোৰলৈ।

পিঠিত এহোৰা লাংথে৩২ লৈ অমফুৱে জখলাৰে নামি গ'ল ঘাটলৈ। ঘাটলৈ যোৱা বাটটো তেনেই সৰু। বাটৰ দুয়ো কাষে হালধীয়া, বেঙুনীয়া, ৰঙা ৰঙৰ কাঁইটীয়া বনফুলবোৰ থোপাথোপে ফুলি আছে আপোন ইচ্ছাৰে। দুই-এটি জিলী পোকৰ অবিৰাম ক্ৰন্দন-ধ্বনি। জিলীৰ সুৰ তাইৰ আজন্ম চিনাকি। প্ৰকৃতিৰ পৰিৱৰ্ত্তনে তাইৰ মনত আজি হেন্দোলনি তুলিব পৰা নাই।

কিহবাৰ চিন্তাত তাইৰ মন আজি ভাৰাক্ৰান্ত। তাই লাহে লাহে ঘাটলৈ নামি গ'ল। জেকা বলুকাত তাই দেখা পালে বিচিত্ৰ ৰঙৰ পখিলাবোৰ। পাখিকেইখন নচুৱাই নচুৱাই তাহাঁ'ত অ'ত ত'ত থুপ খাই আছে। বালিত খোজ পেলোৱাৰ লগে লগে জাকি মাৰি পখিলাজাকে উৰা মাৰিলে। কিছু সময় উৰি আকৌ আগৰ ঠাইত আহি গোট খালেহি।

বৰপানীৰ মৃদু ঢৌবোৰত সুৰুযৰ জিলমিলনি। জেকা বালিত খচক খচককৈ খোজ দি তাই চাই পঠিয়ালে উত্তৰ ফাললৈ ধীৰে ধীৰে বৈ যোৱা বৰপানীৰ বহল প্ৰবাহিত গতিলৈ। এক অবুজ শিহৰণত তাইৰ দেহ-মন নৈৰ ঢৌবোৰৰ দৰেই অশান্ত হৈ পৰিল। ঘাটৰ ডাঁৰত লাংথেবোৰ আউজাই থ'লে। এটা এটাকৈ তাই লাংথেবোৰত পানী ভৰালে। পানীভৰা লাংথেবোৰ ৰচীৰে মেৰিয়াই পুনৰ ডাঁৰত আউজাই থলে আৰু কাষৰ শিলডোখৰলৈ তাই আগবাঢ়ি আহিল।

পিঠিত ৰ'দ লৈ ঘাটৰ শিলচটাত তাই বহিলহি। নৈৰ মাজত ওলাই থকা ইংহিন আবিৰ শিলবোৰলৈ তাই এবাৰ মূৰ তুলি চালে। উদং ক'লা শিলবোৰ তাই

৩২ পাচ-ছয় ফুট দীঘল পানী অনা বাঁহৰ চুঙা।

দেখা পালে, নিশ্চিন্ত মনে শিলৰ দ'মবোৰে যেন বৰপানীৰ মৰমী স্পৰ্শত নিমজ্জিত হৈ আছে। ৰ'দ পৰি থকা শিলডোখৰৰ ওপৰত এখন্তেক বহিবলৈ তাইৰ মন গৈছিল। কাষৰ গছজোপাৰ পৰা মাছৰোকা চৰাইজনীয়ে চাট মাৰি পানীৰ পৰা মাছ ধৰি খোৱা তাই দেখিলে। কোনোবা তিৰোতা এজনীয়ে চিৰিপ চিৰিপ কৰি সিপাৰৰ ঘাটত কাপোৰ ধুই আছিল। নিৰিবিলি নৈৰ পৰিৱেশখিনি অজানিতে তাইৰ ভাল লাগি গ'ল।

ওচৰতে পৰি থকা মিহি শিল এডোখৰ তাই বুটলি ল'লে আৰু আটিল বগা কলাফুল দুটাৰ তল-গাঁথিত শিলডোখৰেৰে ঘঁহি ঘঁহি তাই মলিবোৰ গুচাইছে। ঘঁহি থাকোতে পানীৰ তলৰ বালিত আঁক-বাঁক কৰি থকা পোহৰৰ বিচিত্ৰ ৰেখাবোৰলৈ তাই লক্ষ্য কৰিলে এনেয়ে। সেইবোৰ চাই তাই ভাবিলে ঃ ছেং তেৰণে জানো সঁচাকৈয়ে মোক ভাল পায়? ক'তা, তেওঁতো এদিনো মোক এই সম্বন্ধে একো কথাকে কোৱা নাই? কাদমে জোকাওঁতে কিয় বাৰু ক্লেংছাৰপ'ই ক্ৰুদ্ধ দৃষ্টিৰে ছেঙলৈ চাইছিল? সম্ভৱ সি মুঠেই কথাটো ভাল পোৱা নাই। ক্লেংছাৰপ'ৰ দুৰ্বলতা ক'ত মই জানো। তাৰ সৰু চকু দুটা যে কেনেকুৱা? কথাটো ভাবি তাইৰ নিজৰে হাঁহি উঠিল।

শিল চটাৰ ওপৰত ঘঁহি থকা শিলডোখৰ থৈ তাই এককাল পানীলৈকে নামি গ'ল। জনশূন্য ঘাটত মুকলিমূৰীয়াকৈ তাই গা ধুবলৈ মন কৰিলে। খচখচীয়া বালিত আঠু দুটা তাই পেলাই দিলে। এককালীয়া পানী এবুকু হ'ল। পানীত ডুব এটা দি বক্ষ-বন্ধনী জীছ খন তাই লাহেকৈ খুলিলে। কাপোৰডোখৰ হাতেৰে অলপ খুকুচি নৈৰ সোঁতত মেলি ধৰিলে। বৰপানীৰ চেঁচা পানীয়ে তাইৰ সুকোমল উদং বকুত সিৰ সিৰণি তুলিলে। এক অবুজ অনুভূতিত তাই ৰোমাঞ্চিত হ'ল। জীছ'ৰ কোমল আগেৰে উঠন বুকুত তাই লাহে লাহে ঘঁহিলে। ৰৌদ্ৰ-স্নাত নিৰ্বিবিলি এখনি নৈৰ ঘাট, দুয়ো পাৰৰ সেউজ বৰ্নানি ওপৰত এখনি গভীৰ নীলা আকাশ আৰু বৰপানীৰ অমৃত পৰশত তাই এক স্বপিল আমেজ অনুভৱ কৰিলে। তিতি থকা ডিঙিৰ সিকি আধলিবোৰে ৰ'দত তিৰ বিৰণি তুলিলে। সখীয়েক কাদমে দিয়া ৰঙা-নীলা মণিডাল যে ইমান ধুনীয়া—উদং নিমজ বুকুত পিৰ্চলি পৰা মণিডাল লিৰিকি-বিদাৰি তাই ভাবিলে।

পাৰৰ বহল বালিত বালিমাহী চৰাই এজনী জঁপিয়াই জঁপিয়াই নাচি আছিল। হঠাতে টিত টিৰিত টিত টিৰিত কৰি চৰাইজনী অমফুৰ ওপৰেদি উৰা মাৰি সিপাৰৰ বালিচৰত পৰিলগৈ জীছ'খনেৰে গা ঘঁহি ঘঁহি তাই উৰি যোৱা চৰাই-জনীলৈ চালে। তাই অনুমান কৰিলে সেয়া নিশ্চয় কিহবাৰ ভয় খাইহে বালিমাহী-জনী উৰা মাৰিছে। সন্দেহ কৰি তাই ঘাটৰফালে উভতি চাই বিমূঢ় হ'ল। লৰালৰি কৰি তাই জীছ'ডোখৰ বুকুত মেৰিয়াই ল'লে। তাই ভবাই নাছিল, ইমান সোনকালে সি ঘাটলৈ আহিব পাৰে বুলি। তাইৰ উন্মুক্ত দেহলৈ নিৰ্লজ্জভাৱে চাই থকা ঘটনাটো তাই ক'বকে পৰা নাছিল। কথাটো ভাবি তাই বৰ লজ্জিত অনু-ভব কৰিলে। সলজ্জভাৱেৰে তাই হাত দুখনেৰে বুকুখন ঢাকি পাৰলৈ উঠি আহিল।

লাজুক লাজুক ভাবেৰে পাৰলৈ উঠি অহা অমফুৰ দেহ-লাবণ্য চাই চাই ক্লেংছাৰপ' আৰু বিমুগ্ধ হ'ল। যৌৱন-ভৰা তাইৰ দেহৰ ভাঁজবোৰে তাক উন্মা-উল কৰি তুলিলে। সি লাহে লাহে অমফুৰ কাষলৈ আগুৱাই গ'ল। তাৰ দৃষ্টিত কামনাৰ বহ্নিশিখা। একেৰাহে চাই থকা ক্লেংছাৰপ'ৰ চকু দুটাৰ পৰা নিৰ্গত হোৱা কামনাৰ শিখাবোৰে সদস্যস্নাত তাইৰ সুকোমল দেহটো যেন নিষ্ঠুৰ ভাৱে লেহন কৰিবলৈ ধৰিলে। তাৰ ফালে পিঠি দি তাই শিলডোখৰত বহি পৰিল। এই পৰিস্থিতিত ক্লেংছাৰপ'ৰ উপস্থিতিয়ে তাইৰ মানৱীয় চেতনাক আঘাত হানিলে। ক্লেংছাৰপ'ক দেখিও সেয়েহে তাই সামান্য সৌজন্যসূচক মাত এষাৰো নিদি ভৰি দুখন পখালিবলৈ ধৰিলে।

ঃ অমফু!---ক্লেংছাৰপ'ই মাত লগালে।

তাই নুশুনা ভাও জুৰি দুহাতেৰে ভৰি দুখন ঘঁহিবলৈ ধৰিলে।

ঃ অমফু, এইফালে চোৱাচোন।

ঃ কি হ'ল? আপুনি ইয়ালৈ কিয় আহিছে?---তাইৰ মাতত বিৰক্তিৰ সুৰ।

ঃ তোমাক বিচাৰি।---সি সেপ চুকি ক'লে।

ঃ মোক বিচাৰি?---আচৰিত হৈ তাই ক্লেংছাৰপ'ৰ মুখলৈ চালে।

ঃ অ', তোমাক বিচাৰি। মই তোমাৰ পৰা এটা কথা জানিবলৈ বিচাৰিছোঁ।

ঃ কি কথা?---তলমূৰ কৰি তাই ক'লে।

ওৰ্লমি পৰা চুলিখিনিৰে পানীৰ টোপালবোৰ নিজৰি নিজৰি তাইৰ দুগালেদি বৈ আছিল টোপা-টোপে। ক্লেংছাৰপ'ৰ কামাত দৃষ্টিৰ দহনত যেন পানীৰ টোপাল-বোৰে স্থিতি হেৰুৱাই সন্ত্ৰস্তভাৱেৰে অমফৰ দুগালত আশ্ৰয় লৈছে। ইফালে সিফালে চাই ক্লেংছাৰপ'ই ক'লে---

ঃ তুমি মোক ভাল পোৱা নে নোপোৱা সেই কথা মোক লাগে। ক্লেংছাৰ-প'ৰ প্ৰস্তাৱ শুনি অমফু জিকাৰ খাই উঠিল। তললৈ মূৰ কৰি তাই চমুকৈ উত্তৰ দিলে---

ঃ মই কব নোৱাৰোঁ।

ঃ তুমি ছেং তেৰণক ভাল পোৱাটো সঁচা নে? তাৰ দুচকুত ক্ৰুদ্ধতাৰ চিন।

ঃ সেয়া মই কেনেকৈ কও।

তাই কথাষাৰ কৈ শিলচটাৰ পৰা উঠিল আৰু ডাঁবৰ কাষলৈ গৈ লাংথে তুলি লবলৈ ধৰিলে।

অমফু, মই তোমাক বিয়া কৰাব খোজো, তুমি ৰাজী হ'বানে?

ক্লেংছাৰপ'ই কৰা প্ৰশ্নৰ কোনো সঁহাৰি তাই নেদেখুৱাই ছিংনাম চটা মূৰত সুমৱাই ল'লে আৰু পানী-ভৰা লাংথে পিঠিত তুলি যাবলৈ উদ্যত হ'ল। তাকে দেখি ক্লেংছাৰপ'ই তাইৰ আগত থিয় দিলেগৈ আৰু ছিংনামডালত ধৰি থকা হাতখনতে সি খামোচ মাৰি ধৰি কঁপা মাতেৰে ক'লে---

: মোৰ কথাৰ উত্তৰ দিয়া অমফু ।

ইমান আসে পোৱা দেখি ক্লেংছাৰপ'ৰ ওপৰত তাইৰ খং উঠিল । তাই সজোৰে হাতখন একৰাই আনি ক'লে—

ঃ আপুনি গাঁৱৰ ক্লেংছাৰপ', মোক এনেদৰে অপমান কিয় কৰিছে ? আপুনি বৰ নীচ । মান-সন্মানৰ কথা আপুনি জনা উচিত ।

ঃ অমফু, সাৱধানে কথা কবা । পৰিস্থিতি বেয়া হব কিন্তু ।

খং, বেজাৰ, অপমানত তাৰ সবশৰীৰ কঁপিবলৈ ধৰি'ল ।

ঃ গাৰ শক্তিৰে মানুহৰ মনকো কাঢ়ি-আঁজুৰি নিবলৈ বৃথা চেষ্টা নকৰাই ভাল ।—গহীন সুৰত তাই ক'লে ।

ঃ তোমাৰ উপদেশ শুনিবলৈ মই ইয়ালৈ অহা নাই । ছেং তেৰণক সাৱধান কৰি দিবা—জিৰছঙৰ চাবি-কাঠি মোৰ হাতত । তুমি ছেংতেৰণক এৰি দিয়া, নহ'লে তাক জিৰছঙৰ এই বুলি কিবা কব খোজোতেই কেইজনীমান বোৱাৰী ঘাটলৈ নামি অহা সি দেখা পালে । গত্যন্তৰহীন হৈ ৰঙা চকুৰে তাৰ ক্ষোভ প্ৰকাশ কৰি সি আঁতৰি গুচি গ'ল । খৰ-খোজেৰে আঁতৰি যোৱা ক্লেংছাৰপ'লৈ বোৱাৰী কেইজনীয়ে ঘূৰি চাই অমফুৰ ওচৰ চাপিলিহি । তায়ো যাবলৈ উদ্যত হ'ল । বোৱাৰী এজনীয়ে অমফুক মাত লগালে—

ঃ সেয়া ক্লেংছাৰপ' নহয় জানো অমফু ?

ঃ হয় ।—তাহাঁতলৈ নোচোৱাকৈয়ে তাই ক'লে ।

ঃ আমাৰ কাষেদিয়েই গ'ল, মাত এষাৰো নলগালে । কিবা বেয়া পাইছে হবলা ?—বোৱাৰীজনীয়ে মন্তব্য কৰিলে ।

ঃ এৰা । এই ৰাতিপুৱাই সি ক'ৰপৰা ওলালহি ?—আন এজনীয়ে পিঠিৰ পৰা লাংথে খহাই প্ৰশ্ন কৰিলে ।

ঃ ক'ৰপৰা আহিব, ডেকা-চাঙৰ পৰা গাভৰু ছোৱালীৰ খবৰ লবলৈ ?—আন এজনীয়ে বিৰূপ মন্তব্য প্ৰকাশ কৰিলে ।

ঃ মই গৈ থাকোঁ । তোমালোক আহিবাহঁক ।—এই বুলি কৈ অমফুৱে খোজ ল'লে । খচক খচক কৈ বালিত হোৱা তাইৰ খোজৰ শব্দবোৰ প্ৰকাশ পালে । ক্লেংছাৰপ'ৰ বিষয়ে বোৱাৰী এজনীয়ে মন্তব্য কৰা অমফুৱে শুনিলে ঃ সি ক্লেংছাৰপ' হ'লে কি হ'ব, সি ভাল চৰিত্ৰৰ ল'ৰা নহয় । ক্লেংছাৰপ'ৰ ক্ষমতা পাই সি জিৰছঙৰ গাভৰুবোৰকে অত্যাচাৰ কৰে হেনো ।

কথাষাৰ শুনি ক্লেংছাৰপ'ৰ প্ৰতি অমফুৰ বিতৃষ্ণা দুগুণে বাঢ়িল । পিঠিত এহোৰা পানীৰ ভাৰ আৰু ক্লেংছাৰপ'ৰ শিষ্টাচাৰহীন আচৰণৰ মনোবেদনাৰে ভাৰাক্ৰান্ত হৈ তাই গৃহমুখী হ'ল । দক্ষিণ ফালৰপৰা আহি থকা মেঘ কেইচপৰাই সুৰুযটোক ক্ৰমে ঢাকি ধৰিলেহি ।

## আঠ

দুদিন খোজ কাঢ়ি যোৱাৰ পিছত ছাৰইক আৰু ফেৰাংকে দুয়ো গধুলি পৰত নগাঁও পালেগৈ। ৰেল-আলিৰ ক্ৰছিং পাৰ হৈ ছাৰইকে ভাবিলে যে বাট তাৰ ভুল হোৱা নাই। বহল বাটৰ দুয়ো কাষে টিনৰ ঘৰবোৰ সিহঁতে দেখা পালে। বাটৰ মাজে মাজে লেম্প প'ষ্টবোৰ থিয় হৈ আছে। ইফালে সিফালে চাই সিহঁত বৰ বজাৰৰ ফালে আগুৱাই গ'ল। ছাৰইকহঁতক দেখা পাই দোকানীবোৰে মাতিলে---

ঃ এই ককাই, এইফালে আহিবি। ভাল ভাল কাপোৰ আছে। আহিবি কাংবুৰা।

দোকানীবোৰলৈ চাই ছাৰইকে 'নালাগে' বুলি কৈ মূৰ জোকাৰিলে। সন্ধিয়াৰ ৰাজপথত মানুহৰ সমাগম ঘনীভূত হ'ল। বিবিধ বস্তুৰে সজোৱা দোকানবোৰ চাই চাই সিহঁত আগবাঢ়ি গৈ থাকিল। কিহবাৰ অনুসন্ধানত ছাৰইকৰ মনটো গহীন। দুয়ো কাষৰ দোকানবোৰৰ সন্মুখত আঁৰি থোৱা চাইন বোডবোৰ সি তাৰ উদ্বিগ্ন চকু দুটাৰে চাই যাবলৈ ধৰিলে।

ঃ ঘৰটো এৰি আহিলোঁ নেকি ফেৰাংকে? বহুত বছৰ হ'ল নহয় টাউনলৈ নহা, পাহৰিলোৱেই। ---ছাৰইকে কিছু সময় থমকি কাষৰ দোকানবোৰলৈ চাই ক'লে।

জানো অং, কোনো কালেই নহা মানুহ মই কেনেকৈ জানিম।

ঃ কাৰদম গাওবুঢ়া। ক'নাত আছৰ ল'? ৱাংনন।

বাটৰ দক্ষিণে থকা টিন ঘৰৰ পৰা আদহীয়া মানুহ এজনে "ক'ৰ মানুহ, আহক" বুলি মাত দিলে। লুঙি এখন পিন্ধি, গাব গেঞ্জীটো পেটৰ ওপৰলৈকে মোটোকাই সিহঁতলৈ চাই থকা মানুহজনলৈ ছাৰইকহতে ঘূৰি চালে। ছাৰইকৰ মানুহজনক চিনি পোৱা যেন লাগিল। এৰা, ছাৰইকে যাক বিচাৰি ফুৰিছে সেয়া চোন সিহঁতৰ সন্মুখতেই। দুয়ো কাষে বন্দুক আৰু মাজতে বাৰুদৰ টেমাৰ ছবিৰে সৈতে থোৱা চাইনবোৰ্ডখন ছাৰইকৰ চকুৰ আগত জিলিকি উঠিল। চাইনবোৰ্ডখনৰ কাষতে থিয় হৈ হাঁহিমুখেৰে সিহঁতলৈ চাই আছে করুণা মিস্ত্ৰীয়ে। ছাৰইক তেৰাওে এক স্বস্তিৰ নিশ্বাস পেলালে। সি ওচৰ চাপি ক'লে---

ঃ আপোনাৰ ঘৰটোকেই বিচাৰি ফুৰিছিলো। টাউনলৈ নহা বহুত বছৰেই হ'ল। ঘৰটো পাহৰিছিলোঁৱেই। আপুনি ভালে আছেনে?

ঃ আপোনালোকৰ আশীৰ্বাদত আছোঁ, আহক ভিতৰলৈকে। ---এই বুলি কৈ উকা বেঞ্চখন মচি সিহঁতক বহিবলৈ ক'লে।

দোকানৰ দীঘল বেঞ্চখনত ছাৰইকহঁত বহিল। করুণাই দুয়োকো বিড়ি আগ বঢ়াই দিলে। আগ বঢ়াই দিয়া দিয়াচলাই কাঠিৰে বিড়ি জ্বলাই ছাৰইকে ভাবিলে নিশাটো থকাৰ কথা। বিড়ি হুপি ছাৰইকক ভাবি থকা দেখি করুণা মিস্ত্ৰীয়ে ক'লে---

ঃ মাথা নাংনেতও গাঁওবুঢ়া। মোৰ ইয়াতেই থাকিব পাৰিব। হোটেলত মিছাকৈয়ে পইচা ভৰিব নালাগে। কথা পিছতো হ'ম, এতিয়া চাহকে খাই লওঁ।

কৰুণাই কাষৰ দোকানৰ পৰা তিনি কাপ চাহ আৰু জেলেপী তিনিখন অনালে। সিহঁতলৈ দুকাপ আগ বঢ়াই দি সি নিজে একাপ ল'লে। গাখীৰ-চেনি মিহলোৱা চাহ কাপ খাই কাং তিমুঙে বৰ তৃপ্তি পালে। ঘৰত খোৱাৰ দৰে এসোপা গিলিবলৈ চেষ্টা কৰাত, গৰম চাহটোপা তাৰ ডিঙিত বাজিল। তাৰ দুচকুৰ পৰা পানী ওলাবলৈ ধৰিলে। তাকে দেখি কৰুণাই ক'লে---

ঃ লাহে লাহে খাওক গাঁওবুঢ়া। গৰম চাহ।

ঃ চাহ কাপ খাই বৰ ভাল লাগিছে। ---ছাৰইকে ক'লে।

ঃ আৰু একাপ খাওক গাওবুঢ়া।---এই বুলি কৈ সি চাহ দুকাপ আৰু জেলেপী দুখন অনাই দিয়ালে।

ঘূৰণীয়া জেলেপীৰ মাজত থকা মিঠা ৰসখিনি খাই কাং তিমুঙে বৰ সোৱাদ পালে। হাতত লাগি থকা ৰসখিনিকো সি চুহি খালে।

চাহ খোৱা হ'লত দোকান ঘৰৰ পাছফালে সিহঁতক লৈ আহিল। পাছ চোতালত এটি দীঘল টিনৰ ঘৰ। ঘৰৰ সন্মুখত এজোপা পীচ বগৰী। বহুতো কোঠালি থকা ঘৰটোৰ এটা কোঠালিত সিহঁতক থাকিবলৈ পৰামৰ্শ দি কৰুণা মিস্ত্ৰী সন্মুখলৈ ওলাই আহিল।

নগাঁও চহৰত লাহে লাহে সন্ধ্যা ঘনীভূত হৈ আহিবলৈ ধৰিলে। কৰুণা মিস্ত্ৰীৰ পৰা লেম্প এটা আনি ছাৰইকে নিজৰ কোঠাটো পোহৰ কৰিলে। কাং তিমুঙে গধূলিৰ সাজৰ কাৰণে প্ৰস্তুতি চলালে এক অপৰিচিত পৰিবেশৰ মাজত।

কৰুণা মিস্ত্ৰী।

নগাঁও চহৰৰ বন্দুক-বাৰুদৰ পুৰণি ব্যৱসায়ী। বন্দুকৰ ব্যৱসায় সুদৃঢ় কৰিবৰ কাৰণে ভঙা ভঙা কাৰবি কথাও সি শিকি লৈছে। দেখি দেখি কাৰবি মানুহৰ স্বভাৱ-চৰিত্ৰৰ কথাও সি বুজিছে। তাৰ দয়ালু স্বভাৱ আৰু ব্যৱহাৰ-পাতিত আকৃষ্ট হৈ দৰ-দুৰণিৰ কাৰ্বিসকলে তাৰ ঘৰত আশ্ৰয় লয়হি। কাৰবি-সকলৰ মাজত কৰুণা মিস্ত্ৰীৰ নাম বেছ জনজাত। বন্দুকৰ কুন্দা সজোৱাত কৰুণা মিস্ত্ৰীৰ সমান দক্ষতা নগাঁও টাউনতেই নাই। নিখুঁতভাৱে বন্দুকৰ ঘোঁৰা গঢ়িবলৈ কৰুণা মিস্ত্ৰীয়েহে একমাত্ৰ নিভৰযোগ্য দোকানী, ইত্যাদি ধাৰণা বন্দুকধাৰী কাৰবিৰ মাজত বদ্ধমূল হৈ পৰিছিল। ৰংখাং মৌজাৰ বাহিৰেও হাওৰাঘাট, বকুলীয়া ফুলনি আনকি মহংডিজুৱা অঞ্চলৰ কাৰবিসকলেও বন্দুক গঢ়াবলৈ তাৰ ওচৰলৈকে আহিছিল। বন্দুক সম্বন্ধীয় কামৰ বাহিৰেও কাছাৰী-আদালতৰ কামবোৰতো তেওঁলোকক সি সহায় কৰি দিয়ে। ক'বলৈ গ'লে কৰুণা মিস্ত্ৰীৰ ঘৰ কাৰবিসকলৰ এক মিলন-তীৰ্থ।

---

৩৩ চিন্তা নকৰিব

দোকানৰ যাৱতীয় কাম-কাজ সামৰি করুণা মিস্ত্রীয়ে ছাৰইকহঁতৰ খবৰ ললেহি। নগাঁৱলৈ অহাৰ উদ্দেশ্য জানিব পাৰি করুণাই হাঁহি হাঁহি ছাৰইকহঁতক দোকানৰ ভিতৰলৈকে লৈ গ'ল। কাঠৰ ডাঙৰ আলমীৰা এটা খুলি দিলে। বন্দু-কেৰে ঠাহ খাই থকা আলমীৰাটো দেখি ছাৰইকৰ চকু দুটা বহলকৈ মেল খালে। লাইটৰ পোহৰত বন্দুকবোৰ জিলিকি উঠিছিল। এনলীয়া কার্টিজ বন্দুক এটা উলিয়াই তাক দেখুৱালে। কাষৰ বেঞ্চখনত বহি ছাৰইকে মিহি নলীডালত হাত ফুৰালে। কার্টিজ বন্দুকৰ আদব-কায়দা ছাৰইকৰ জনা নাছিল। সি করুণা মিস্ত্রীক বন্দুকটো দি কেনেদৰে খলিব লাগে বুজাই দিবলৈ ক'লে। চকুৰ পচাৰতে বন্দুকৰ নলীডাল খুলি আকৌ কটপ কৰি করুণাই বন্ধ কৰি দিলে। ছাৰ-ইকহঁতে আচৰিত হৈ তাৰ মুখলৈ চাই ৰ'ল। কার্টিজৰ কৌশল ছাৰইকৰ কাৰণে দুর্বোধ্য হৈ পৰিল। মসৃণ কুন্দাত হাতৰ তলৱাখনেৰে ঘঁহি ঘঁহি ছাৰইকে বন্দুকটোৰ দামটো সুধিলে। তিনি হেজাৰ টকা দাম শুনি সি লাহেকৈ করুণা মিস্ত্রীক বন্দুকটো আগ বঢাই দি ক'লে —

ঃ কার্টিজ বন্দুকৰ কৌশল আমাৰ কাৰণে নহয়। মোক খাজা বন্দুক এটাকে দেখুৱাওক।

ঃ কিয় ? এনে বন্দুব ক'ত পাব গাওবুঢা। এইটো বিলাতী বস্তু। দামো বেছি নহয়।

ঃ বেয়া বলি কোৱা নাই, কিন্তু এনে বন্দুকেৰে বনৰীয়া হাতী খেদিবলৈ টান। খাজা বন্দুকৰ সমান ইয়াৰ শক্তি হ'ব নোৱাৰে।

করুণা মিস্ত্রীয়ে বন্দুকটো আগৰ ঠাইত থৈ এনলীয়া খাজা বন্দক এটা উলি-য়াই দেখুৱালে। লিৰিকি-বিদাৰি বন্দুকটো চাই ছাৰইকে হাঁহিলে। এনে বন্দুকৰ লগত ছাৰইকৰ আগতেই মিতিৰালি হৈছিল। সি বন্দুকৰ ঘোঁৰাটো লাহেকৈ উঠাই পুনৰ নমাই থ'লে। তাৰ কাষতে বহি থকা কাং তিমুঙে বৰ ভয়ে ভয়ে বন্দুক-টোলৈ চালে। সি হাত-ভৰিবোৰ কোঁচাই বহিল, জানোচা বন্দুকটো ফুটেই ! তাৰ চকু দুটাতো ভয়ৰ ভাব।

ছাৰইকৰ পছন্দ হোৱা যেন দেখি করুণাই বন্দুকটো তাৰ হাতৰ পৰা লাহেকৈ লৈ আহিল আৰু ফটা কানিৰে মচি মচি সি ক'লে——

ঃ ইয়াৰ লোহাও খুব ভাল। বাৰুদৰ পৰিমাণ বেছি হ'লেও নলী ফাটি যোৱাৰ ভয় নাই। বিলাতী বস্তুতো।

সি নলীডালত আঙুলিৰ নখেৰে টুকুৰিয়াই টিং টিং শব্দ কৰি 'এইয়া বিলাতী লোহা" বুলি তাক বুজালে। হাঁহি মাৰি সি ক'লে——

ঃ শুনিছে, ইয়াৰ শব্দ। ইংচিন মেছেন৩৪। ফ্রেৰে নাংনে৩৫। করুণা মিস্ত্রীয়ে সদায় ভাল বন্দুকহে বিক্রী কৰে। বুজিছে গাঁওবুঢ়া। ফাং ক্লুং নে চিনিনে—

---

৩৪ লোহা মজবুত। ৩৫ ভয় নাই।

কাং-ফুং মই নাজানো। আৰ লেং মানুহৰ লগতেই মোৰ কাৰবাৰ। কালি মা৩৬ গাঁওবুঢ়া ?

ঃ আহক ল' মাহাজন (সঁচা, মহাজন)। এই বুলি ছাৰইংকে তাৰ কথাখিনি সমৰ্থন জনালে।

দৰে-দামে মিলাত সি বন্দুকটো কিনিবলৈ মনস্থ কৰিলে। দোকানীজনে হাঁহি হাঁহি আলমীৰাৰ ভিতৰত বন্দুকটো পুনৰ ভৰাই থ'লে। আলমীৰাটো বন্ধ কৰি বিড়ি দুডাল সিহঁতলৈ আগ বঢ়াই দিলে। নিজেও বিড়ি এডাল জ্বলাই সি ক'লে—

ঃ মাথা নাংনে গাঁওবুঢ়া। মই সকলো ঠিক কৰি দিম। কালিলৈ ৰাতি-পুৱা পাদুৰি চাহাবৰ বঙলালৈকে যাম। এতিয়া খাই-বই জিৰণি লওকগৈ। কালিলৈকে সকলো কথা পাতিম।

ছাৰইকহঁতে কাৰদম জনাই জিৰণি ঘৰলৈ গ'ল। লাহে লাহে চহৰৰ কোলাহল কমি আহিল। ৰাজপথৰ ওপৰেদি যোৱা মটৰৰ শব্দ আৰু ৰিক্সাৰ টিলিঙাৰ শব্দ-বোৰ শুনা গৈছিল। দুয়ে ভাত-পানী খাই চাৰিখনতে দীঘল দি পৰিল। ভাগৰি পৰা কাং তিমুঙ টোপনি গ'ল। ইকাতি সিকাতি কৰি বহু ৰাতিলৈকে ছাৰইকৰ টোপনি নাহিল। কাৰ্টিজ বন্দুকটো ল'বপৰা হ'লে বৰ ভাল আছিল, সি ভাবিলে। চিকচিকাই থকা বন্দুকবোৰ তাৰ মনশ্চক্ষুত উজলি উঠিল। সি পছন্দ কৰা এনলীয়া খাজা বন্দুকটোলৈ মনত পেলালে। বন্দুকটো নিশ্চয় ভাল হ'ব। করুণা মিস্ত্ৰীয়ে অন্ততঃ তাক কেতিয়াও মিছা কথা নকয়। কিন্তু পাদুৰি চাহাবৰ বঙলাত সিহঁত কিয় যাব লাগে ? সি কথাটো বুজি নাপালে। নানান ভাবৰ খেলি-মেলিয়ে তাৰ টোপনি অহাত ব্যাঘাত জন্মাইছিল। শেষ নিশাৰ ফালে তাৰ টোপনি আহিল।

ফেঁহুজালি দিয়াৰ লগে লগেই কাউৰীবোৰে ৰমলিয়াবলৈ ধৰিলে। ছাৰইকে মুখ-হাত ধুই বিড়ি এডাল জ্বলাই ল'লে। কাং তিমুঙে সিজাই অনা ফিকা চাহ দুয়ো খালে। চাহৰ বাতিত শোহা মাৰি কাং তিমুঙে সুধিলে——

ঃ অং কাংবুৰা, চাহাবৰ ওচৰত কিয় যাব লাগে ?

ঃ জানো ? ময়ো একোকে বুজা নাইকিয়া। কিবা কাৰণ আছে হবলা; নহ'লেনো দোকানীয়ে কিয় কথাটো ক'ব।

ঃ মোৰ হ'লে বৰ ভয় লাগি আছে মোমাইদেউ। বন্দুক কিনিবলৈ আহি কিবা ফান্দত

ঃ তোমাৰো যে ভয়'টা। কিবা নিয়ম আছে চাগে। আমিতো বন্দুক চুৰ কৰিবলৈ অহা নাই। ভয় খাবলগীয়া কিটোনো আছে। ছাৰইকে তাক নিভয় হ'বলৈ ক'লে।

চাহ খাই দুয়ো দোকানৰ বাৰাণ্ডাৰ ফালে ওলাই গৈ তাতো বহি করুণা মিস্ত্ৰীৰ কাৰণে সিহঁতে অপেক্ষা কৰি ৰ'ল। বিড়িৰ ধোঁৱাবোৰ এৰি চহৰৰ দোকান-বোৰ ছাৰইকে নিৰীক্ষণ কৰিলে এনেয়ে। জনশূন্য হৈ পৰা বাটটো স্পষ্ট হৈ

---

৩৬ নহয়নে।

পৰিছে। দুয়ো কাষৰ শাৰী শাৰী বন্ধ হৈ থকা দোকান ঘৰবোৰৰ মাজেৰে বহল বাটটো যেন নিলগৰ কেঁকুৰিত নোহোৱা হ'ল। চহৰৰ মানুহবোৰে বেছিকৈ শোৱে নেকি? ছাৰইকৰ মনত হঠাতে প্ৰশ্ন উদয় হ'ল। ইমান পৰে জুমতলীত গৈ বন চিকুণালোৱেইহেঁতেন, সি ভাবিলে।

ৰাতিয়েই যুগুতাই থোৱা কাগজ এখন হাতত লৈ করুণা মিস্ত্ৰীয়ে দোকান-লৈকে ছাৰইকহঁতক মাতিলে। সিহঁত দুয়ো বেঞ্চখনত বহিল।

ঃ গাঁওবুঢ়া, আপুনি চহী কৰিব জানে নেকি?— করুণাই সুধিলে।

ঃ চহী?

ঃ অ', আপোনাৰ নামটো লিখিব লাগে।

ঃ আখৰৰ লগত চিনাকি হ'বলৈ আমাৰ ভাগ্যই নঘটিল, নাম'টা লিখি কেনেকে চহী কৰিম? হাঁহি মখেৰে ছাৰইকে ক'লে।

টিপ চহী দিয়া তাৰ অভ্যাস আছে। তাৰ বুঢ়া আঙুলিটোকে করুণা মিস্ত্ৰীৰ ফালে আগ বঢ়াই দিলে। ছাৰইকৰ বুঢ়া আঙুলিটো ইঙ্কপেডত হেঁচি হেঁচি দোকানী-জনে ক'লে—

ঃ বুজিছে গাঁওবুঢ়া, বন্দুক পাবলৈ আজিকালি বৰ টান হ'ল।

ঃ কিয়? —ছাৰইকে নুবুজি আচৰিত হৈ দোকানীৰ মুখলৈকে চাই ৰ'ল।

ঃ বন্দুক দিয়াটো বৰ চাহাবে বন্ধ কৰিছে। বৃটিছ চৰকাৰৰ বিৰুদ্ধে গান্ধীয়ে আন্দোলন চলাইছে নহয়, সেই কাৰণেই।

ঃ আমি মিছাকৈয়ে আহিলোঁ নেকি মহাজন বাবু? —মনত সন্দেহৰ ভাব লৈ ছাৰইকে সুধিলে। গান্ধীৰ উল্লেখে তাৰ মনত একো কৌতূহলৰেই সৃষ্টি কৰিব নোৱাৰিলে।

কাগজখিলাৰ তলত ছাৰইকৰ বুঢ়া আঙুলিটো সাৱধানে হেঁচি করুণাই ক'লে—

ঃ ফেৰে নাংনে গাঁওবুঢ়া। ভয় কৰিব নালাগে। মই সকলো ঠিক কৰি দিছোঁ। চাহাবে লিখি দিলেই কামটো ফইছালা হ'ব বুজিছে গাঁওবুঢ়া। চাহাবে কিবা সুধিলে আপুনি নিৰ্ভয়ে উত্তৰ দিব দেই। আপুনি পাদুৰি চাহাবক দেখিছে?

ঃ নাই দেখা। নাম হ'লে শুনিছোঁ।

ঃ বাৰু, আহক।

দৰ্খাস্তখন জেপত ভৰাই দোকানৰ পৰা তিনিও ওলাল। দোকানখন জপাই মিছন বঙলাৰ ফালে খোজ ল'লে। নীৰৱ হৈ থকা চহৰখন পুনৰ ব্যস্ত হৈ পৰিল।

আশা-নিৰাশাৰ ভাব লৈ ছাৰইক তেৰাওে খোজ ল'লে করুণাৰ পাছে পাছে। "পাদুৰি চাহাব" এই নামটো শুনিছে যদিও কেনে ধৰণৰ চাহাব সি মুঠেই নাজানে। ইয়ালৈ অহাৰ আগতে টীকাৰ লৰেঞ্চক সুধি আহিব পৰা গ'লহেঁতেন— সি ভাবিলে। ফেৰাংকে কাং তিমুঙে চহৰৰ ধুনীয়া ধুনীয়া ঘৰবোৰ অবাক হৈ চাই গ'ল। বাটৰ কেঁকুৰিত ঘুৰোঁতেই ৰিক্সাৰ সংকেত-ধ্বনি শুনি ফেৰাংকেই উচপ খালে আৰু দৌৰ দি বাটৰ দাঁতিৰ খাল এটাত নামি গ'ল। তাকে দেখি

করুণা মিস্ত্রীয়ে "ফেৰে নাংনে, গাঁওবুঢ়া" বুলি অভয় দি তাক কাষ চপাই আনিলে। চলন্ত ৰিক্সাখনলৈ সি আচৰিতভাৱে চাই খোজ ল'লে।

ঃ মিছন আহি পালোঁহি। সন্মুখত মিচন কম্পাউণ্ডটো দেখি করুণা মিস্ত্রীয়ে ক'লে।

নাহৰ গছেৰে ভৰি থকা কম্পাউণ্ডটোলৈ ছাৰইকহঁতে চাই পঠিয়ালে। নিৰিবিলি এক গহীন পৰিবেশ যেন মিছন কম্পাউণ্ডত বিৰাজ কৰিছে।

ঃ চাহাবক কাৰদম দিব দেই গাঁওবুঢ়া।

করুণা মিস্ত্রীৰ মাত শুনি ছাৰইক যেন সাৰ পাই উঠিল।

ঃ ভাল বাৰু। চমুকৈ শলাগি সি অলপ সচেতন হ'ল।

ঃ চাহাবক কিবা বকছিছ দিব পাৰিলে বৰ ভাল হ'লহেঁতেন।

ছাৰইকে শুনাকৈ করুণাই ক'লে।

তাৰ কথা শুনি ছাৰইকে ভাবিলে—এৰা, বৰ চাহাবক দিওঁ বুলি অনা হাতী-দাঁতৰ নাল ল'গাৱা দাখন পাদুৰি চাহাবক দি বন্দুক ল'ব পাৰিলে নিশ্চয় বেয়া নহ'ব। পাদুৰি চাহাবে পোৱা যি বৰ চাহাবে পোৱাও একেই কথা। জোলোঙাখন মেলি ছাৰইকে করুণাক দাখন দেখুৱালে। দাখন দেখি সি হাঁহি হাঁহি ক'লে—

ঃ বৰ ধুনীয়া দা। নালটোও হাতী দাঁতৰেই? চাহাবে বৰ ভাল পাব।

বৰ সাৱধানে করুণাই মিছন বঙলাৰ গেটখন খুলিলে। করুণাৰ পাছে পাছে সিহঁত দুজনো সোমাই গ'ল। গেটখনৰ মাজেদি যাওঁতে ছাৰইকে সোঁ ভৰিত উজুটি খালে। এইয়া যে শুভ লক্ষণ সি ভাবিলে। তাৰ জঁয় পৰা মুখখন কিছু সজীৱ হৈ আহিল।

কম্পাউণ্ডটো অহল-বহল, পৰিষ্কাৰ। নাহৰ গছবোৰত বগা বগা সুগন্ধি ফুল। নাহৰ ফুলৰ গোন্ধে গোটেই কম্পাউণ্ডটো আমোলমোলাই থৈছে। ইগছ সিগছ কৰি বিবিধ চৰায়ে জঁপিয়াই ফুৰিছে। চৰাইৰ বিচিত্র মাতে মিছনৰ সৌন্দর্য বঢ়াই তুলিছে। মিছনৰ পৰিবেশখিনি তাৰ বৰ ভাল লাগিল।

বঙলাৰ খটখটিৰে সিহঁত ওপৰলৈ লাহে লাহে উঠি গ'ল। চকীদাৰে সিহঁতক এখন্তেক বহিবলৈ ক'লে। সিহঁত তিনিয়ো কাষৰ বেঞ্চখনত বহিল।

অলপ পিছত ভিতৰৰ পৰা পাদুৰি চাহাব ওলাই আহিল। চাহাবক দেখা পাই করুণাই থিয় দিলে। লগে লগে ছাৰইকহঁতো বহাৰ পৰা উঠিল।

ঃ গুড মৰ্ণিং চাহাব। করুণাই মৃদু হাঁহিৰে সেৱা জনালে।

ছাৰইকেও ভয়ে ভয়ে নমস্কাৰ জনালে।

ঃ কাৰদম চাহাব।

ছাৰইকৰ লগতে ফেৰাংকেয়ো মুখেৰে একো নামাতি হাত দুখনেৰে কাৰদম জনালে।

ঃ কাৰদম কাৰদম। অ'ৰ ইউ-ভিলেজ হেডম্যান? আই মিন, নাংলি কাং-বুৰা মা? ত, ত, ইংনি নন, ইংনি নন।—প দুৰি চাহাবে হাঁহি হাঁহি "গাঁওবুঢ়া নেকি" বুলি ছাৰইকৰ পৰিচয় ল'লে আৰু বেঞ্চখন দেখুৱাই "বহা বহা" বুলি বহিবলৈ ইংগিত দিলে।

ঃ কালাং তেমা চহাব। এই বুলি কৈ হাঁহি মুখেৰে সিহঁত বেঞ্চখনত বহি পৰিল।

চাহাবৰ মুখত কাৰবি মাত শুনি ছাৰইকৰ মনৰ পৰা ভয় ভাব আঁতৰিল। করুণা মিস্ত্ৰীয়ে আগবঢ়াই দিয়া কাগজখিলা চাহাবে পঢ়িলে। একান্ত মনেৰে পঢ়ি থকা চাহাবলৈ ছাৰইকে নিৰীক্ষণ কৰিলে। ডাড়ি-গোঁফ নথকা চিকণ মুখৰ মানুহজন। চুটি হাতৰ কামিজ আৰু বহল হাফপেণ্ট এটি পিন্ধিছে। আঁঠুলৈকে চকা বুট জোতা। বুকুত ওলমি আছে এডাল ক্ৰুছ। ছাৰইকৰ মনত পৰিল বহুত বছৰৰ আগতে টীকা পাহাৰলৈ যোৱা মুৰ চাহাবৰ মুখখনলৈ। সেইজন চাহাবৰ লগত দেখাত মিল নাথাকিলেও দয়ালু স্বভাৱবোৰ এইজন চাহাবৰ মুখতো পৰিস্ফুট হোৱা সি অনুভব কৰিলে।

কাগজখিলাৰ পৰা মুখখন তুলি ছাৰইকলৈ চাহাবে ভালদৰে চালে। কাষৰ চকীখনত বহি চহবে তাক সুধিলে—

ঃ চ'—ইউ আৰ ফ্ৰম ৰংখাং—নাংলি ৰংখাং আছৰ। ৱেল, দু ইউ ন' লৰেঞ্চ হাঞ্চে? আই মিন, নাংলি লৰেঞ্চ হঞ্চে অফান চিনি মা?

ঃ চিনি চহব। নেলিতুম চেদামৰেৰ-চেৰংৰেৰ লে।—ছাৰইকে বৰ প্ৰসন্ন মনেৰে লৰেঞ্চক চিনি পোৱা কথাটো চহবৰ আগত সদৰি কৰিলে।

কাগজখিল হাতত লৈ চাহবে বুজাই ক'লে যে বন্দুক পোৱাটো টান। বৃটিছ চৰকাৰৰ বিৰুদ্ধে আন্দোলন চলি থকা কাৰণে বন্দুকৰ নতুন লাইচেন্স দিয়া বন্ধ কৰিছে। তথাপি এখন চাৰ্টিফিকেট লিখি দিবলৈ মান্তি হ'ল। ভিতৰৰপৰা ৰাইটিং পেড আৰু কলমটো লৈ আহিল। ছাৰইক তেৰাং আৰু তাৰ অঞ্চলৰ মানুহবোৰ লয়েল ছাব জেকট বুলি পৰিচয়-পত্ৰ লিখি দিলে। কাৰবিসকল ফ'ল'-ৱাৰ অব খ্ৰীষ্ট। বনৰীয়া হাতীৰ উপদ্ৰৱৰ পৰা তেওঁলোকক ৰক্ষা কৰাটো অতি প্ৰয়োজনীয়। সেই হেতুকে ছাৰইক তেৰাঙক নতুন বন্দুকৰ লাইচেন্স দিব লাগে।

চাৰ্টিফিকেটসহ সিহঁতৰ কাগজখন করুণ মিস্ত্ৰীৰ হাতত দি ক'লে—

ঃ আমি বৰ চাহাবক ফোন কৰিব। আই ৱিল ৰিক্যুৱেষ্ট দ্য কমিচনাৰ অভাৰ দ্য ফোন।

ঃ থেংক ইউ, ফাদাৰ, আপোনাৰ দয়াৰ বাবে ধন্যবাদ।—করুণা মিস্ত্ৰীয়ে ধন্যবাদ জনাই কাগজ কেইখিলা তাৰ জেপত ভৰালে।

ঃ চক প'। হিলেতা লাং প'। হেমফু যীচু আফানতা মৰম নাংপ'। ইউ এণ্ড ইয়ৰ ভিলেজমেন শ্বুড ফ'ল' দ্য খ্ৰীষ্ট। হেমফু যীচু আৰেতে হিলেতা লাংলে। যীচুতা ইংলাং আছৰ ল'।—ছাৰইকলৈ চাই চাহবে যীচুৰ মহান গুণৰ

কথা এইদৰে ক'লে—"হ'ব বাক। বন্দুক পাব। মহান যীচুকে৷ মৰম কৰিবা।' বন্দুক পোৱাত যীচুহে সহায় কৰিছে। মহান যীচু পাহাৰৰেই লোক।"

খৃষ্টৰ বিষয়ে কোৱা কথাবোৰ ছাৰইকৰ কাণত প্ৰৱেশ নকৰিলে। হিলে তা লংপ'—এই কথাষাৰে তাৰ কাণত অমৃতৰ নিচিনা তৃপ্তি দিলে। সি জেলেঙাৰ পৰা হাতীদাঁতেৰে বন্ধোৱা নালৰ দা এখন পাদুৰি চাহাবৰ হাতত উপহাৰ স্বৰূপে দি ক'লে—

ঃ ইংনাৰ আছু' আবে আন'পাক চাহাব। নংলি লাম নেলিনিং চিবি প'।

"এইয়া হাতীদাঁতৰ নাল থকা দা। আপোনাৰ কথাবোৰ মনত নিশ্চয় থাকিব" বুলি কৈ চাহাবক ছাৰইকে ভূয়সী প্ৰশংসা কৰিলে।

মিহি হাতীদাঁতৰ নালত হাতৰ আঙুলিবোৰ বুলাই বুলাই চাহাবে ক'লে—

ঃ ভেৰি নাইচ আইডিয়া, মেছেন ন'পাক ল'। আই উইল চেণ্ড ইট টু দ্য কমিচনাৰ, আই মিন কমিচনাৰ চাহাব অফ নাগা হিলছ।—এই বুলি কৈ তেওঁ দাখন মেজখনৰ ওপৰত থৈ দিলে।

তিনিওজনে আনন্দ মনেৰে পাদুৰি চাহাবক সেৱা জনাই বিদায় ল'লে। বঙলাৰ খটখটিৰে নামি আহোঁতে ছাৰইকে ভাবিলে—ইমান উদাৰ চাহাবৰ প্ৰতি হ'বেছিক'ৰ মনোভাব বেয়া কিয়? সিহঁত যোৱাৰ পাছত চাহাবে কিছু সময় চকু মুদি কপাল, দুবাহু আৰু বুকুখনত স্পৰ্শ কৰি ভিতৰলৈ সোমাই গ'ল।

তেতিয়া কাছাৰীত টং টং কৰি পুৰা দহটাৰ সময়-সংকেত দিছিল।

## ন

বহাগৰ এটি সন্ধিয়া।

ৰঙাভ পছিম আকাশত কেইচপৰামান মেঘ। মেঘ কেইচপৰাৰ দাঁতিয়েদি সূৰুযৰ উজ্জ্বল ৰশ্মিৰ জিলমিলনি। চাংঘৰৰপৰা মাটিলৈ নামি যোৱাৰ আগতে অমফুৰে চাই পঠিয়ালে পছিমৰ আকাশখনিলৈ। মাৰ যাবলৈ ধৰা সূৰুযটোৰ সেই মুহূৰ্তকণ তাইৰ বৰ ভাল লাগে।

তাই জখলাৰে মাটিলৈকে নামি গ'ল। কাষত এটি সৰু ধানৰ পাচি। সন্মুখৰ চোতালত তাই কুকুৰাকেইটালৈ বুলি ধান ছটিয়ালে। আৰু তাৰ পৰা কুকুৰবোৰ আহি থুপ খালেহি। চ'জুন পূজাৰ পিছত কুকুৰাৰ সংখ্যা যথেষ্ট কমিল, তাই ভাবিলে। ধান খাই থকা কুকুৰা জাকৰ মাজত ডাক দিয়া মতা কুকুৰাটো নেদেখি তাই মাতিলে—

ঃ হ'—ক্ৰুক্ ক্ৰুক ক্ৰুক্। হ'—হ'—।

মতা কুকুৰটো ওলাই নহা দেখি চ'ৰাঘৰত এৰী সূতা কাটি থকা মাকলৈ ঘূৰি চাই তাই সুধিলে,

ঃ মতা কুকুৰটো কি হ'ল মা ?

ঃ আছে হ'ব পায়। চচেন ক'ৰবাত সোমাই আছে চাগে।

ঃ মাতি আছোঁ, নাই দেখোন। হেপাই নিলে নেকি ?

ঃ দিনটো মাই ক'লৈকো যোৱা নাই। হেপাই নিয়া হ'লে গম পালে হেঁতেন।

জখলাৰ সন্মুখলৈকে আহি অমফুৰ মাকে ধান খাই থকা কুকুৰজাকলৈ চালে। কাষৰ ৰংফৰ ঘৰৰ পৰা ওলাই অহা কুকুৰটো দেখি মাকে ক'লে

ঃ সৌটো আহিছে দেখোন।

ঃ কৰোবাৰ কুকুৰৰে সৈতে যুঁজিছিল হ'ব পায়। মূৰৰ ফুলবোৰত তেজে চেকুৰা বান্ধিছে। —তেজ লাগি থকা ফুলবোৰলৈ লক্ষ্য কৰি অমফুৱে ক'লে।

সৰু সৰু নেদেকা পেৰা দি কুকুৰা তিনিটা জাকৰ মাজৰপৰা আঁতৰি গল আৰু ডিঙিবোৰ দাঘল দীঘল কৰি ইটোৱে সিটোৰ লৈ ৰ' লাগি চাবলৈ ধৰিলে। তহঁতে কিবা সন্দেহ পাইছে যেন কথা পাতিছে।

ঃ কুকুৰা কেইটাই বৰকৈ কথা পাতিছে। দেউতাৰাহঁত আজি ওলাবহি নেকি ?—টাকুৰি ঘূৰাই সতা বাটি থকা মাকে কুকুৰা কেইটালৈ চাই ক'লে।

ঃ সঁচা মা, দেউতা নথকিলে কি যে উকং উকং লাগে ঘৰখনত।—অমফুৱে ঘাটলৈ যোৱা বাটৰ ফালে চাই কলে।

ঃ অ, আজি পাঁচ-ছয় দিনমানেই হ'ল। আজিমানে আহি পাব লাগে দেখোন।

জেঠি দুটামানে বৰঘৰৰ মাপচত টিকটিকালে। জেঠিৰ মাত শুনি মাকে মুখেৰে ছত ছত শব্দ কৰি জেঠি কেইটাৰ লগত সুৰ মিলালে। টাকুৰিত সূতা মেৰিয়াই মেৰিয়াই বাটৰ ফালে এনেয়ে এবাৰ ঘূৰি চালে।

ঃ মা, গাহৰি কেইটাকো গড়ালত বান্ধি আহোঁদেই।

ঃ অ', যা। হেমায়ো ম'হ লৈ এতিয়াও আহি পোৱাহি নাই। এই ল'ৰা-টোৰপৰা অলপো শান্তি নাইকিয়া হ'ল।—কথাখিনি কৈ মাক চ'ৰাঘৰৰ ফালে গুচি আহিল।

তুঁহ গুৰিৰ দোণ আৰু পানী লাংথে হাতত লৈ গাহৰি-গড়ালৰ ফালে অমফু আগুৱাই গ'ল।

গড়ালত থকা সৰু নাওখনত তুঁহখিনি লাহেকৈ ঢালি দিলে। লাংথেৰ পানীৰে তুঁহখিনি ঘোঁকোটি ভালদৰে মিহলালে। গড়ালৈ সোমাই যোৱা পথটো মুকলি কৰি গাহৰি কেইটাক মাতিলে—

ঃ দু—দুক দুক দুক। দু দুক দু'—দুক দুক দুক।

অমফুৰ মাত শুনি গাহৰি কেইটাই উঁক-উঁকাই ওচৰৰ বননিৰপৰা ওলাই আহিল। গড়ালৰ ভিতৰলৈ সিহঁত সোমাই যোৱাত দুৱাৰখন বন্ধ কৰি তাই উভতি আহিল।

ঃ গাহৰিকেইটা আছেনে আই ?—জখলাৰে উঠি অহা অমফুৰ মাক কাছাওে সুধিলে ।

ঃ অ', আছে । অমফুৰে চমুকৈ ক'লে ।

খালী দোণ আৰু লাংথেটো লৈ তাই ঘৰৰ ভিতৰলৈ সোমাই গ'ল ।

ৰংমিলিৰ গছ-বিৰিখত মইনা-শালিকাৰ কোঢ়াল বাঢ়ি আহিল । বাজি উঠা ম'হৰ টিলিঙাৰ শব্দ গাঁৱৰ পছিম দিশৰ পৰা ক্ৰমে স্পষ্ট হৈ আহিবলৈ ধৰিলে । নিশাটোৰ বাবে সন্ধিয়াৰ বাস্তৱতাখিনিয়ে আনি দিলে এক অভূতপূৰ্ব অনাবিল আনন্দ। ৰংমিলিখনো সজীৱ হৈ পৰিল । বাটলুগুটিৰ সৰু ধনুখন কান্ধত ওলোমাই হেমায়ে ম'হহাল খুটিত বান্ধিলেহি । বোকা লাগি থকা গাৰেই সি চাংখনলৈ উঠি আহিল । তাৰ হাতত ভাটৌ এটা দেখা পাই চ'ৰাঘৰলৈ ওলাই অহা অমফুৰে ক'লে—

ঃ চাওঁ চাও, ইমান ধুনীয়া ভাটৌ ! ক'ত পালি হেমাই ?

ঃ বি-ব্ৰ'কেকৰ কবৈ গছত । গছৰ খোৰোঙৰপৰা তলৈ পৰি ইয়াৰ লগৰটো মৰি থাকিল ।

ঃ আই ঐ দেহি ! চাচোন মা, কেনে ধুনীয়া ভাটৌ !

অমফুৱে মাকৰ ওচৰলৈ ভাটৌজনীক লৈ গল । ভাটৌজনীক লৈ যোৱা দেখি হেমায়ে বায়েকৰ পাছে পাছে খেদি গ'ল । তাকে দেখি অমফুক ধমক দি মাকে ক'লে—

ঃ অমফু তই ডাঙৰ হ'ব নিশিকিলি । এই গাভলিখনত কি হুলস্থূল লগাইছ । ভাটৌজনীক দেখি দেউতাৰাই গালি পাৰকহি

দেউতাকৰ কথা শুনি হেমায়ে বৰ উৎসাহেৰে মাকক সুধিলে—

ঃ দেউতা আহিলনেকি মা ?

ঃ নাই অহা অ' । হেমাই, মুখ-হাত ধই ল, ৰাতি হ'ল ।

মা মোৰ বৰ ভোক লাগিছে । কি আছে দে ।

ঃ অমফু জকৰা ভাত আছে নহয়, ভায়েৰক বাঢ়ি দেগৈ যা । আগতে পানী এচৰিয়া আনি দেহি ভায়েৰাক ।

চ'ৰাঘৰৰ পানী-পঁচাত আঁৰি থোৱা সৰু খাং এটাত ভাটৌজনীক সুমুৱাই থৈ সি বায়েকৰ পাছে পাছে ঘৰৰ ভিতৰলৈকে সোমাই গ'ল । লাংখেৰ পৰা চৰিয়াত পানী বাকিলে অমফুৱে । বাঁহৰ চুঙাত পানীখিনি ঠেকা খাই হোৱা কুলুকং—কুলুকং—কুলুকং শব্দই কাৰবি চাংঘৰত এক মধুৰ আমেজ আনি দিলে । বৰঘৰৰ পাছফালে হেমায়ে মুখ-হাত ধোৱা শব্দ মাকে শুনিলে ।

চ'ৰাঘৰত জুই ধৰি থকা অমফুৰ মাকক বেৰৰ জলঙাৰে দেখা পাই ফেৰাং-কেৰ ঘৈণীয়েক কাজিৰ বেপীয়ে মাত লগালে—

ঃ জেঠাদেউ আহি পালেনে জেঠী ?

ঃ নাই অহা অ' কাজিৰ । ক'লৈ গৈছিলি ?—জলঙাৰে চাই অমফুৰ মাকে সুধিলে

ঃ কাদমহঁতৰ ঘৰলৈকে গৈছিলোঁ ।

ঃ তহঁত ভালে আছ নে ? খবৰ ল'বলৈ আজৰিকে পোৱা নাই অ' কাজিৰ।

ঃ অ', আছোঁ আৰু। লংকিৰ দেউতাক চহৰলৈ কেতিয়াও যোৱা নাই। তাতে যোৱা ভালে কেইদিনো হ'ল। চিন্তাহে লাগিছে।

ঃ এৰাটো, চিন্তা নকৰাকৈ কেনেকৈ থাকিবি ? বহিবি নেকি ?

ঃ নাই, নবহোঁ। ঘৰতো কাম আছে। আহোঁদেই জেঠী।

ঃ অ', যা বাৰু। জেঠায়েৰাহঁত আজিমানে পাবহি লাগে দেখোন।

ঃ জানো ? আহিলেই ভাল।—কথাখিনি কৈ তাই ঘৰৰ ফালে খোজ ল'লে।

সন্ধ্যা ঘনীভূত হৈ আহিল। পঞ্চমীৰ জোন দক্ষিণলৈ হালিছে বেঁকাকৈ। আকাশত অগণন তৰাৰ তিৰবিৰণি। মুকলি চাংঘৰৰ চোতালত পাটী এখন পাৰি অমফুৰ মাকে জুৰ লৈছিল। হেমায়ে কাষতে শুই মাকক সাধু কথা ক'বলৈ ক'লে। এবাৰ আকাশৰ জোনটিলৈ এবাৰ পদ্‌লিমুখৰ ফালে লক্ষ্য কৰি মাকে হিঙ্গীপীৰ সাধুটো শুনালে। ৰাক্ষসীৰ শেষ পৰিণামৰ কথা জানিবলৈ হেমাইৰ সৰু মনটোৱে উৎকণ্ঠা প্ৰকাশ কৰিলে।

ঃ তাৰ পিছত কি হ'ল মা ? হেমায়ে মাকক সুধিলে।

ঃ তাৰ পিছত ? তাৰ পিছত ৰাক্ষসীৰ ডিঙি ছিগি দুডোখৰ হ'ল। ৰাক্ষসীৰ কটা মূৰটো উজনিৰ ফালে আৰু গা-ডোখৰ ভটিয়নী পানীৰ ফালে পেলাই দিলে। আৰু সুমথিৰা টেঙাৰ ৰূপ লৈ থকা আৰলেংপীজনীক পুনৰ আৰলেংপ'ই বিয়া কৰালে।

ঃ আৰু কি হ'ল মা ?—বৰ ব্যগ্ৰভাৱে মাকক সুধিলে।

ঃ আৰু কি হ'ব ? বি-ব্ৰ'কেক বিলৰ ৰঙচুৱা পানী দেখিছ ?

ঃ অ' দেখিছোঁ। বৰ ৰঙা। কিয় বাৰু ৰঙা মা ?

ঃ সেয়া হেনো সেই ৰাক্ষসীজনীৰ তেজ, বুজিছ।

ঃ এতিয়াও তাত ৰাক্ষসী আছে নেকি মা ?—ভয় খাই সি মাকৰ কাষ চাপিল। সি ভয় খাইছে বুলি মাকে বুজি পালে। তাক বুজনি দি ক'লে—

ঃ নাই অ' সোণ। এইবোৰ পূৰণি কথা। শুই থাক। দিনটোৰ ভাগৰত চিলমিল কৰি তাৰ টোপনি আহিছিল। কুঁচি-মুচি মাকৰ গাত মুখখন গুঁজি টোপনি যাবলৈ চেষ্টা কৰিলে। মূৰত হাত বুলাই তাৰ টোপনি অহাত মাকে সহায় কৰিলে।

জুইৰ কাষত বহি কিবা সিজাই থকা অমফুক উদ্দেশ্য কৰি মাকে ক'লে—

ঃ দেউতাৰা আজিও আহি নাপাব যেন পাইছোঁ। ৰাতি ভালেমানেই হ'ল। ভাতৰ ব্যৱস্থাকে ক'ৰগৈ।

কথাষাৰ কোৱাৰ লগে লগে বেৰ-চুকত শুই থকা বাঘৰটোৱে কোনোবা অহা গম পাই ভুক্‌ভুকাই তললৈ নামি গ'ল। কুঁ-উ-ক্, কৰি আনন্দত জপিয়াই আমনি কৰা বাঘৰটোক "ছে—ইত্" বুলি ছাৰইকে বাধা দিলে। পদূলি-মুখত বাপেকৰ মাত শুনি আনন্দত অধীৰ হৈ অমফুৱে ক'লে—

ঃ মা, সেয়া দেউতা আহিলে। এই হেমাই, দেউতা আহিল। উঠ।

টোপনি যোৱা হেমাইৰ গাত ধৰি জোকাৰি জোকাৰি তাই তাক শোৱাৰ পৰা উঠালে। দেউতাকলৈ চাই তাই সুধিলে—

কিয় ইমান পলম হ'ল দেউতা? আমাৰ যে ইমান চিন্তা হৈছিল।

দেউতাকে মুখেৰে একো নামাতি হাতৰ বন্দুকটো বেৰখনত আউজাই পাটীত বহিল। বেৰত আউজাই থোৱা বন্দুকটোলৈ থৰ লাগি চাই অমফুৱে ক'লে—

ঃ আউ, বন্দুক! দেউতাই বন্দুক আনিছে মা।

চকু দুটা মোহাৰি মোহাৰি হেমায়ো দেউতাকৰ কাষলৈ উঠি আহিল। সিও বন্দুকটোলৈ চালে। বন্দুকটো চুই চাবৰ মন গৈছিল যদিও ভয়তে সি নুচুলে। দেউতাকে জোলোঙাৰপৰা ৰং-চঙীয়া চোলা এটি উলিয়াই হেমাইক দিলে। আনন্দত হেমায়ে দেউতাকৰ হাতৰপৰা কাঢ়ি অনাদি আনি নতুন চোলাটো তাৰ গাকৰ ওচৰলৈ নি শুঙি চালে।

ঃ ইমান ভাল। বাইদেউৰ কাৰণে কি আনিছা দেউতা?

নীলা ৰঙৰ কাপোৰ এডোখৰ দি দেউতাকে ক'লে ঃ

ঃ হুঁ, তোৰ বাইদেউৰাক দে গৈ।

ঃ আ—ইমান ধুনীয়া ৰঙৰ কাপোৰ। মই চাদৰ কৰি লমদেই মা?— হেমাইৰ হাতৰপৰা কাপোৰখন কাঢ়ি মাকক দেখুৱাই ক'লে।

ঃ দেউতাৰা ভাগৰত আহিছে, তইঁতে আমনি নকৰবিচোন। অমফু চাহ এটোপা দেউতাৰাক কৰি দে গৈ যা। মোলৈবো এবাতি আনিবি।

## দহ

ৰাতিপুৱাৰ লগে লগে ৰংমিলি গাঁৱত খলক লাগিল—ছাৰবাহাই নতুন বন্দুক কিনিছে। গাঁৱৰ ইমূৰ-সিমূৰৰ মানুহবোৰ আহি ছাৰইকৰ ঘৰত ভৰি পৰিলহি। বুঢ়া-মেথাসকলৰ লগতে সৰু সৰু ল'ৰা-ছোৱালীবোৰেও ছাৰইকক আগুৰি ধৰিলে। ফটা কানি এডোখৰেৰে বন্দুকৰ নলীডাল মচি থকা ছাৰইক'লৈ সকলোৱে আচৰিত হৈ চাই ৰ'ল। কেনেকৈ বন্দুকটো হাতেৰে চুই আছে বাৰু! সিহঁতৰ চকুত যেন সেই ভাব। মূৰ দুপিয়াই দুপিয়াই দুই-এজনে হাঁহিছে। বিছু'-বাছাহঁতৰ মুখত গৌৰৱৰ হাঁহি কিয়নো সিহঁতৰ গাঁওখনতো বন্দুক আছে বুলি দহজনৰ আগত কবলৈকে হ'ব। ছাৰইকৰ কিছু আঁতৰত বহি চহৰৰ অভিজ্ঞ-তাৰ কথাবোৰ ফেৰাংকে কাং তিমুঙে সগৌৰৱে ৰাইজক শুনাইছে। ৰেল, মটৰ গাড়ী, ঘোঁৰাই টনা গাড়ী, ৰিক্সা আৰু ৰং-বিৰঙৰ অজস্ৰ দোকান ঘৰৰ বৰ্ণনাৰে সকলোকে সি অবাক কৰিলে। বিড়িৰ ধোঁৱাখিনি মুখেৰে এৰি ফেৰাংকেয়ে ক'লে—

ঃ মোমাইদেৱে যে চাহাবৰ লগত কেনে সাহসেৰে কথা পাতিছিল। চাহাবে কি কৈছিল? 'কুত মুৰ নিং'—নহয়নে মোমাইদেউ?

ঃ মই কাৰদম বুলি কওঁতে, জানো কি কি কৈছিল? চাহাবৰ কথা বুজিও নাপাওঁ নহয়। পিছে চাহাবে আমাৰ কথাও ক'ব জানে।—বন্দুকটো বেৰত আউজাই থৈ ছাৰইকে ক'লে।

ঃ অঁ, চাহাব হৈ আমাৰ কথা কেনেকৈ জানিলে বাৰু? আমাৰ ৰ'থাত-লাংছ'ত ইস্কুল পতাৰ কথা যে কৈছিল, সেইজন চাহাবেই নহয় জানো?

ঃ অঁ, সেইজনেই। বৰ ভাল চাহাব। কাগজ এখন লিখি নিদিয়া হ'লে আমি বন্দুকেই নাপাও।—জোলোঙাৰ পৰা ৰঙা ৰঙৰ ধুনীয়া চেপেটা পিপা এটা উলিয়াই ছাৰইকে পাদুৰি চাহাবৰ প্ৰশংসা কৰিলে।

চেপেটা পিপাটোৰ ভিতৰত কি বস্তুনো আছে জানিবৰ কাৰণে ৰিছ'বাছা, লিন্দক, লংকিৰি—এই সকলে বৰ ব্যগ্ৰতাৰে চাবলৈ ধৰিল। পিপাৰ মুখ খুলি লাহেকৈ তুলাপাতত বাৰুদ অকণমান সি বাকিলে। মিহি আৰু উজ্জ্বল ক'লা ৰঙৰ বাৰুদ ওলাই অহা দেখি লিন্দকে সুধিলে—

ঃ এইবোৰ কি ফু? তিলনেকি বাৰু?

লিন্দকৰ কথা শুনি ছাৰইকে হো-হোৱাই হাঁহি মাৰি ক'লে—

ঃ তিল নহয়, এইয়া বাৰুদ। ইয়াৰ ভিতৰত জুই আছে। ইয়াৰ জোৰতহে বন্দুক ফুটে।

ঃ শুকান কানিৰ গুৰি বুলি যে তুমি নক'লা ভালেই হ'ল।—ৰগৰ তোলাৰ উদ্দেশ্যে ৰিছ'বাছাই ক'লে।

ৰিছ'বাছাৰ কথা শুনি ছাৰবাছাৰ চ'ৰাঘৰ হাঁহিৰে উৰ্ব্বলিকৃত হ'ল।

ঃ হাড় নাইকিয়া অজলা জিভাই তিলৰ পুৰণি সোৱাদ ক'ত পাহৰিব!—এই বুলি কৈ সিও চেকচেকাই হাঁহিলে।

বাৰুদখিনি ভাল-বেয়া পৰীক্ষা কৰিবৰ কাৰণে দুই-তিনিটামান বাৰুদৰ চাহী হাতত ল'লে আৰু আঙঠা থৰিত কিছু ওপৰৰপৰা এৰি দিলে। হঠাৎ বাৰুদখিনি জ্বলি উঠাত, জুম বান্ধি মগ্ন হৈ চাই থকা ল'ৰামখা চক খাই ছিটিকি পলাল। বাৰুদৰ গুণ দেখা পাই ছাৰইকে ক'লে—

ঃ বাৰুদখিনি ঠিক আছেহে ফেৰাংকে। কৰুণা মিস্ত্ৰীয়ে মিছা কথা কোৱা নাই যেন পাইছোঁ।

ঃ অঁ, মানুহজন বেয়া হ'ব নালাগে। আচলতে তাৰ বুদ্ধিতহে আমি বন্দুক পালোঁ।—ফেৰাংকেও কৰুণা মিস্ত্ৰীৰ গুণ বখানিলে।

সৰু টেমিৰে এটেমি বাৰুদ বন্দুকৰ নলীত ঢালি দিলে ছাৰইকে। ফটা কানিৰে টানকৈ ঠিলা মাৰি বন্দুক খঁজা মাৰিডালেৰে হেচি হেচি সি নলীৰ ভিতৰলৈ ঠেলিলে। তাৰ পিছত নলীৰ বাহিৰত ওলাই থকা মাৰিডাল হাতৰ আঙুলিৰে জুখি চালে। চাৰি আঙুল। জোৰেৰে নলীৰ ভিতৰলৈ কেইবাবাৰো মাৰিডালেৰে বাৰুদখিনি খাজি দিলে। পুনৰ সি জুখি চালে। এ আঙুল কমিল। হ'ব বুলি

সিমুৰটো দুপিয়ালে। ফায়াৰিং হোলত বাৰুদ আহিছেনে নাই, এবাৰ খুলি চালে। বাৰুদবোৰ ঠাহ খাই থকা দেখি, ফায়াৰিং কেপ এটা তাত পিন্ধাই দিলে। তাম বৰণীয়া উজ্জ্বল কেপটো পুৱাৰ ৰ'দৰ পোহৰত জিলিকি উঠিল। বন্দুকৰ নলীত বাৰুদ ভৰোৱা ফটা কানিৰে ঠিলা মাৰি মাৰিডালৰ সহায়ত বাৰুদ খুঁজা, বন্দুকৰ ঘোঁৰাটো কায়দা কৰি দাঙি ধৰা তাম বৰণীয়া কেপটো ফায়াৰিং হোলত পিন্ধোৱা— এনেহেন জটিল কামখিনি বিনা আয়াসত ছাৰইকে সম্পাদন কৰা দেখি লিন্দক আচৰিত হৈ গ'ল। লিন্দকৰ লগতে বাকীবোৰেও আশ্চৰ্যভাৱে সকলো নিৰীক্ষণ কৰি আছিল।

কেপটো ফায়াৰিং হোলত সুন্দৰভাৱে খাপ খাই পৰা দেখি লিন্দকে মিচিকিয়া হাঁহিৰে মন্তব্য কৰিলে—

ঃ চৰকাৰেও যে কামবোৰ কৰে আৰু! কেনে জোখত সজাইছে দেখিলা ?

ঃ চৰকাৰৰ কামবোৰেই তেনেকুৱা। আমিবোৰেহে নাজানো।

ঃ এৰা আমাৰ অপৈণত মগজে সেইবোৰ চুকি নাপায়। ---ৰিছ'বাছাৰ মন্তব্য শলাগি লিন্দকে ক'লে।

লিন্দকহঁতৰ কথাবোৰ শুনি শুনি ছাৰইকে বন্দুকত লগোৱা কেপটো সৰু ফটা কানি এডোখৰেৰে ঢাকি ঘোঁৰাটো নমাই দিলে লাহেকৈ। বেৰখনৰ খুঁটাৰ চুকটোত বন্দুকটো সাৱধান আউজাই থলে। বিড়ি এডাল জ্বলাই এহোপা মাৰি ধোঁৱাবোৰ লাহেকৈ এৰি দিলে ছাৰইকে। কাষতে বহি থকা হেমাইক ক'লে—

ঃ যাচোন আয়েৰাক লাওপানী অলপ আনিবলৈ কগৈ।

হেমাই দৌৰি গ'ল ভিতৰলৈ। জুম বান্ধি থকা ল'ৰা-ছোৱালীবোৰক একাষত বহিবলৈ ছাৰইকে ক'লে।

ঃ বহুত কথা ভাবিহে বন্দুকটো কিনি'লোঁ। ৰংমিলিখন আমাৰ গাঁও। বৰ দুখ-কষ্টৰ মাজত উঠা গাঁও। চকুৰ আগত গাওখন খাবলৈ নোপোৱাটো মই সহিব নোৱাৰোঁ। বনৰীয়া হাতীৰ পৰা প্ৰতি বছৰে ধান ৰাখিব নোৱাৰো। বন্দক থাকিলে মনলৈ কিছু সাহ আহে। তাতে হাবিতলীয়া ঠাই। গাঁৱৰ ভিতৰত বন্দক এটা লাগেই। নহয়নে ৰিছ'বাছা ?

ঃ গাঁওখনত বন্দুক এটা থকাটো বৰ প্ৰয়োজনীয় কথা। আপুনি উচিত কথাকেই চিন্তা কৰিলে। আপোনাৰ হাতত বন্দুক এটা থকা মানেই ৰংমিলিৰ সন্মানো আৰু এচাপ ওখ হ'ল। —ছাৰইকক প্ৰশংসা কৰি ৰিছ'বাছাই ক'লে।

ছাৰইকহঁতৰ কথা শুনি বৃদ্ধ লংকিৰিৰ মুখত হাঁহি বিৰিঙি উঠিল। অজানিতে তাৰ চকুৰ কোণ দুটা সেমেকি গ'ল। হেৰাই যোৱা ৰংমিলিৰ পুৰণি মানুহখিনিৰ ছবিবোৰ তাৰ দুচকুত ভাহি উঠিল। চকুৰ কোণ দুটা মচি মচি সি ক'লে—

ঃ এৰা, বোপা ছাৰইকে সঁচা কথাকেই কৈছে। ৰংমিলিখন বহুত কষ্টৰ মাজত উঠা গাঁও। বোপাৰ সৎ চিন্তাৰ বাবে মই বৰ আনন্দ পাইছোঁ।

তোমালোকে গাঁওখনৰ মৰম পাহৰা যে নাই ই সঁচাকৈয়ে মহত্তম গুণ। মই শুনি বৰ আনন্দ আৰু গৌৰৱবোধ কৰিছোঁ।

সকলোৱে বুঢ়াৰ কথাত মূৰ দুপিয়ালে। বাছাপীয়ে লাওপানী এচৰু আনি দিলে। ডেকা চাঙৰ ক্লেংদুনে বয়সস্থ লোকক লাওপানী বিলাই দিলে। হালধীয়া লাওপানীয়ে কাহৰ বাতিৰ সৌন্দৰ্য বৰ্দ্ধন কৰিলে। ছাৰবাছাৰ মঙ্গল কামনা কৰি হেমফু দেৱতালৈ লাওপানী অৰ্পণ কৰিলে। তপৰাস্তত কেইচোকমান খাই ছাৰ-ইকে ক'লে—

ঃ বন্দুকটো কিনিলোঁ। এতিয়া ফুটে নে নুফুটে এবাৰ পৰীক্ষা কৰো বুলি ভাবিছোঁ। আপোনালোকে কেনে দেখে?

ঃ ভাল ভাল। আমি আটাইবোৰে চাওঁচোন। আগে-পিছে আমি বন্দু-কনো কেনেকে ফুটে দেখাও নাই, নহয়নে?—বিছ'বাছাই শলাগি ক'লে।

ঃ আমাৰ গাঁওখন এতিয়াহে গহীন গহীন লাগিছে।—মদখিনি শেষ কৰি লিন্দকে ক'লে।

ঃ অহাবাৰ যু লিন্দকেও কিনক বন্দুক এটা।—হাঁহি হাঁহি ফ্ৰেৰাংকেই ক'লে।

ঃ এ—হ খোৱা খোৱা। বন্দুক কিনিব। কানিৰ নলীডালত ভৰাবলৈকে কানিৰ গুলি বিচাৰি পোৱা নাই। অহা জনমতো নহ'ব দিয়া বন্দুক লোৱা। —এই বুলি কৈ সি ঢেক ঢেক কৰি হাঁহিলে।

লিন্দকৰ কথা শুনি সকলোৱে হাঁহিলে। বহাগ মহীয়া বেলিটোৱেও টৌবা পাহাৰৰ ওপৰ পালেহি। সূৰুযৰ তাপত উঠি অহা পানীৰ উঁহবোৰ পাহাৰৰ নামনিৰ পৰা আঁতৰি গ'ল।

মদ-পানী খাই সকলোৱে মুৰ্কলি চোতালত গোট খালেহি। ছাৰইকে লাহে-ধীৰে বন্দুকটো হাতত তুলি ল'লে। বন্দুকটো আকাশৰ ফালে টোৱাই সি ক'লে—

ঃ লৰাহঁত। কাণত ঠিলা দিবাদেই।

লাহেকৈ ট্ৰিগাৰটো আঙুলিৰে টানি দিলে। লগে লগে 'ধুৰুম' কৰি বিৰাট শব্দ কৰিলে, বন্দুকটোৱে। ল'ৰা-ছোৱালীমখাই ভয়ত চিঞৰ মাৰি দৌৰ দিলে। হংকুপত জুম বান্ধি থকা তিৰোতাবোৰে "নাংপ' আফু" অৰ্থাৎ বাপেৰৰ মূৰটো বুলি কৈ কাণত সোপা দি ধৰিলে। বাখৰৰ লগতে গাঁৱৰ কুকুৰবোৰে ভয়ত ভুকিবলৈ ধৰিলে। কা—কা কৰি এজাক কাউৰীয়ে ৰংমিলিৰ আকাশত কিছু সময় আৰাও কৰি পুনৰ নিশ্চুপ হ'ল। গাঁওখনত উৰুমি লাগিল। বন্দুকৰ বগা ধোঁৱা-খিনি লাহে লাহে আকাশত মিলি গ'ল। বাৰুদৰ পোৰা গোন্ধে ছাৰইকৰ চোতালত ছাটি ধৰিলে।

সাফল্যৰ গৌৰৱোজ্জ্বল আভা ছাৰইকৰ মুখমণ্ডলত পৰিস্ফুট হোৱা দেখা গ'ল। পূব ফালৰ পাহাৰ কেইখনলৈ চাই ছাৰইক চ'ঙঘৰত সোমালহি। ছাৰ-বাছাৰ বন্দুকৰ প্ৰশংসা কৰি বিছ'বাছাইঁত ঘৰাঘৰি গ'লগৈ।

## এঘাৰ

ৰংমিলিৰ আম-কঁঠাল গছবোৰত পুৱাৰ ৰ'দজাক পৰিলহি। ৰ'দজাক মৰম লগাকৈ কোমল।

ডেকা চাঙৰ বহল চোতালখনকো ৰ'দজাকে আলফুলকৈ সাবটি ধৰিলেহি। বৰ্ষাসিক্ত গছ-লতিকাৰ সেউজীয়া কোমল পাতবোৰত সূৰ্য্যৰ পোহৰবোৰ যেন পিছলিহে পৰিছে। ওচৰৰ বননিবোৰত ধ্বনিত হ'ল কেতেকী চৰাইৰ চিৰ আকূতিৰ সুৰ, প্ৰেৰণাৰ সুৰ।

সেই সুৰত কাৰবি কৃষকে বিচাৰি পায় জুমতলীৰ কেঁচা মাটিৰ গোন্ধ। সুপ্ত হৈ থকা সিহঁতৰ দুবাহুত কৰ্ম প্ৰেৰণাৰ বোঁহবোৰ নতুনকৈ সঞ্জীৱিত হৈ উঠে। দেহৰ আঁহে আঁহে, সিৰে সিৰে এক অনুজ শিহৰণ জাগি উঠে। কাৰবি কৃষকৰ স'তে কেতেকী-চৰাইৰ এক নিবিড় সম্পৰ্ক তাহানিখনৰেই পৰা। ন-ধানৰ গজালিত সিহঁতৰ নতুন আশাৰ সপোনবোৰেও পোখা মেলে। পলস ভৰা জুমতলীয়ে সিহঁতলৈ আনি দিয়ে অজস্ৰ সম্ভাৰ। আহিনৰ মিঠা ৰ'দত কাৰবি চাংবোৰে পুনৰ নতুনকৈ হাঁহিবলৈ শিকে। সেই হাঁহিবোৰত যেন কেতেকীজনীৰ অমৃত বৰষা কণ্ঠস্বৰৰ তৰংগহে মিহলি হৈ আছে।

প্ৰকৃতি জগতখন কাৰবিসকলৰ বৰ আপোন। পৰিৱৰ্তনৰ প্ৰতিটো ইংগিতত সিহঁতে কৰ্মময় জীৱনবোৰ জুখি চায় এক নতুন ৰূপত। আউল লাগি থকা সময়ৰ জোখবোৰো সিহঁতে মিহলাই লয় পৰিৱৰ্তিত প্ৰকৃতিৰ ৰূপবোৰলৈ লক্ষ্য কৰি।

নতুন বতৰৰ বাতাবাহক কেতেকীজনীৰ কাৰবি নাম—'ৱ'থংকাংক'। এইয়া বৰ মৰম লগা নাম। কিছুমানে 'ৱ'ছ'বিপ' বুলিহে কেতেকীজনীৰ পৰিচয় দিয়ে। কেতেকীৰ লগত সুৰ মিলাই কাৰবি কৃষকে গায় স্বতঃস্ফূৰ্তভাৱে ঃ

অ' থং কাংক'
ৰিত নং মেল'
বতৰ দেৰপ'।

ৱ'থংকাংক'ই কৈছোঁ, আহুধান সিচিবৰ হল। বতৰ বৈ নাথাকে। উঠাহঁক।

এৰা, বতৰ কাৰো বাবে বৈ নাথাকে। কাৰবি লাংপিৰ সোঁতৰ দৰেই অবিৰাম গতিৰে বতৰ দেৱী উৰি যাব লাগিছে অজান দেশলৈ। ৰংমিলিৰ ডেকা-গাভৰুৰ প্ৰাণতো কৰ্মৰ আহবান ধ্বনিত হ'ল। ডেকা চাঙৰ পদূলিমুখত গাঁৱৰ ডেকাবোৰে শাৰী পাতিলেহি। ঢোলৰ দায়িত্বত থকা চেংবুৰুপ কেথে আৰু চেংবুৰুপছ' দুয়োজনে আগত থাকি কৃষি-যাত্ৰাৰ প্ৰাৰম্ভিক ছেও বজাবলৈ ধৰিলে। সিহঁত দুজনৰ ঠিক পাছতেই মাটি জোখা দীঘল মাৰি বাৰলন ধৰি ঢোলৰ ছেৱে ছেৱে এজনে নচুৱাই আছে। সেইজনেই জিৰছঙৰ বাৰলন। জিৰছঙৰ দলপতি ক্লেংছাৰপ'জনে চাংঘৰৰ চোতালৰ পৰাই ইটো-সিটো নিৰ্দেশ দি আছে। দলটোৰ

ভিতৰত ফানকু আজি অতি ব্যস্ত ডেকা। ক্লেংছাৰপ'ৰ কামবোৰ তদাৰক কৰাৰ উপৰিও জিৰছঙৰ অন্যান্য কামবোৰো ক্লেংছাৰপ'ৰ নিৰ্দেশ মানি কৰি গৈ আছে সি।

উদ্বিগ্ন চিত্তেৰে চাংখনত ইফাল-সিফাল কৰি আছে ক্লেংছাৰপ'—ৰ'ফং ইংতিয়ে। ছাৰবাছাৰ ঘৰৰফালে চাই চাই ফানকুক কামৰ নিৰ্দেশ দিছে। ছাৰ-বাছাৰ ঘৰলৈ কেতিয়াবাই ছেং তেৰণক পঠিয়াইছিল। ইমানপৰেও আহি নোপো-ৱাত সি আচৰিত হ'ল। সুক্ষ্ময়টোলৈ চালে। ভালেমান পৰেই হ'ল। তাক পঠিয়াই মই ভুলেই কৰিলোঁ—সি ভাবিলে। কতব্য পাহৰি ক্লেংদুনে নিশ্চয় অমফুৰ ৰূপত মুগ্ধ হৈ প্ৰেমালাপ কৰিছে। তাৰ চকুৰ আগত অমফুৰ ছবি ভাহি উঠিল। প্ৰতিহিংসাৰ তীব্ৰ পোৰণিত সি ছটফটাবলৈ ধৰিলে। ক'ব নোৱাৰাকৈয়ে খঙতে তাৰ মদৰ খালী চুঙাটো ভৰিৰে ওৰিয়াই দিলে। বাহৰ চুঙাটো ওফৰি গৈ কাদ-মৰ হাতত লাগিল। কাদম আৰু কাছাং দুয়োজনীয়ে ডেকাসকলৰ বাবে কোৰ, দা আদি খাঙত ভৰাই আছিল। তাহাত দুয়ো জিৰছঙৰ দায়িত্ব গ্ৰহণ কৰা গাভৰু। কাদমে হাতখনত দুখ পাইছিল যদিও মুখত তাই একোকে প্ৰকাশ নকৰিলে। বোজাভৰা খাং লৈ দুয়ো ডেকা চাঙৰ পৰা নামি গ'ল। কাদমহঁতে দলটোৰ শেষত ঠাই ললেগৈ। । তাহাতেই জিৰছঙৰ চিন হাককেথে আৰু চিন হাকছ'।

জিৰছঙৰ ডেকাবোৰক ফানকুয়ে পাণছালি বিলাই আছিল। চাংঘৰৰ পৰা ক্লেংছাৰপ'ই খঙেৰে ফানকুক মাতিলে।

ঃ ফানকু এইফালে আহ।

ঃ কি হ'ল ক্লেংছাৰপ'?—পাণছালি বিলোৱা কাম এৰি ক্লেংছাৰপ'ৰ ওচৰ-লৈকে সি দৌৰি আহিল।

ঃ ক্লেংদুন যোৱা কিমান সময় হ'ল?

ঃ সময় কিছু হ'ল। তিনিখনমান পাণছালি খাই অতাৱৰেই হৈছে।—অলপ পৰ ভাবি সি ক'লে।

ঃ বাছাপ'ক খবৰটো দি আহিবলৈকে তাৰ ইমান পৰ লাগেনে?

ছাৰবাছাৰ ঘৰৰ ফালে কিছু সময় চাই সকলোৰে শুনাই সি ক'লে—

ঃ নাই, নাই। এইদৰে আৰু সহ্য নহয়। জিৰছঙৰ পৰা তাক আঁতৰাবই লাগিব। ক্লেংদুনৰ বাবে সি অনুপযুক্ত।

ক্লেংছাৰপ'ৰ কথা শুনি জিৰছঙৰ ডেকাবোৰে ভু—ভু ভা—ভা কৰি কথা পাতিবলৈ ধৰিলে। চেংবুৰুপ৩৭ৰ ছেওবোৰতো বিজুটি ঘটিবলৈ ধৰিলে। ক্লেংছাৰপ'ৰ ক্ৰুদ্ধ কণ্ঠস্বৰত চেংবুৰুপৰ সুৰবোৰ ক্ৰমে নিঃশব্দ হ'ল।

ঃ ক্লেংছাৰপ', আপুনি কিয় খং খাইছে? বাছাপ'ৰ ঘৰত কিবা অসুবিধাও হ'ব পাৰে। শুনিছোঁ, বাছাপ'ৰ অলপ অসুখ বুলি।—শাৰী পাতি বৈ থকা ডেকাহঁতৰ মাজৰ পৰা ব'ৰলনে মাত লগালে।

---

৩৭ কাৰবি ডেকা চাঙত ব্যৱহৃত খালৈ আকৃতিৰ এবিধ এমুখীয়া ঢোল।

ঃ কি অসুবিধা হ'ব পৰেহে ? এইয়া তৰ মতলব। নিলাজ ক'ৰবাৰ।

জিৰছুঙৰ ডেকবোৰে ক্লেংছাৰপ'ৰ কটু মন্তব্যৰ বাবে দুখ পালে। প্ৰতিবাদ নকৰি সিহঁতে নীৰৱে ক্লেংছাৰপ'ৰ মুখলৈ চাই থাকিল। ফানকুয়ে বিমূঢ় হৈ উদং ডেকা চাওৰ ভিতৰফালে চাই আছিল।

ঃ ফানকু তই তৎক্ষণাত গৈ খবৰটো লৈ আহ। —ক্লেংছাৰপ'ই আদেশ দিলে।

ঃ ভাল বাৰু।—এই বুলি কৈ জখলাৰে নামোতেই ক্লেংদুনক আহি থকা সি দেখা পালে। ক্লেংদুনক দেখি ফানকুয়ে কলে—

ঃ সৌৱা, ক্লেংদুন আহিছেই।

ক্লেংদুন আহাৰ ফালে সকলোৰে ঘূৰি চালে। ক্লেংদুনৰ মুখখন কিছু গহীন বুলি ডেকাইতে অনুভৱ কৰিলে।

ঃ বাছাপ'ৰ অসুখ আহিব নোৱাৰে। ৰিছ'বাছায়ো বাছাপ'ৰ ঘৰতে আছেহি। কিবা পূজা কৰিছে। ৰিছ'বাছাক বিচাৰি ৰংফু পালোগৈ। অ'ত ত'ত খবৰ লওঁতেই পলম হ'ল। বাছাপ' আৰু ৰিছ'বাছাই জিৰছুং আৰম্ভ কৰিবলৈ অনুমতি দিছে। ছেং তেৰণে ক্লেংছাৰপ'ক খবৰটো দিলেহি। ক্লেংছাৰপ'ৰ ওঁঠ দুটা ঈষৎ হাঁহিত লৰচৰ কৰিলে। ছেঙৰ কথাখিনিয়ে তাৰ মনৰ সন্দেহ আঁতৰাব নোৱৰাৰ ইংগিত দিয়া।

চেংবুৰুপ পুনৰ বাজি উঠিল : ক্লৰ ক-দং ক্লৰ ক—দং ক্লৰ ক—দং। চেংবুৰুপৰ এই প্ৰেৰণাদায়ক সুৰবোৰে আজি ক্লেংছাৰপ'ৰ মনত কোনো ধৰণৰ প্ৰেৰণা যোগাব পৰা নাই। খং আৰু বিৰক্তিৰ ভাববোৰ তাৰ মুখৰ পৰা নুগুচা হ'ল। সন্দেহৰ কুহেলিকাবোৰে তাৰ মনটো ঢাকি ধৰিলে। সেইবাবে তাৰ অন্তৰখন তুষানলৰ দৰে দহিব লাগিছে। ঈষা বিৰক্তি আৰু সন্দেহৰ পুঞ্জীভূত ক্ৰোধাগ্নি ক্লেংছাৰপৰ মুখমণ্ডলত প্ৰকাশ পাবলৈ ধৰিলে। কাঢ়ভাৱে সি জিৰছুঙৰ দলক যাবলৈ আদেশ কৰিলে।

চেংবুৰুপৰ ছেৱে ছেৱে জিৰছুঙৰ দলটো জুমতলীলৈ যাত্ৰা কৰিলে। একাঁবেঁকা সৰু বাটটোৰে গৈ থকা দলটো ঘন কাঠনিত লুকাই পৰিল। ঢোলৰ ছেওৰ ধ্বনিও ক্ৰমান্বয়ে নুশুনা হ'ল। পৰিত্যক্ত বেদনা বুকুত লৈ ৰংমিলিৰ ডেকা চাং নিৰলে অপেক্ষা কৰি থাকিল। দক্ষিণৰ চকলা-চকল ডাৱৰবোৰ উৰি যাবলৈ ধৰিলে—ধীৰ গতিৰে।

এচলীয়া ওখ পাহাৰত সিহঁতৰ জুমতলীখন। জুমতলীৰ কাষতে থকা গছ এজোপাৰ তলত জিৰছুঙৰ দলটো বহিলগৈ। বাঁহৰ নলেৰে বাৰলনে মাটিডোখৰ জুখিলে। পুনছেক৩৮ পুতি পুতি মাটিডোখৰ সমানে ভাগ কৰিলে। মাটি ভগোৱা কাম শেষ হ'লত ফানকুয়ে পাণছালি সকলোকে বিলাই দিলে। কাছাং আৰু কাদমে দা আৰু সৰু কোৰবোৰ প্ৰত্যেকৰে হাতত একোখনকৈ গতাই দিলেহি।

---

৩৮ মাটিৰ সীমা নিৰ্দেশক এবিধ দীঘল ডাং।

হাতত কোৰ আৰু দা লৈ নিজৰ নিজৰ ভাগত জিৰছুঙৰ ডেকাহঁতে থিয় দিলেহি। জুমতলীৰ সোঁফালে ম'তান আৰএ আৰু বাওঁফালে ম'তান আৰবিৰ৩৯য়ে স্থান গ্ৰহণ কৰাৰ লগে লগে এটা জিৰছুঙৰ সম্পূৰ্ণ শক্তি প্ৰকাশমান হৈ পৰিল।

আগদিনাৰ বৰষুণে মাটিখিনি কোমল কৰি থৈছিল। ৰ'দৰ তাপত মাটিৰ পৰা পোৰা পোৰা গোন্ধ আহি ডেকাহঁতৰ নাকত লাগিলহি। বিৰক্ত ভাৱত বৈ থকা ক্লেংছাৰপ'ই ৰেক ফানক্ৰুক নিদেশ দিলে—

ঃ লখিমী গুটিবোৰ ছটিয়াই দিয়া।

ক্লেংছাৰপ'ৰ নিৰ্দেশ পাই ৰেক ফানক্ৰুয়ে আহুধানৰ কঠীয়াখিনি সিঁচি দিলে। ফফৰীয়া ক'লা মাটিত সোণালী ধানবোৰ সূৰুযৰ পোহৰত জিলিকি উঠিল।

চেংবুৰুপৰ মাঙ্গলিক ছেঙ বাজি উঠিল। লগে লগে কৃষি কৰ্ষণৰ গীত ডেকাহঁতে সমস্বৰে গাবলৈ ধৰিলে। ক্লেংছাৰপ'ৰ কোৰখনো ক্ৰুদ্ধ ভঙ্গীত নাচি উঠিল। জিৰছুঙৰ কোৰকেইখন ক্লেংছাৰপ'ৰ লগে লগে কৃষি কৰ্ষণত নামি পৰিল। নীৰৱ হৈ থকা পাহাৰখন জিৰছুঙৰ ঐক্যতানত সাৰ পাই উঠিল। বন-বিহংগৰ বিচিত্ৰ কোলাহলে কমৰত ডেকাহঁতক অনুপ্ৰেৰণা দিবলৈ ধৰিলে।

ৰ'দজাক ক্ৰমে টান হৈ আহিল। ছেং তেৰণৰ কপালত ঘামে তিৰ বিৰালে। তাৰ কোৰত যেন জিৰছুঙৰ আনন্দ জাগি উঠিব পৰা নাই। প্ৰাণচঞ্চল কৰা নৃত্য-ভঙ্গীমাও তাৰ কোৰখনে অক্ষমতা প্ৰকাশ কৰিলে। ডেকাহঁতৰ চাহিবোৰে যেন তাৰ বুকুত শেলে বিন্ধাইদি বিবিছে। জুমতলীৰ কোমল মাটিখিনিও এচটা শিল যেন অনুভব হ'ল তা'ৰ।

বহুতো প্ৰশ্নই তাৰ মন গহবৰত জাঙুল পাই ধৰিলে। মোৰ প্ৰতি ক্লেং-ছাৰপ'ৰ বিদ্বেষ ভাব কিয়? কিয় মোক এতিয়ালৈকে একাষাৰো মাত-বোল কৰা নাই? দিহা-পৰামৰ্শও মোৰ পৰা এ'কাকে সি লোৱা নাই কিয়? মই কি জিৰ-ছুঙৰ দায়িত্বশীল ডেকা নহও নেকি? ক্লেংদুনৰ দায়িত্ব এইখন জিৰছুঙৰ পৰা কেতিয়া বিলুপ্ত কৰিলে?

ছেং তেৰণে কথাবোৰ ভাবি বৰ অপমানবোধ কৰিলে। ক্লেংছাৰপ'ই একো নক'লেও তাৰ কায়ত, তাৰ চকু আৰু মুখত প্ৰকাশ হোৱা হিংসাৰ ক্ৰোধাগ্নিক সি ঢাকি ৰাখিব পৰা নাই। প্ৰীতি-ভোজ খোৱা দিনাখনৰ ঘটনাবোৰ ছেং তেৰণৰ চকুৰ আগত উদ্ভাসিত হৈ উঠিল। অমফুক সাঙুৰি মোৰে সৈতে কাদমে ধেমালি কৰাটো সি সমৰ্থন কৰিবলৈ টান পাইছিল। কিন্তু জিৰছুঙৰ লগত সেই ঘটনাৰ কি সম্বন্ধই বা থাকিব পাৰে? কাদমে জানিবা জোকালেই সি ক্ৰোধ প্ৰকাশ কৰাৰ কাৰণ কি হ'ব পাৰে? ক্লেংছাৰপ'ৰ সৌহাৰ্দকণ আজি বিলুপ্ত হোৱাৰ এয়েই নেকি কাৰণ! কাদমলৈ ক্লেংছাৰপ'ই ঘোপাকৈ চোৱাৰ কাৰণ ছেঙে বিচাৰি নাপালে।

---

৩৯ ডেকা চাঙৰ দ্বাৰা খেতি কৰা মাটিডোখৰৰ সোঁকাষে থকা বিষয়াক ম'তান আৰএ আৰু বাওঁকাষে থকাজনক ম'তান আৰবি বোলা হয়।

কথাবোৰ ভাবি ভাবি ছেং তেৰণে কোৰ মাৰি আছিল। গছৰ শিপাত কোৰখন লাগি উফৰি আহিল আৰু তাৰ সো ভৰিখনত কোৰখনৰ আগটো লাগিলহি। ছেং তেৰণৰ ভৰিখন তেজেৰে ৰাঙলী হ'ল। হাতৰ কোৰখন থৈ সি বহি পৰিল। ওচৰত থকা বাৰলনে আহি সুধিলে।

ঃ কি হ'ল ক্লেংদুন ?

ঃ কোৰখন উফৰি আহি কাটিলহে।

ঃ চাওঁ, চাওঁ। ইচ বহুত কাটিলে। কপাল ভাল, সিৰভাল বাচিল।

এই বুলি কৈ সি কাষৰ হাবিৰ পৰা লতা-পাত ছিঙি আনিলে। কটাডোখৰত পাতৰ ৰস চেপি ফটা কানিৰে সি বান্ধি দিলে। উস আস কৰি ওচৰৰ শিল-ডোখৰত ছেং তেৰণে জিৰণি ললে।

ক্লেংদুনৰ কি হ'ল বুলি চাবলৈ আহোঁতেই ক্লেংছাৰপ'ই খঙেৰে ডেকাইঁতক ক'লে—

ঃ নিজৰ নিজৰ কাম কৰা। জিৰণি ল'বৰ সময় নাই। আৰু কাম নকৰা যদি জিৰছং ত্যাগ কৰি ঘৰত শুই থাকাগৈ।

ক্লেংছাৰপ'ৰ মনোভাব দেখি জিৰচঙৰ ডেকাবোৰে মনে মনে ভাল নাপালে। কি উদ্দেশ্য কৰি ক্লেংছাৰপ'ই কথাষাৰ ক'লে ছেং তেৰণেও বুজি নাপালে। জিৰ-ছঙৰ মাজত সহানুভূতিৰ অভাৱ হ'লে দেখোন বিপদৰেই কথা—ছেং তেৰণে ভাবিলে।

ছেং তেৰণে পানী বিচাৰি লাংবংছু'ক মাতিলে। লাংবংছু' হ'ল সহকাৰী পানী যোগনীয়াৰ। লাংবংছু'ই আহি পানী দিলেহি। কিন্তু পানী দিয়াৰ পৰিণাম বিষম হ'ল। জিৰছঙৰ নীতি উলংঘা কৰি অসময়ত পানী দিয়াটো ক্লেংছাৰপ'ৰ দৃষ্টিত যেন এক ঘোৰ অপৰাধ বুলি বিবেচিত হ'ল।

ক্লেংছাৰপ'ৰ আদেশ নোপোৱাকৈ পানী দিয়াৰ কাৰণেই লাংবংছু'ৰ গালত চৰ এটা অকস্মাতে আহি পৰিল। ক্লেংদুনৰ ওপৰত সঞ্চিত হৈ থকা ক্ৰোধৰ্মিনি যেন তাৰ গালতহে পৰিলহি। দুখ আৰু অপমানত সি তলমূৰ কৰিলে। ক্লেং-ছাৰপ'ৰ পৰা এনে অপ্ৰত্যাশিত ব্যৱহাৰ কোনোৱে আশা কৰা নাছিল। জিৰছঙৰ কোৰবোৰ এটা এটাকৈ মাটিত ঢলি পৰিল। খং আৰু ঈৰ্ষাত ক্লেংছাৰপ'ৰ মুখখন ৰঙা পৰি গ'ল। জিৰছঙৰ পৰিস্থিতি হঠাতে বেয়া হৈ গ'ল। ডেকাবোৰে জুমতলী ত্যাগ কৰি লাংবংছু'ৰ পাছে পাছে খোজ ল'লে। জিৰছং ভাগি গ'ল। তলমূৰ কৰি অকলে থিয় দি থকা ক্লেংছাৰপ'ৰ দৃষ্টিত অসহায় অৱস্থা পৰিলক্ষিত হ'ল। সন্মুখৰ শুকান লঠঙা গছটোৰ দৰেই সি থিয় দি ৰ'ল।

জুমতলীৰ কাষৰ পাহাৰত হলৌ বান্দৰবোৰে হয়দু-হয়দু-হয়দু-কেক কৰি চিঞৰি মাতি আছিল। হলৌ বান্দৰৰ মাত শুনি ছেং তেৰণে মনত পেলালে—চেলেং পাহাৰৰ কৰুণ কাহিনীটোলৈ। এনে ধৰণৰ অত্যাচাৰ, অবিবেচনাৰ ফলতেই সংঘটিত হৈছিল এক কৰুণ পৰিণতি। কোনোবা গাঁৱৰ ছাৰথেৰ অমানু-ষিক অত্যাচাৰৰ প্ৰতিবাদ স্বৰূপে জিৰছঙৰ ডেকা-গাভৰুজাকে ওখ পাহাৰৰ

পৰা এটা এটাকৈ তললৈ জঁপিয়াই আত্মহত্যা কৰিছিল। আত্মহত্যাত পতিত হোৱা সেই ডেকা-গাভৰুহঁত বান্দৰলৈ ৰূপান্তৰ হোৱা বুলি আখ্যানৰ সৃষ্টি হ'ল। ৰংমিলিৰ ক্লেংছাৰপ' তেনেহ'লে তাহানিখনৰ সেই ছাৰথে নেকি? ক্লেংছাৰপ'লৈ চাই ছেঙে ভাবিলে।

ঃ ককাইদেউ, কিমান দুখ পালা? ইচ বৰ বেয়াকৈ কাটিলে।

কাদমৰ মাত শুনি ছেং তেৰণৰ চেতনা ঘূৰি আহিল। সি কাদমৰ ফালে চাই ক'লে—

ঃ বেছি নাই কটা।

ঃ খোজ কাঢ়ি ঘৰলৈ যাব পাৰিবানে?

ঃ পাৰিম কাদম। তেজ ওলোৱা শাম কাটিছেই।

যাত্ৰাৰ আগমুহূৰ্তৰ পৰাই আজি অবাঞ্ছনীয় ঘটনা ঘটি আছিল বুলি কাদমে ক'ব বিচাৰিও তাই মনে মনে থাকিল। এক অসহনীয় বেদনা তাই অনুভব কৰিলে।

ঃ উঠক ককাইদেউ।—এই বুলি কাদমে তাৰ হাতখনত ধৰি বহি থকা ছেং তেৰণক থিয় কৰালে।

অজানিতে ছেং তেৰণৰ চকু দুটা সেমেকি গ'ল। বৰপানীৰ উৰ্জনিত থিয় গৰাৰ সেই চেলেং পাহাৰখন পুনৰ ভাহি উঠিল। সকৰুণ দৃষ্টিৰে বি-চিক্ৰি পাহাৰৰ ফালে সি চাই পঠিয়ালে। জুমতলীৰ ওপৰেদি কেতেকীজনীয়ে যেন কৰুণ গীত গাই গাই তলৰ ভৈয়ামলৈ উৰা মাৰি গ'ল।

## বাৰ

ঃ জিৰছুঙৰ মাজত কাজিয়া লগাটো মই সমৰ্থন নকৰোঁ। আমিও জিৰছং কৰিছিলোঁ। সৰু-সুৰা ঘটনা জিৰছুঙত ঘটাটো অস্বাভাৱিক নহয়। পাযমানে সেইবোৰ এৰাই চলিব লাগে। আমাৰ গাঁওখন অঞ্চলৰ এটা আদৰ্শ স্বৰূপ হ'ব লাগে বুলি আমি ভাবোঁ। নহয়নে ৰিছ'বাছা?

বিষণ্ণ মনেৰে বহি থকা জিৰছুঙৰ ডেকাবোৰে ছাৰইকৰ কথাবোৰ শুনি গ'ল। হাতত ভেঁজা দি অকলশৰে বহি থকা ক্লেংছাৰপ'ৰ মুখত অনুতাপৰ বেদনা। ছাৰবাছাৰ কথা শুনি ৰিছ'বাছাই ক'লে—

ঃ এৰা, আমাৰ গাঁওখন পুৰুষ পুৰুষ ধৰি সুশৃংখলভাৱে চলি আহিছে। আমাৰ ওচৰৰ গাঁও কেইখনত কিমানবাৰ জিৰছং ভাগিছে, সুকীয়া খেল হৈছে, চুবুৰীৰ সৃষ্টি হৈছে তাৰ হিচাপ নাই। আমাৰ গাঁওখনত এনেবোৰ ঘটনা এতিয়ালৈকে হোৱা নাই আৰু হ'বলৈ উচিতো নহয়। তইঁত ডেকাবোৰে জিৰছুঙৰ

আনন্দ আৰু শ্ৰম সমানেই গ্ৰহণ কৰি গাঁওখনৰ উন্নতি কৰিলেহে ভাল কথা হ'ব। কি কোৱা লাংবংছ' ?—ডেকাজাকৰ মাজত বহি থকা লাংবংছ'লৈ চাই ৰিছ'বাছাই সুধিলে।

ঃ মোৰ ক বলগীয়া কি আছে ? আমি মিলিজুলি কাম কৰিবলৈকে বিচাৰোঁ। ক্লেংদুনক পানী দিওঁতেই যদি ক্লেংছাৰপ'ৰ মাৰ খাব লাগে, জিৰছং কেনেকৈ চলিব ?—দুখ মনেৰে বহি থকা লাংবিৰিক তেৰণে ক'লে।

কিছু সময় চিন্তা কৰি ছাৰই'ক ক'লে—

ঃ ক্লেংছাৰপ'ৰ ভুল হৈছে। জিৰছঙৰ নীতিক কোনোবা ডেকাই উলংঘা কৰিলে, ছাৰবাছা নতুবা ৰিছ'বাছাক গোচৰ দিব লাগে। ক্লেংছাৰপ'ই তৎক্ষণাত বিচাৰ কৰিব নালাগিছিল। যি [illegible] নহওক, তোমালোকে এটা কাম কৰাহঁক।

ছাৰইকৰ মুখলৈ সকলোৱে চালে আৰু শেষ নিদেশৰ বাবে অপেক্ষা কৰিলে। ছাৰইকে ক'লে—

ঃ ৰ'ফং ইংতিয়েই পুবৰ ক্লেংছাৰপ'ৰ দায়িত্বত থাকক। এতিয়া সাল-সলনি কৰিব নালাগে। যিমান কিন পাৰি জিৰছং জীয়াই ৰাখিবই লাগিব। ডেকা ল'ৰাই কিবা ভুল কৰাটো স্বাভাৱিক। এই কথাবোৰ আজিৰে পৰা তোমালোকে এৰি দিবাহঁক। এতিয়া ৰ'ফঙে জিৰছঙৰ আগত ৰাজহুৱাভাৱে ক্ষমা বিচাৰিব লাগে।

দুখ-বেজাৰত অনুতপ্ত ৰ'ফং ইংতিয়ে ছাৰবাছাৰ কথাত আপত্তি নকৰিলে। ছাৰবাছাৰ আগত পাণছালি দি কাৰদম যাচিলে আৰু জিৰছঙৰ ডেকাবোৰলৈ চাই ক্ষমা বিচাৰিলে। জিৰছঙৰ ডেকাবোৰেও প্ৰতি-কাৰদম জনাই ৰ'ফং ইংতিক ক্লেংছাৰপ'ৰ সন্মান প্ৰদশন কৰিলে।

জিৰছঙৰ চোতালৰ পৰা কলা ডাৱৰবোৰ লাহে লাহে আঁতৰি গ'ল। বাৰলন আৰু ফানৰুয়ে বিচাৰ নিষ্পত্তিৰ পাণছালি বিলাই দিলে। ডেকাসকলৰ মাজত পুনৰ হাঁহি আৰু আনন্দ ঘৰি আহিল। ডেকাসকলে আগবঢ়োৱা বিচাৰৰ মদ ছাৰবাছাসকলক বিলাই দিলে। ৰিছ দেৱতালৈ মদ তপণ কৰি ছাৰইকে মুখত মদ দিলে। মদ খাই থাকোতে ছাৰইকে ক'লে—

ঃ বোপাহঁত, এতিয়া দিন-কাল সলনি হ'ল। জিৰছং কৰিবলৈকো মাটি কমি আহিল। এই বছৰ তোমালোকে জিৰছঙৰ নিয়ম মানি খেতি কৰাহঁক। অহা বছৰৰ পৰা পৰা আমি বি-ৰ'কেক ইকৰাণিত খেতি কৰিম। জিৰছঙৰ নীতি-নিয়ম এতিয়াৰ যুগটোৰ লগত খাপ নাখায়। আমাৰ এই অনুষ্ঠানটো ভঙা বা গঢ়া সম্পৰ্কে অহা বছৰহে আমি বিবেচনা কৰিম। বাতিত থকা মদখিনি শেষ কৰি ক্লেংছাৰপ'লৈ চাই ছাৰইকে পুনৰ ক'লে—

ঃ ক্লেংছাৰপ', তুমি বেজাৰ নকৰিবা। জিৰছঙৰ দলপতি হেতুকে তোমাৰ ওপৰত দায়িত্বও বহুত। তোমাৰ সুস্থ দৃষ্টিভংগীৰ ওপৰতহে জিৰছঙৰ কাম-বোৰো গঠনমূলক হ'ব। জিৰছঙৰ লগত আমাৰ গাঁৱৰ সন্মান জড়িত আছে। সমিল-মিলেৰে থাকি জিৰজঙৰ নীতি-নিয়মবোৰ মানি চলিবা। আৰু শুনা, কিবা অসুবিধা পালে আমাক খবৰ দিবা। তোমালোকক লৈয়েই আমাৰ গৌৰৱ, গাঁও-

খনৰো গৌৰৱ। আনকি লংৰিখনৰো গৌৰৱ তোমালোকৰ কাষত লুকাই আছে।

জিৰছঙৰ বিচাৰ শেষ কৰি ছাৰইকহঁত জখলাৰে নামি আহিল। বিচাৰ সহজতে নিষ্পত্তি কৰিব পৰাত ছাৰইকৰ মনটো মুকলি লাগিল। ৰিছ'বাছা, ফেৰাংকে, মুতিয়াৰ—এইসকলৰ লগত গাঁৱৰ পৰিস্থিতি সম্বন্ধে কথা পাতি ছাৰইক ঘৰৰ ফালে খোজ ল'লে।

ঃ বুজিছে ফু, দেখাত এইবোৰ সৰু কথা হ'লেও গাঁওখনৰ শান্তি নষ্ট হব পাৰে। তপতে তপতে বিচাৰ কৰি ভালেই কৰিলোঁ। আৰু এটা কথা নহয়, নতুন চামৰ লৰা-ছোৱালী ইস্কুললৈ গ'লে জিৰছং কৰিবলৈ ল'বাই নোহোৱা হ'ব। ইস্কুলত নপঢ়ালেও সিহঁতৰ প্ৰতি অন্যায় কৰা হ'ব। এইবোৰ ভাবিয়েই অহা বছৰৰ পৰা জিৰ কেদাম অনুষ্ঠানৰ সমাপ্তি ঘোষণা কৰিলে ভাল হ'ব নেকি ?

ঃ আপুনি ঠিক কথাকে চিন্তা কৰিছে। এই পুৰণি অনুষ্ঠানটোক জীয়াই ৰখাটো জটিল হ'ল। খাম-খেয়ালিবোৰ আহি নৌ-পাওঁতেই সমাপ্ত কৰিব পাৰিলে বেয়া নহ'ব।

—ৰিছ'বাছাই শলাগি ক'লে।

নীৰবে আহি থকা ফেংৰাংকেই ক'লে—

ঃ মোমাইদেউৰ কিৰিপাত এইবাৰ নগাঁও চহৰখন দেখিলোঁগৈ। চহৰৰ লৰা-ছোৱালীবোৰে জাক পাতি ইছকুললৈ যোৱা দেখিছিলোঁ। সিহঁতক দেখি ইমান ভাল লাগে। আমিও সোনকালে ইয়াতে ইছকুল এখন পাতোঁ। কি কয় মোমাইদেউ ?

ঃ কথাটো ময়ো ভাবিছোঁ। কিন্তু এখন গাঁৱৰ লৰা-ছোৱালীৰে ইস্কুল পাতিব নোৱাৰি। হাবেছিক'ৰ মনৰ কথা জানাই দেখোন। সেই মানুহজনৰ পৰা একো সজ কামকে কৰিব নোৱৰা হ'লো।

এইদৰে কথা পাতি আহি থাকোতে ছাৰইকহঁত পদূলিমুখ পালেহি। ছাৰইকে ৰিছ'বাছাক সুধিলে —

ঃ ৰিছ'বাছা বহিব নেকি ?

ঃ নাই, নবহো। পলম হ'ব।

'নবহোঁ' বুলি কোৱাত ছাৰইকেও তাক বহিবলৈ জোৰ নকৰিলে। ৰিছ'বাছাহঁতক বিদায় দি ছাৰইক নিজৰ ঘৰলৈ উঠি গ'ল। ইতিমধ্যে জিৰছঙৰ ডেকা-চাঙত চেংবুৰুপৰ ছেও বাজি উঠা সি শুনা পালে। তাৰ গহীন মুখত হাঁহি বিৰিঙি উঠিল। সন্মুখৰ পাহাৰখনলৈ এপাক চাই তাৰ চ'ৰাঘৰলৈকে সোমাই গ'ল।

## তেৰ

টীকা পাহাৰৰ লুংলুঙীয়া বাটেৰে উঠি যাওঁতে ছাৰইকৰ মনত পৰিল প্ৰায় পঞ্চাশ বছৰৰ আগৰ কথা।

ছাৰইক তেৰাং তেতিয়া দহ-এঘাৰ বছৰীয়া ল'ৰা।

সেয়া আছিল ইংৰাজী ১৮৯৬ চন।

শৰতৰ টুকুৰা মেঘবোৰ দিগন্তত থুপ খাইছিল।

নীলা আকাশখনো আৰু বেছি গভীৰ হৈছিল।

দূৰৰ ডবকা পাহাৰখনো তেতিয়া কজলা হৈ উঠিছিল।

টীকা পাহাৰৰ গছ-লতিকাৰ পাত কেইখিলামো ডাঠ সেউজীয়া বৰণ ধৰিছিল।

বৰপানী নৈখনো টীকা পাহাৰৰ কাষেদি একা-বেকা গতিৰে ৰংমিলিৰ মৰম কঢ়িয়াই বৈ গৈছিল আজিৰ দৰেই। বৰপানীৰ জলধাৰাতো আহিনৰ স্বাক্ষৰ। ফটফটীয়া পানীৰ তলৰ মাছবোৰ দেখিব পৰা হৈছিল। প্ৰশান্ত নৈৰ গতিত তেতিয়া বষাৰ উন্মাদনা নাছিল। সেউজীয়া পাইন গছেৰে ভৰা উমিয়ামৰ বুকুত বৰপানীয়ে কোনোবা যুগতেই এৰি আহিছিল—মুক্তিৰ বাবে কৰা তাইৰ ক্লান্তিহীন সংঘৰ্ষৰ চিৰ কলকলনি, ঝৰঝৰণি। কাৰ্বি লংৰিৰ মৰমী স্পৰ্শই তাইৰ অশান্ত গতিক মুক্ত আৰু প্ৰশান্ত কৰিলে। উমিয়াম হৈ পৰিল কাৰবিৰ পৰিচিত কৰাব লাংপি।

নৈৰ দুয়ো পাৰত কহুৱা বনৰ ফুলবোৰে বতাহত ঢৌ খেলিছিল। নৈৰ মৃদু ঢৌবোৰ ৰ'দৰ পোহৰত তিৰবিৰাইছিল। কাৰ্বি লাংপিৰ বুকু ফালি নাও এখন বৈঠালাংছুৰ ফালে আহি আছিল। ব'ঠাপাতৰ চপচপনি আৰু নৈৰ ভয়াত সৰু ঢৌবোৰ পাৰত ঠেকা খাই আশ্ৰয় বিচাৰিছিল। খাগৰি বনৰ আঁৰত জোপ লৈ থকা দুই-এটা কণা-মুচৰি ভয়তে উৰা মাৰিছিল।

নাওখন আহি বৈঠালাংছুৰ ডিমৰু গছজোপাৰ গুৰিত লাগিলহি। নাওখনৰ পৰাই ওখ পাহাৰৰ চূড়ালৈ এজনে আঙুলিয়াই দেখুৱালে। "গুড গড" বুলি চাহাব এজনে দূৰবীক্ষণ যন্ত্ৰৰ সহায়ত নিৰীক্ষণ কৰিলে পূবৰ টীকা পাহাৰৰ উচ্চতা।

ঃ ফাইন! টু থাউজেন ফিট হাই। ইট উড মেক আ নাইছ প্লেছ ফৰ আৱাৰ মিছন। হোৱাট ডু ইউ থিংক মিণ্টৰ কাৰ্ব্ৰেল?--দূৰবীক্ষণেৰে চাই চাই চাহাবজনে ক'লে।

ঃ বিউটিফুল প্লেছ, ৰেভাৰেণ্ড ফাদাৰ। এট লাষ্ট গড হেজ হেল্পড্ আছ। প্ৰেইজড বি দ্য লৰ্ড।— দ্বিতীয়জন চাহাবে হাতেৰে চকুত ছাঁ দি থিয় পাহাৰ-খনলৈ চাই ক'লে।

ঃ লেট আছ মোভ।

চাহাব দুজন নাৱৰ পৰা পাৰত উঠিলহি। নাৱৰীয়া দুজনক উদ্দেশ্য কৰি বয়সস্থ চাহাবজনে ক'লে---

ঃ হ্যেয় মেন, চীজ সব আনিব লাগে।

সেয়া পি, ই, মুৰ। এসময়ৰ বিখ্যাত আমেৰিকান বেপ্টিষ্ট মিছ্যনেৰী পাদুৰি চাহাব। কাৰবি আংলঙৰ শ শ মাইল ভ্ৰমণ কৰি মিছনৰ উদ্দেশ্যে বৈঠা-লাংছ'ৰ টীকা পাহাৰলৈ আহিছিল। লগত আহিছিল সহকাৰী কাৰৱেল চাহাব। অটব্য পাহাৰৰ মাজত দোভাষীৰ প্ৰয়োজন হ'ব বুলি ভাবিয়েই মুৰ চাহাবে দেওবাৰ নামৰ বেপ্টাইজড কাৰবি এজনকো লগত আনিছিল। মিছনেৰী চাহাব দুজনক সিয়েই টীকা পাহাৰলৈ বাট দেখুৱাই লৈ আহিছিল।

ওখ-পাখ, ৰঙচুৱা চুলিৰে মুৰ চাহাবৰ চকু দুটা তিৰবিৰাইছিল। ধীৰ গতিৰে বৈ যোৱা কাৰবি লাংপিৰ বুকুত উদ্ভাসিত হোৱা অনিবচনীয় প্ৰাকৃতিক সৌন্দৰ্যই মুৰ চাহাবক মুগ্ধ কৰি তুলিছিল। নাৱৰ পৰা বস্তুবোৰ নমাই মান মুৰ আৰু কাৰৱেল, দুয়ো পাৰত বহি বৈঠালাংছ'ৰ পৰিৱেশৰ বিষয়ে কথা পাতিলে। সাপ্তাহিক হাটখন দেখি তেওঁলোকৰ মনত আনন্দৰ সঞ্চাৰ হ'ল। যীচুৰ বাণী প্ৰচাৰত এই হাটখনে তেওঁলোকক নিশ্চয় সহায় কৰিব।

নৈৰ ঘাটত অপ্ৰত্যাশিত বগা চাহাব অহা দেখা পাই ওচৰৰ গাওঁবোৰৰ ল'ৰা-ছোৱালী আৰু বয়সীয়াল লোক কিছুমানো আহি গোট খালেহি। ল'ৰা--ছোৱালীৰ মাজত ছাৰইকো সোমাই আছিল। অবাক হৈ চাহাব দুজনলৈ সি চাই ভাবিছিল---এইবাৰ কি ধৰণৰ মানুহ! এনে মানুহ সি কাহানিও দেখা নাই। ইহঁতেই দেৱতা নেকি?

চুচুক-চামাক কৰি তেওঁলোকলৈ চাই থকা অধনগ্ন ল'ৰা-ছোৱালীবোৰক দেখি মুৰ চাহাবে দেওবাৰক ক'লে--

ঃ হ্যেয় দেওবাৰ বাচ্ছাসবকে মাতিবি। হাও পুৱৰ দিজ কিডছ আৰ! অ'ছ'মাৰ, ৱাংথা, ৱাংথা। কাংবুৰা তা ৱাংপ' (ল'ৰাহঁত আহা, গাঁওবুঢ়াও আহক)।

ৰ' লাগি চাই থকা মানুহখিনিক মুৰ চাহাবে কাষলৈকে মাতিলে। দেওবাৰে ল'ৰা-ছোৱালীবোৰক বুজাই মেলি চাহাবৰ ওচৰলৈ মাতি আনিলে। সেমেনা-সেমেনি কৰি সিহঁত চাহাবৰ ওচৰ চাপিলহি। কাৰৱেল চাহাবে বাকচৰ পৰা বিস্কুটৰ পেকেট উলিয়াই মুৰ চাহাবক দিলে। বিস্কুটৰ পেটেকট খুলি "কাম, কাম---ফোৰ নাংনে", বুলি ল'ৰা-ছোৱালীবোৰক হাঁহি হাঁহি মুৰ চাহাবে বিস্কুটখিনি বিলাই দিলে। বৰ তৃপ্তিৰে বিস্কুট চোবাই চোবাই চাহাবৰ মুখলৈ ছাৰইকে চাই আছিল। নিৰংকুশভাৱে বিস্কুট খাই থকা ছাৰইকক পিঠিত চপৰিয়াই চপৰিয়াই মুৰে মৰম কৰিছিল।

বস্তু-বাহানি সামৰি পাদুৰি চাহাবৰ দলটো টীকা পাহাৰৰ ফালে খোজ ল'লে। উকা হৈ পৰা ডিমৰু গছৰ গুৰিত সৰু নোট বহী এখন পৰি থকা দেখি ছাৰইকে বুটলি ল'লে আৰু দৌৰি গৈ চাহাবক দিলেগৈ। ছাৰইকৰ সাহ দেখি লগৰ ল'ৰাবোৰে আচৰিত মানিছিল।

মুৰ চাহাব বৰ সন্তুষ্ট হ'ল আৰু মৰম কৰি ছাৰইকক সুধিলে—

ঃ নাং মেন ক'পি ল ('তোমাৰ নাম কি ?)

ঃ ছাৰইক তেৰাং ।---লাজ আৰু কিছু ভয় মিহলিভাৱেৰে সি নিজৰ নামটো ক'লে ।

ঃ মেছেন আমেন ল' (বৰ সুন্দৰ নাম) । এই বুলি তাক মৰম কৰি তেওঁলোক গুচি গ'ল ।

তাহানিখনৰ ছবিবোৰ ছাৰইকৰ মন-পদাত স্পষ্ট হৈ উঠিছিল । টীকা পাহাৰৰ ওখ শিখৰৰ পৰা সি তললৈ চাই পঠিয়ালে । ওখ-চাপ । সেউজীয়া ওখ পাহাৰবোৰ স্পষ্ট হৈ উঠিল। আঁকাই-পকাই বৈ যোৱা কাৰ্বি লাংপিখন সৰু হৈ দেখা দিলে । তলৰ বিস্তীৰ্ণ ভৈয়ামৰ দৃশ্যবোৰ চাই ভাগৰি পৰা দেহত কিছু জুৰ আনিলে সি ।

চাহাববোৰ কি দুদান্ত কি দুঃসাহসী অথচ কিমান দয়াল,--ছাৰইকে ভাবি আচৰিত হৈছিল । কিমান জুৱলা এই টীকা পাহাৰ ! প্ৰাণ কঁপোৱা পাহাৰৰ চূড়াবোৰ ভয়লগা শিলৰ দ'মবোৰ নানান দেৱ-দেৱীৰ লীলাভূমি বুলি কাৰ্বিসকলে বিশ্বাস কৰে । ওখ গছৰ ডালবোৰত ওলমি থকা লতাবোৰৰ দৰেই কাৰ্বিৰ মনবোৰত সেই বন-দেৱতাবোৰ এতিয়াও ওলমি আছে । যি কোনো মুহূৰ্ততে এই দেৱতাবোৰ বিক্ষুব্ধ হৈ পথভ্ৰষ্ট কৰিব পাৰে । অনবৰত বৈ থকা বতাহৰ সোঁ-সোঁৱনিত দেৱতাৰ নিশ্বাস যেন সিহঁতে উপলব্ধি কৰিছিল । গাৰ নোমবোৰ ডাল ডাল হৈ উঠা কলিজাৰ তেজবোৰ গোট মাৰি ধৰা দেৱতাৰ কাহিনীবোৰে এতিয়াও কাৰ্বিৰ মনত সন্ত্ৰাসৰ সৃষ্টি কৰে ।

সুদৰ পাহাৰীয়া অঞ্চলৰ পৰা ভৈয়ামলৈ নামি অহাৰ একমাত্ৰ প্ৰধান পথ এই টীকা পাহাৰেই । ভৈয়ামমুখী কাৰ্বিসকলে বাট নাপাহৰিবলৈ দাখনেৰে গছৰ গাত স্মৰণ চিন কাটি থৈ যায় । গছ-পাত দুকুৰিমান গছজোপাৰ গুৰিত দি টীকা ছাৰপ'লৈ সেৱা আগ বঢ়ায় । ভয়-ভক্তিৰে টীকা ছাৰপলৈ শিৰ নত কৰে সিহঁতে। দুঘোৰ বনাঞ্চলত সেইজনা দেৱতাৰ বাহিৰে কোনে বাৰু আৰলেংসকলক ৰক্ষা কৰিব ! দান স্বৰূপে প্ৰকৃতিৰ সামান্য গছ-পাত আগ বঢ়াই সিহঁতে প্ৰাৰ্থনা কৰে ০ হে মহান দেৱতা টীকা ছাৰপ ! গৃহ প্ৰত্যাৱৰ্তনৰ পথ যেন দেখুৱাই দিয়া ।

কান্ধত বন্দুকটো লৈ ছাৰইকে কথাবোৰ মনত পেলাই যাবলৈ ধৰিলে । সি সৰু হৈ থাকোঁতেই বুঢাসকলে কোৱা কথা এষাৰ তাৰ মনত পৰিল । গছৰ গাত চিহ্ন দিয়াৰ পৰাই এই পাহাৰখন কাৰ্বিৰ মাজত টীকা পাহাৰ বুলি পৰিচিত হৈ আহিছে ।

এই ভয়াবহ পাহাৰত পাদুৰি চাহাব দুজনে আজি গিজা ঘৰ সাজিলেহি । কাৰ্বি গাওঁ পাতিলেহি । স্কুল ঘৰ সাজি ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে । এই পাহাৰৰ বুকুত প্ৰায় ডেৰ কুৰি বছৰৰ মুৰসকলে মিছন পাতি 'বিৰ তা' কাকত ছপাই যীচুৰ বাণী প্ৰচাৰ কৰিলে । হেমফু যীচুৰ অমৰ বাণীৰে কাৰ্বিসকলক ছিনীং আত'ৱাৰ অৰ্থাৎ স্বৰ্গৰ পথ দেখুৱালেহি । নগাৱৰ বৰ চাহাবেও

মুৰ আৰু কাৰবেল চাহাবক মিছনৰ কামত সহায় কৰিছিলহি। অতীতৰ এই ঘটনাৱলীয়ে ছাৰইকৰ মনত দোলা দিলেহি। হেৰাই যাবলৈ ধৰা স্মৃতি'বাৰ ৰোমন্থন কৰি গৈ থাকোতে কেতিয়া গির্জা ঘৰ অতিক্ৰম কৰিলে, সি ক'বকে নোৱাৰিলে। হঠাৎ লৰেঞ্চ হাঞ্চেৰ মাত শুনিহে সি সচেতন হ'ল।

ঃ কাৰদম কাংবুৰা। ক'লৈ যায় ?

ঃ অ', অংহেই (মোমাইদেউ) দেখোন।---সি লৰেঞ্চৰ মুখলৈ চাই ক'লে।

ঃ আহক, এখন্তেক বহি যাওকহি। ইচ ইমান দিনৰ মৰত দেখা পালোঁ। কেনে আছে ? ভালনে ?

ঃ ভালেই আছোঁ। সংসাৰৰ লেঠা নহয় ফুৰিবলৈকে সময় নো'পোৱা হ'লোঁ। আপোনালোকৰ ভালনে ? বাহ্মৰ পৰা বন্দুকটো নমাই ছাৰইকে সুধিলে।

ঃ অঁ, ভালেই আছোঁ। আহক।---এই বুলি কৈ লৰেঞ্চে তাক ঘৰলৈকে লৈ গ'ল।

লৰেঞ্চ হাঞ্চেৰ ঘৰটো সৰু যদিও আটোম-টোকাৰি। দুৱাৰ-খিৰিকিসহ আগফালে এখনি বহল বাৰাণ্ডা। বাৰাণ্ডাখনৰ পূৰ্বণি চকী এখন আগবঢ়াই ছাৰইকক বহিবলৈ ক'লে। হাতৰ বন্দুকটো বেৰত আউজাই থৈ চকীখনত বহিল। বন্দুকটোলৈ চাই লৰেঞ্চে সুধিলে---

ঃ নতুন বন্দুক দেখোন। কেতিয়া কিনিলে ?

ঃ হ'ল আজি এমাহমান।

ঃ কিমান বা পৰিল ?---কাষৰ চকীখনত বহি দামটো সুধিলে।

অলপ পৰ ভাবি ছাৰইকে ক'লে---

ঃ খৰচে-বিৰচে পাচশৰো ওপৰত পৰিল।

ঃ হওক, হাবিতলীয়া ঠাই। বন্দুক এটা লাগেও।

ঃ অন্য নহ'লেও বনৰীয়া হাতীৰ পৰা ধানখিনি ৰাখিব'লকে সাঁচতীয়া ধন ভাঙি কিনিয়েই পেলালোঁ। তাকো নাপাওঁহে। পাদুৰি চাহাবে এখন কাগজ কৰি দিয়াতহে যেনিবা বৰ চাহাবে বন্দুকৰ লাইচেন্স দিলে। অ' মই পাহৰিছিলোঁৱেই। পাদুৰি চাহাবে আপোনাৰ খবৰ লৈছিল।

ঃ হয় নেকি ? কিবা খবৰ দিছিল নেকি ? বৰ আগ্ৰহেৰে লৰেঞ্চে প্ৰশ্ন কৰিলে।

ঃ খবৰ তেনেকুৱা একো দিয়া নাই। আপোনাৰ খবৰহে লৈছিল। ইমান দিনে তেওঁৰ নামহে শুনি আছিলোঁ, ইবাৰ যাওঁতে তেওঁৰ বঙলাতে বহি কথা পাতি আহিলোঁ। চাহাবজন বৰ ভাল।

ঃ এৰা, তেওঁ মিছনৰ দায়িত্ব লোৱাতহে এতিয়া কিছু উশাহ পাইছোঁ। মুৰ চাহাবৰ পিছতে কাৰবেলক টীকা মিছনৰ দায়িত্ব দিছিল। কাৰবেলহঁত সপৰিয়ালে আছিলহি। ঘৈণীয়েকৰ মৃত্যুৰ কিছু বছৰৰ পিছত ১৯২৫ চনত তেৰোঁ ইয়াতেই মৰিল। বজ্ৰপাত পৰি মিছন বঙলাৰ অনিষ্ট কৰাৰ উপৰিও বন-জুইত

অৱশিষ্ট মিছনৰ সম্পত্তিখিনিও পুৰি শেষ হ'ল। কি যে দুযোগ নগৈছিল!—এটা দীঘল হুমুনিয়াহ কাঢ়ি লৰেঞ্চে কথাবোৰ ক'লে। সমবয়সীয়া লৰেঞ্চৰ মনত টীকা মিছনৰ বহুতো ঘটনাই দোলা দিলেহি। পুৰণি বন্ধু ছাৰইকক পাই হিয়া উজাৰি অতীত বুৰঞ্জীৰ হেৰাই যোৱা ছবিবোৰ উদঙাই ক'বলৈ লৰেঞ্চৰ মন গ'ল। সি পুনৰ ক'লে—

ঃ বুজিছে মেহেই, কাৰবেল নিশ্চয় অত্যাচাৰী আছিল। কাৰবেলে কৰি যোৱা দুৰ্নামবোৰ এইজন চাহাবে আহি আঁতৰালে। এই পোন্ধৰ-বিশ বছৰ ধৰি আমাৰ স্কুলখন তেওঁ চলাই আছে। বিতুছ', অ'ছ'মাৰ আকিতাপ আদি কাৰবি ভাষাৰে কিতাপ লিখাই কাৰবি ল'ৰা-ছোৱালীক শিক্ষা দিয়াইছে। আনে যে'নকুৱাই নকওক, আমাৰ প্ৰতি তেওঁৰ প্ৰাণটো এতিয়াও আছে। অ', মই কথাকেই পাতি আছোঁ। আপুনি এখন্তেক বহকচোন চাহৰ খবৰ দি আহোঁ।—লৰেঞ্চ ভিতৰতৈ সোমাই গ'ল।

নিৰলে বহি থকা ছাৰইকে ইফালে-সিফালে চকু ফুৰালে। আয়নাৰ ফ্ৰেম বান্ধোৱা ক্ৰুচবিদ্ধ যীচুখৃষ্টৰ ছবি এখন বেৰত ওলমি থকা দেখিলে। সন্মুখত এজাক ভেৰাসহ যীচুৰ আন এখন ছবিও দেখা পালে। তেজেৰে বাওলী হোৱা যীচুৰ ছবিখনলৈ চাই ছাৰইকে ভাবিলে—ঈশ্বৰ যদি হয়েই, কেনেকৈ যীচুক মাৰিলে? উত্তৰ বিচাৰি নাপাই অজলা লাগি ছবিখনলৈ সি চাই থাকিল। এনেতে লৰেঞ্চ ওলাই আহি ক'লে—

ঃ আজিকালি ময়ো ক'লৈকো ওলাই যাব নোৱৰা হ'লোঁ। ৰ'থাত লাংছ' হাটলৈকো যাবলৈ সময় কৰিব নোৱৰা হ'লোঁ। কাৰবি দৰবাৰ গঠন কৰিবলৈ ছেমছন ইংতি অহাৰ কথা শুনিছিলোঁ। কি বা হ'ল একো খবৰকে নোপোৱা হ'লোঁ। মিছনৰ কামত নগ'লেও নহয়। কি কৰিব মেহেই, নিৰুপায় হ'লোঁ।

ঃ এৰা, পিছে হেৰি নহয় অংহেই, কাৰবি দৰবাৰ কিহৰ? কোন ইংতিনো? আমি এইবোৰ খবৰেই নাপাওঁ দেখোন।

—অতি ব্যগ্ৰভাৱেৰে সি লৰেঞ্চক সুধিলে।

ঃ চালনাৰ ওচৰৰ কঁঠালগুৰিত কাৰবি ৰাইজে গোট খাই কাৰবি দৰবাৰ গঠন কৰিছিল। আপুনি নাই শুনা জানো?

ঃ নাই শুনাতো। কি কথানো কওকচোন, শুনো।

ভিতৰৰ পৰা চাহ দুকাপ লৈ লৰেঞ্চৰ পৰিবাৰ ওলাই আহিল। চাহ একাপ আগবঢ়াই দি লৰেঞ্চৰ ঘৈণীয়েকে ক'লে—

ঃ ককাইদেউ দেখোন! কি মন কৰিনো আহিলে?

ঃ লাংচিংবাৰলৈ বুলি আহি তোমালোকৰ ইয়াত সোমালোঁহি। ভালে আছা নে?

ঃ অ', আছোঁ আৰু। চাহ একাপকে খাওক। একো নাই।

ঃ হ'ব। এয়েই যথেষ্ট।—ছাৰইকে চাহৰ কাপত মুখ দিলে।

তাই চাহ দুকাপ দি পুনৰ ভিতৰলৈ সোমাই গ'ল।

ঃ বুজিছেনে ?—লৰেঞ্চে কথা আৰম্ভ কৰিলে ।

ছাৰইকে চাহত শোহা মাৰি মাৰি লৰেঞ্চৰ কথা শুনি গ'ল ।

ঃ ছেমছনছিং ইংতি নগাঁৱৰ । গোলাঘাটৰ থেংকুৰ ইংতিৰ ল'ৰা । তেৱেঁই বি, এ পাছ কৰা এক মাত্ৰ কাৰবি লোক । এতিয়া তেওঁ স্কুল এছ, আইৰ কাম কৰি আছে । তেওঁ কিছুমান মানুহ লৈ দৰবাৰ গঠন কৰিছে । দৰবাৰৰ উদ্দেশ্য হেনো কাৰবি জিলা গঠন কৰা । বৃটিছ চৰকাৰৰ বিৰুদ্ধে দেশত আন্দোলন চলি আছে । এই সুবিধাতে দৰবাৰৰ সহায়ত চাহাবক বুজাই-মেলি কাৰবি জিলা কৰাৰ কথা তেওঁ ভাবিছে । শিক্ষাৰ অভাৱত আমাৰ আৰ'লং ৰাইজৰ প্ৰাণৰ কথাটো কোনে বৃটিছ-সিংহৰ আগত মুখ মেলিবগৈ ? খৰছিং তেৰাং মৌজাদাৰ আমাৰ একমাত্ৰ মেম্বৰ[৪০] । কিন্তু চৰকাৰৰ বিপক্ষে তেওঁ এনেয়ে মাত মতাটো সম্ভৱ নহয় । ৰাইজেহে কথাটো ক'ব লাগিব । ৰাইজৰ বল হ'লেহে তেৰাং মেম্বৰেও ত'ত কথাটো পেছ কৰিবগৈ পাৰিব, বুজিছে মেহেই ?

ঃ অঁ—তোন । পিছে নহয় অংহেই, কোন খৰছিং তেৰাং ?

ঃ আমাৰ ৰাইজৰ নেতা, ছিলং এছেমব্লিৰ মেম্বৰ যে ।

ঃ অ'—মনত পৰিছে । সেই যে জাংফং নে ক'ত মেল পাতি গৱৰ্ণৰ চাহাবক মান ধৰিছিল, সেইজন নহয় জানো ?

ঃ অ'—সেইজনেই । ১৯৩৯ চনৰ ডিচেম্বৰ মাহত গৱৰ্ণৰ ছাৰ নেইল ৰীড্ চাহাবক তেওঁ লগ ধৰি কাৰবি ৰাইজৰ সুখ-দুখৰ কথা কৈছিল । এতিয়া ৰাইজ একেটা মুঠিত থাকিলেই হ'ল ।

ঃ এৰা, ৰাইজ এটা মুঠিত থাকিলেহে তেখেতেও বল পাব আৰু আমাৰো চাউল বঠা সিজিব ।

ঃ এনেবোৰ উদ্দেশ্য কৰিয়েই ইংতি ডাঙৰীয়া আমাৰ ইয়ালৈ অহাৰ কথা আছে । দান-বৰঙণিৰ লগতে এই অঞ্চলৰ ৰাইজৰ মনোভাব জানিবলৈও হেনো তেওঁ আহিব ।

ঃ বৃটিছৰ বিৰুদ্ধে আন্দোলন চলি থকাৰ কথা পাদুৰি চাহাবেও মোক কৈছিল, কিন্তু দৰবাৰৰ কথাহে গম নাপালোঁ । যি কি নহওক, বাতৰিটো বৰ আনন্দৰ । নিজৰ জিলা এখন হ'লে ভালৰেই কথা । আমাকো খা-খবৰ দিবচোন, কিবা সহায় কৰিব পাৰোঁনেই বা ? এনেবোৰ কামত সকলোৱে এক হ'লেহে ভাল, নহয়নে ?

ঃ নিশ্চয় । এইবোৰ কামত হিন্দু বা খ্ৰীষ্টিয়ানৰ কি বিভেদ থাকিব পাৰে। ইংতি ডাঙৰীয়া আহিলে আপোনাক খবৰ দিয়াম বাৰু ।

ঃ ভাল ।—চাহৰ কাপটো সৰু টুল এখনত থৈ ছাৰইকে শলাগিলে ।

---

[৪০] মেম্বাৰ শব্দৰ উচ্চাৰণ বিভ্ৰাট । স্বৰ্গীয় খৰছিং তেৰাং ইং ১৯৩৭ চনৰ পৰাই কাৰবি জনগোষ্ঠীৰ একমাত্ৰ লেজিছলেটিভ এছেমব্লিৰ সদস্য আছিল।

পাণ-তামোল লৈ লৰেঞ্চৰ ঘৈণীয়েক ভিতৰৰ পৰা ওলাই আহিল। আগ-বঢ়াই দিয়া তামোল এখন মুখত দি ছাৰইকে সুধিলে—

ঃ পিছে আপোনালোকৰ ঘৰৰ খবৰ ?

ঃ ঘৰৰ খবৰ কি ক'ব ? ল'ৰাই-ছোৱালীয়ে পাঁচোটি । ল'ৰা তিনিটি, ছোৱালী দুজনী। ডাঙৰ ল'ৰাটোৰে বিয়া কৰাই ডংকাত আছেগৈ। ডাঙৰজনী ছোৱালী নগাঁও মিছন ইস্কুলত পঢ়ে। সৰু ল'ৰা দুটা ছিলঙত পঢ়িছেগৈ। আমাৰ লগত সৰু ছোৱালীজনীহে আছে ।

ঃ হওক, হওক । ঈশ্বৰে ভালেৰে ৰাখক।

ঃ এৰা ককাইদেউ, অভাব-অনাটনৰ মাজেৰে ল'ৰা-ছোৱালী কেইটিক পঢ়াই আছোঁ।—কাষৰ পীৰা এখনত বহি থকা লৰেঞ্চৰ ঘৈণীয়েকে ক'লে ।

ঃ পিছে আপোনাৰ ?—লৰেঞ্চে সুধিলে।

ঃ ছোৱালী তিনিজনী, ল'ৰা এটি । দুজনীক বিয়া দিলোঁ । ঘৰত থকা-জনীকো বিয়া দিবৰ হ'লেই। ল'ৰাটোহে সৰু হৈ আছে। ইস্কুলত পঠিয়াবলৈকো আজিৰকে হ'ব পৰা নাই।

ঃ ইস্কুলত পঠিয়াওক বুজিছেনে ? দিনবোৰ সলনি হ'ল। আমাৰ ইয়াতেই পঢ়াব পাৰে দেখোন।

এনেতে চিলট-কিতাপ লৈ ফক পিন্ধা সৰু ছোৱালীজনী দৌৰি আহি ঘৰ সোমালহি।

ঃ সেয়া মোৰ সৰু ছোৱালী এলিজা। নগাঁৱত থকাজনী থেৰেছা।—লৰেঞ্চে ক'লে।

ঃ আপোনালোকে অন্ততঃ ল'ৰা-ছোৱালী কেইটাক নতুনকৈ চাবলৈ শিকাইছে; আমাৰহে সেইখিনিও নাই হোৱা।

তামোল চোবাই চোবাই লৰেঞ্চক প্ৰশংসা কৰিলে ছাৰইকে। সূৰ্যৰ পোহৰলৈ লক্ষ্য কৰি বেলি লহিয়াইছে বুলি সি অনভব কৰিলে। লৰেঞ্চলৈ চাই সি ক'লে—

ঃ সময় বহুত হ'ল। পলম নকৰোঁ। দিনে-পোহৰে লাংচিংবাৰ পাবগৈ পাৰিলে ভাল।

ঃ লাংচিংবাৰলৈ কিয় ?—লৰেঞ্চে সুধিলে ।

ঃ মোৰ মাজু ছোৱালীজনীৰ হেনো অলপ অসুখ। খবৰটোকে লৈ আহোঁ।—আউজাই থোৱা বন্দুকটো হাতত লৈ ছাৰইকে ক'লে।

ঃ ভাল বাৰু। মাজে-সময়ে আহিবচোন।—লৰেঞ্চে বিদায় দিলে।

ঃ নী মেন, আহিছোঁদেই।—লৰেঞ্চৰ ঘৈণীয়েকলৈ চাই ছাৰইকে বিদায় ল'লে। লৰেঞ্চ আৰু ঘৈণীয়েকে হাঁহি মুখেৰে বিদায় জনালে। দুৱাৰ-মুখৰ ভিতৰৰ পৰা এলিজাই ভুমুকি মাৰি ছাৰইক যোৱাৰ ফালে চালে।

লাংচিংবাৰ অভিমুখে ছাৰইক তললৈ নামি গ'ল। ধপাত হুপি গৈ থকা ছাৰইকে ভাবিলে লৰেঞ্চৰ বাপেক এজন কাৰবি নীতি-নিয়মৰ গুৰি ধৰোতা আছিল।

পুতেকে খ্ৰীষ্টিয়ান হোৱাৰে পৰা নিজৰ লংকাম নামটো গুচাই লৰেঞ্চ কৰিলে। ল'ৰা-ছোৱালীৰ নামবোৰো কিবা আচহুৱা। কাস্ত্ৰ, কাদম, হুনমিলি ইমান সুন্দৰ এই নামবোৰ! ধৰ্ম সলনি কৰিলেই নামবোৰো সলাব লাগেনে? মিছেনেৰী অহাৰ পৰা আমাৰ সমাজত অমৃতৰ লগতে গৰলো সৃষ্টি হ'ল দেখোন। এই কথাবোৰ ভাবি ভাবি তেওঁ লুংলুঙীয়া বাটটোৰে গৈ থাকিল।

## চৈধ্য

জুহালৰ কাষত বহি ছাৰইকে আধকুৱা দোণ এটাৰ বাউ-বাঁহ বান্ধি আছিল। টানি টানি গাঁথি দিওঁতে বেঁতডাল ছিগি গ'ল। ছিগা বেঁতডোখৰ পেলাই তেওঁ ঘৈণীয়েকক মাতিলে,

ঃ অমফুৰ মাক বেঁত এডাল লৈ আনাচোন। হংকুপ৪১ৰ বেৰখনতে বেঁতডাল আছে।

ভিতৰৰ পৰাই হেমাইক বিচৰা শুনি সি ঘৈণীয়কক ক'লে—

ঃ তাক মই ৰিছ'বাছাৰ ঘৰলৈকে পঠিয়াইছো। সি আহিকে পাৰা নাই।

বেঁত এডাল আনি গিৰিয়েকৰ হাতত দিলেহি। বেঁতডাল দি গিৰিয়েকৰ ওচৰতে বহি ল'লে। বেঁতডাল ফালি ফালি ছাৰইকে ক'লে

ঃ দিন-কাল সলনি হ'ল। ল'ৰা-ছোৱালীৰ প্ৰতি চকু নিদিলে নহ'ব। হেমাই য়া ডাঙৰ হ'লহি। দেশৰ ল'ৰাই ইস্কুলত পঢ়িছে। হেমাইকো পঢ়াব লাগিল। কামপুৰৰ ধনেশ্বৰ মাষ্টৰৰ ঘৰত তাক থৈ অহাৰ কথা ভাবিছোঁ। তাত থাকিয়েই সি পঢ়ক।

হেমাইক কামপুৰত থৈ স্কুলত পঢ়ুওৱাৰ কথা শুনি ঘৈণীয়েক কাছাং ৰংহাংপীয়ে জিকাৰ খাই উঠিল। তাই চকু ঘোপা কৰি গিৰিয়েকৰ মুখলৈ চাই ক'লে,

ঃ হেমাইক কত থব কামপুৰত? হে ঈশ্বৰ! ইমান দৰত কিয়? এই সৰু ল'ৰাটো তাত বাৰু কেনেকৈ থাকিব? নালাগে ইছকুৰ পঢ়িব। আৰু কথা নহয়, সি ইছকুৰ পঢ়িলে আমাৰ ম'হহাল কোনে চৰাব?—যুক্তি দেখুৱাই তাই গিৰিয়েকৰ কথাত বাধা দিলে।

ঃ তুমি নুবুজা কিয়? ম'হহাল সি চৰালেহে হয় নে? আমিবোৰ কণা হ'লোঁৱেই, জানি-শুনি মই তাক কণা কৰিব নোৱাৰোঁ। ছোৱালীকেইজনীৰ ভাগ্যত যি হ'বলগীয়া আছিল হ'ল। চকুৰে নমনিলে আগৰদৰে ছাৰথেৰ দায়িত্ব

---

৪১ কাৰবি বৰঘৰৰ সন্মুখৰ কোঠাৰ নাম। ইয়াৰ সন্মুখ ফালত বেৰ নাথাকে।

লোৱাখো টনটনি হ'ল। গাঁৱৰ মানুহক বুজাই লাভ নাই। মুখেৰে অঁ বুলিহে কয়, ল'ৰা-ছোৱালীক পঠিওৱাৰ বেলিকা হ'লে পাছ তোঁহোকা দিয়ে। গাঁওখনৰ হে আমাৰ ল'ৰাই পঢ়কগৈ।

—বেঁতৰ গাঁথিবোৰ টানি টানি ঘৈণীয়েকক বুজাবলৈ ধৰিলে।

ঃ জানো আপুনি কিবোৰ ভাবিছে, মই হ'লে একোকে বুজি পোৱা নাই। ঈশ্বৰেহে জানে, তাৰ ভাইগত কি আছে? —দীঘলকৈ হুমুনিয়াহ কাঢ়ি তাই ক'লে।

ঃ বেঁতবোৰো অপৈণত নেকি? ওচৰত পূৰঠ বেঁত পাবলৈকো নাই। কি যে দিন-কাল পৰিল আৰু!—ছিগা বেঁতডোখৰ কটাৰীৰে চাঁচি চাঁচি সি পূৱ প্ৰসংগৰ পৰা আঁতৰি আছিল।

ঃ বিধৰ্মী মানুহ অহাৰ পৰাহে গংৰিৰ অভাৱ-অনাটনে দেখা দিছে বুলি হাবেছিক'পীয়ে কৈছিল।—ঘৈণীয়েকে মন্তব্য দি ক'লে।

ঃ মই তেনে কথা নাভাবো। যুগৰহে পৰিৱৰ্তন হৈছে। লৰেঞ্চে ল'ৰা-ছোৱালী কেইটাক পঢ়ুৱাইছে, ভালেই কৰিছে সি। বিধৰ্মীলোক অহা বাবেহে তাৰ চকু দুটা খোল খালে।

ঃ কোন লৰেঞ্চ? অ' সেই বিধৰ্মী খ্ৰীষ্টান ছিকুৰটো!

ঃ অঁ, খ্ৰীষ্টান হ'লেও সি ভাল মানুহ। হাবেছিক'ৰ দৰে মদাহী, ক্ষমতা-লোভী লোক সি নহয়।

ঃ ছিকুৰৰ কি ভাল বেয়া আছে, সকলো একেই।

ঃ তোমাৰ ধাৰণা ভুল অমফুৰ মাক।—এই বুলি কৈ ল'লিং পাতেৰে নুৰি-ওৱা ধপাত জ্বলাই লৈ সি ধোঁৱা এসোপা এৰি দিলে। ঘৈণীয়েকৰ মনত গোট খাই থকা ভুল ধাৰণাই তাৰ মনত বিদ্ৰোহ কৰি আছিল। আলাসতে এৰি দিয়া ধোঁৱাই যেন তাৰ মনৰ অশান্তিকণৰ পৰা তাক সকাহ দিলে। জ্বলি থকা ধপাত নুৰা জুহালত বান্ধি থোৱা কাঠ চটাৰ ওপৰত থৈ দোণৰ বান্ধ দিবলৈ ধৰিলে। দাঁতেৰে কামুৰি গাথি টানকৈ দিওঁতেই বাহিৰৰ পৰা কোনোবা এজনে মাত দিলে- -

ঃ গাওবুঢ়া ককাই, ঘৰত আছা ন?

শুই থকা কুকুৰটো ভৌ-ভৌৱাই উঠিল। ছাৰইকে 'চি-ইত বাখৰ' বুলি কৈ কুকুৰটোক ধমক দিলে। ধমক খাই কুকুৰটো পুনৰ শুই চকুৰ বগা কোণবোৰ উলিয়াই সন্ত্ৰস্তভাৱেৰে জখলাৰ ফালে চাই ৰ'ল।

ঃ কোন, চোৱাচোন।—ঘৈণীয়েকক চাবলৈ ক'লে।

ঃ কোনোবা মানুহ আহিছে।— কথাখিনি কৈ তাই ঘৰৰ ভিতৰলৈ উঠি গ'ল।

আদহীয়া লোক এজন চাংখনৰ ওপৰলৈ উঠি আহিল। বগা ধুতি, দীঘল হাতৰ কামিজ এটি পিন্ধিছে মানুহজনে। বাওঁ মূৰে ফণিওৱা মূৰৰ পাতল চুলিৰে এখন দীঘল মুখৰ মানুহজন। শকতো নহয় খীণো নহয়; মধ্যমীয়া স্বাস্থ্যৰ মানুহ-জনে ছাতিটো জপাই চ'ৰাঘৰলৈ সোমাই আহিল।

সেয়া ধনেশ্বৰ বড়া। কামপুৰৰ পুৰণি ব্যৱসায়ী। মাষ্টৰী চাকৰি নকৰিলেও বৈঠালাংছু'ৰ মানুহে তাক মাষ্টৰ বাবু বুলিহে চিনি পায়। বৈঠালাং-ছু'ৰ আশে-পাশে থকা কাৰবি মানুহৰ লগত তাৰ ব্যৱসায়। বেঁতৰ গাঁথি আধা টানি ছাৰইকে অলপ সময় তাৰ মুখলৈ চাই হাহি এটি মাৰি ক'লে—

ঃ অ' মাষ্টৰ বাবু। ইচ ইচ। মনিবকে পৰা নাছিলোঁ। বহক, বহক। সৰু পাটী এখন জাৰি-জোকাৰি ধনেশ্বৰক বহিবলৈ দি'লে। ভৰিৰ জোতাযোৰ খুলি খুলি সি বহিল।

ঃ মই ভাবিলোঁ, এই পুৱাতে কোন ওলালহি। অথনিৰে পৰা আপোনাৰ কথা'কই পাতি আছিলোঁ।—এলাধুখিনি জুইত পেলাই ছাৰইকে ক'লে।

ঃ মোৰ কথা?—আচৰিত হৈ ধনেশ্বৰ সুধিলে।

ঃ অ', আপোনাৰ কথা। মোৰ ল'ৰা হেমাইক লৈ এটা সমস্যাত পৰিছোঁ।

ঃ কিহৰনো সমস্যা?

ঃ তাক পঢ়ুওৱালৈ। আপোনাৰ ঘৰতে থৈ আহিম বুলি ভাবিছোঁ। আপুনি আহিল যেতিয়া ভালেই হ'ল।

ঃ অঁ ভালৰে কথা। মোৰ তাত একো অসুবিধা নাপায়। থকা-মেলাৰ কাৰণে কিয় ভাবিব লাগিছে। মণিৰাম, চন্দ্ৰহঁত আছেই। সিহঁতৰ লগতো থাকি পঢ়িব পাৰিব। হেড পণ্ডিতজন আমাৰ ঘৰৰেই। সি ঘৰৰ দৰেই থাকিব পাৰিব-চোন।

জোলোঙাত কিবা বিচাৰিছিল ছাৰইকে। জোলোঙাত একো নাপাই ঘৈণী-য়েকক মাত দিলে—

ঃ অমফুৰ মাক, মোৰ কোট চোলাৰ জেপতে বিড়িমুঠি আছে হবলা, আনাচোন। এই আমাৰ মাষ্টৰ আহিছে।

বিড়িৰ কথা শুনি ধনেশ্বৰে জেপত হাত ভৰাই ক'লে—

ঃ বিড়ি আছে গাঁওবুঢ়াকাই।

বিড়িমুঠি আৰু দিয়াচলাই এবাৰহ ছাৰইকলৈ আগবঢ়াই দিলে সি। নিজেও বিড়ি এডাল জ্বলাই ল'লে। বিড়িমুঠি লৈ ঘৈণীয়েক ওলাই অহা দেখি ছাৰইকে ক'লে—

ঃ মাষ্টৰ বাবুৰ কথা পাতি থাকোতেই আমাৰ ঘৰত ওলালহি। আমাৰেই কপাল।

বিড়িমুঠি গিৰিয়েকৰ হাতত দি তাই ধনেশ্বৰৰ মুখলৈ অঁকৰা লাগি চাই ৰ'ল। এনেদৰে চাই থকা বাবে ধনেশ্বৰে ক'লে—

ঃ গাঁওবুঢ়ানী, বৰকৈ চাইছে দেখোন। চিন হেৰুৱালে নেকি? এৰীবাহ বেচিবলৈ নাই জানো?

ঃ এ—হ্ মাষ্টৰ বাবুহে! লাহে লাহে চকুৰে মনিব নোৱৰা হৈছো। এৰীবাহ নতুন এৰা গছ হ'লেহে হ'ব। আপোনাৰ ভালনে?

ঃ ভালেই আছোঁ। পিছে কাৰবাৰহে ভাল হোৱা নাই।

ধনেশ্বৰে গাঁওবুঢ়ালৈ চাই পুনৰ ক'লে—

ঃ বুজিছানে গাঁওবুঢ়াকাই, এই মাৰোৱাৰীৰ পৰা কাৰবাৰ নচলাই হ'ল। চাপৰমুখৰ পৰা কানি আনি গোটেই সোপাকে কানীয়া কৰিলে। কপাহ, তিল, লাহাৰ ব্যৱসায় সিহঁতেই একচেটিয়া কৰি বৈঠালাংছ'ত গাদী পাৰি বহিল। আৰু কানিৰ ব্যৱসায়েৰে মিকিৰ ভাইসকলৰ তেজ শুহিছে। ইয়াৰ কিবা এটা প্ৰতিকাৰৰ ব্যৱস্থা কৰক।

ঃ এৰা, মাষ্টৰ বাবু। আমিবোৰ কণা হ'লোঁ। জ্ঞান আৰু বুদ্ধি—দুয়োটাই আমাৰ নাই। ছাৰমুং বাছিক'ই আৰ'লংসকলৰ ভালৰ কাৰণে ৰ'থাত লাংছ'ত হাটখন পাতিলে; কিন্তু কথা ওলোটাহে হ'ল। আমাৰ মাজত তেওঁৰ নামটোহে আছে, ছাৰমুং বাছিক' এতিয়া আমাৰ মাজত আৰু নাই। দিনে দি'ন মিকিৰ মানুহৰ বুকুৰ হাড়বোৰ গণিব পৰা হোৱা দেখি তেওঁ চাগৈ আকাশৰ পৰাই হুমুনিয়াহ পেলাই আছে।---এসোপা বিড়িৰ ধোঁৱা উলিয়াই ছাৰইকে বৰ দুখ মনেৰে ক'লে।

ঃ বুজি'ছ গাঁওবুঢ়া, মিকিৰ মানুহৰ তেজেৰে মাৰোৱাৰীয় অট্টালিকা সাজিছেগৈ। আপোনালোকে মাতি কিবা উপায় হাতত নল'লে আৰু বেয়া হ ব। কানিৰ ব্যৱসায় বন্ধ কৰাৰ ব্যৱস্থা হাতত লওব।

ঃ দোষ আমাৰেই। হাবেছিক'ৰ পৰা উপায় নাই। মাৰোৱাৰীক খেদা কথাটো বাদেই, এসোপা নেপালী মানুহক আনি ৰ'থাত লাংছ'ৰ সাৰুৱা মাটিবোৰত সি বহুৱাইছেহি। উচিত ক'বলৈ গ'লে আমিহে হাবেৰ বিচাৰ-চৰাত দোষী হ ব লাগে। ইয়াতে ইস্কুল এখন পাতো বুলিও তাৰ কাৰণেই পাতিব নোৱাৰিলোঁ। গত্যন্তৰহীন হৈহে মোৰ ল'ৰাটোক আপোনাৰ ঘৰতে থৈ অহাৰ কথা পাঙিছোঁ।

ঃ এৰা নিজৰ মানহেই বেয়া। বৃটিছৰ বিৰুদ্ধে স্বদেশী আন্দোলন কৰিলে কি হ'ব, আমাৰ ভিতৰতে দেশৰ শত্ৰু লুকাই আছে। উঠি অহা ল'ৰা-ছোৱালীক শিক্ষা দিব পাৰিলে এইবোৰ দুনীতি নিজেই আঁতৰিব। যদি স্কুল পাতে, নন্দেশ্বৰৰ ল'ৰাকে মই ব্যৱস্থা কৰি দিব পাৰোঁ।

ঃ বুজাই বঢ়াই ইস্কুল পতা সম্পৰ্কে হাবেছিক'ৰ মন পৰিৱৰ্তন কৰাব নোৱাৰিলো। কি কৰিম মাষ্টৰ বাবু?

চাহ লৈ অমফু ওলাই আহিল। সবল অথচ অযত্নপালিত দেহৰ ৰূপ দেখি ধনেশ্বৰে বিমুগ্ধ হৈ তাইৰ ফালে চালে। এনে ৰূপৱতী ছোৱালী কাৰবি চাঙতো থাকিব পাৰে, সি ভাবিবকে পৰা নাছিল। অলপ সময় চাই ধনেশ্বৰে সুধিলে---

ঃ এইয়া আপোনাৰ ছোৱালী নেকি?

ঃ অঁ, মোৰ সৰু ছোৱালী, অমফু। ডাঙৰেই হ'ল আৰু।

লাজ কৰি কৰি অমফুৱে চাহৰ বাতি ধনেশ্বৰ মাষ্টৰলৈ আগবঢ়াই দিলে। অমফুলৈ চাই ধনেশ্বৰে সুধিলে---

ঃ আইজনী, তই মোক চিনি পাইছ?

টিনি নাই পোৱা বুলি তাই মূৰ জোকাৰিলে।

ঃ তই কাপোৰ বুবলৈ জান?

জানো বুলি তাই আকৌ মূৰ দুপিয়ালে।

ঃ মোৰ ছোৱালীৰ বাৰণে তহঁতৰ চেলেং এখন বুই দিব পাৰিবি?---লাজ কৰি বৈ থকা অমফুক সুধিলে।

ঃ মই নাজানো---। এই বুলি কৈ তাই ঘৰ সোমালগৈ।

ঃ খাওক মাষ্টৰ বাবু। ৰঙা চাহৰ বাহিৰে আমাৰ দুখীয়া চাং ঘৰত কি পাব? ---ইমান সময় মনে মনে কথা শুনি বহি থকা গাঁওবুঢ়ানীয়ে মাত লগালে।

ঃ হ'ব গাঁওবুঢ়ানী। আপোনালোকৰ এইফালে বহুতদিনেই হ'ল অহা নাই-কিয়া। সকলোকে লগ পালোঁ ভালেই হ'ল। লংৰেত ককাইদেউহঁত থাকে নহয়, খবৰ কৰিবলৈ আহিছিলোঁ।

ঃ অঁ ভালনে তেখেতসকলৰ?---ছাৰইকে সুধিলে।

ঃ অঁ, ভালেই আছে।

কথা পাতি চাহ খাই থাকোতে, কৰবাৰ পৰা হেমাই দৌৰি আহিল। হঠাৎ অচিনাকি মানুহ এজনক চ'ৰাঘৰত বহি থকা দেখা পাই সি চোতালত অলপ সময় থমকি ৰ'ল আৰু লাহে লাহে বাপেকৰ কাষলৈ আহিল।

ধনেশ্বৰলৈ চাই ছাৰইকে ক'লে---

ঃ এইয়া মোৰ ল'ৰা হেমাই। ইয়াৰ কথাকে কৈছিলোঁ।

ঃ ইচ তই ডাঙৰেই হ'লি। মোৰ লগত তই যাব লাগিব নহয় হেমাই!---তাক কাষলৈ মাতি ধনেশ্বৰে ক'লে।

দেউতাকক সাবটি ধৰি "মই নাযাওঁ দেউতা" বুলি সি কবলৈ ধৰিলে। ধনেশ্বৰে বুজাবলৈ চেষ্টা কৰি ক'লে---

ঃ হেমাই, ৰেল দেখিবি, মটৰ দেখিবি। স্কুলত পঢ়িলেহে ডাঙৰ মানুহ হ'ব পাৰিবি।

দেউতাকৰ কাষৰ পৰা আঁতৰি সি হংকুপ পালেগৈ। বেৰত বগাই থকা ভাটৌজনীক কিবা দি সি মৰম কৰিবলৈ ধৰিলে। হেমাইৰ মনৰ কথা ধনেশ্বৰে বুজি পালে। সি ভাবিলে---প্ৰকৃতিৰ মৰম চেনেহতকৈ ৰেল-মটৰ আদিয়ে হেমাইক আনন্দ দিবলৈ সমৰ্থ হোৱা নাই। তাহানিখনতে পঢ়া বেজবৰুৱাৰ 'মুক্তি' গল্পটোলৈ ধনেশ্বৰ মাষ্টৰৰ মনত পৰিল। সি চাহৰ বাতিটো থৈ বিড়ি এডাল জ্বলালে। গাঁওবুঢ়ালৈকো এডাল আগবঢ়াই দিলে।

ঃ গাঁওবুঢ়া ককাই, হেমাইক পঠাওক। পলম নকৰিব। এই বছৰেই দি আহক। তাৰ পঢ়াৰ চেহেৰা আছে। নিশ্চয় সি পঢ়িব পাৰিব।---বিড়ি হুপি হুপি ধনেশ্বৰে ক'লে।

ঃ এৰা, বাৰিষা আহি নাপাওঁতেই আপোনাৰ তাত থৈ আহিম বুলি ভাবিছোঁ। ছাৰইকে ক'লে।

ঃ ভাল। নিশ্চয় তাৰ দায়িত্ব মই লম। তাৰ যত্নতে অঞ্চলটো পোহৰ হয় যদি আমাৰহে খুচ্ছনাম হব।

ঃ এ—হ বাবু! গাঁওবুঢ়াই কি কথা ভাবিছে কব নোৱাৰোঁ।—

—পাণ-তামোল এখন আগ বঢ়াই কাছাওে ক'লে। তামোলখন মুখত দি ধনেশ্বৰে ক'লে—

ঃ নহয় গাঁওবুঢ়ানী, গাঁওবুঢ়াই ভাল কথাকেই ভাবিছে। পিছে বেছি সময় মই নবহোঁ। পাৰিলে আজিয়েই ঘৰ পাবগৈ লাগে।

ছাৰইকহঁতৰ পৰা বিদায় লৈ ধনেশ্বৰ যাবলৈ উঠিল। জোতাযোৰ ভৰিত সুমুৱাই সি ছাৰইকক ক'লে—

ঃ পাৰিলে এই সপ্তাহৰ ভিতৰতে তাক পঠিয়াই দিয়ক। ময়ো এই কেইদিন ঘৰতে থাকিম।

ঃ ভাল বাৰু।—ছাৰইকে শলাগিলে।

ভাটৌজনীক লৈ থৈ থকা হেমাইক দেখি ধনেশ্বৰে মাত দিলে—

ঃ বোপা হেমাই, আহিছোঁদেই। পঢ়া-শুনা কৰি তই দেউতাৰাহঁতৰ মুখ-কেইখন উজ্জ্বলাব লাগিবদেই।

ধনেশ্বৰে জখলাৰে নামি গ'ল। হেমাইয়ে চকু দুটা বহল কৰি ধনেশ্বৰ যোৱাৰ ফালে চাই ৰ'ল। ধনেশ্বৰ আঁতৰি নেদেখা হ'লত সি দেউতাকৰ ওচৰলৈ আহি সুধিলে—

ঃ সেয়া কোন দেউতা?

ঃ মাষ্টৰ বাবু। তেওঁলোকৰ ঘৰতে থাকি তই ইস্কুল পঢ়িবগৈ লাগিব বুজিছ।

কথাটো শুনি সি মাকৰ ওচৰলৈকে আহিল। মাকে চাহৰ বাতি কেইটা সামৰি আছিল। হেমাইৰ চকু দুটা চল্‌চলীয়া হোৱা দেখি মাকে ক'লে—

ঃ দেউতাৰাই ধেমালিহে কৰিছে। তইচোন মন মাৰি পেলাইছ।

ঃ ৰিহ'বাছা ঘৰত নাইনেকি হেমাই?—বাপেকে সুধিলে।

ঃ নাই। খেতিলৈ গ'ল হেনো। —সি থোকাথুকি মাতেৰে ক'লে।

আধৰুৱা দোণৰ বাউ বন্ধা কামত ছাৰইক পুনৰ প্ৰবৃত্ত হ'ল। বেলি দু-ভঁাৰমান হ'লহি। মাকৰ পাছে পাছে হেমায়ো ঘৰৰ ভিতৰলৈ সোমাই গ'ল। বাউ বান্ধি বান্ধি ছাৰইকে ভাবিলে—ৰিহ'বাছাৰ হতুৱাই হেমফু পূজা কৰি হেমা-ইক সোনকালে শ্বামপুৰত থৈ আহিবই লাগিব। পলমে কি বিঘিনি ঘটায় কোনে জানে?

# পোন্ধৰ

হেমাইহঁতৰ পদূলিমুখত ৰিছ'বাছাই পূজা কৰিছে।

হেমফু পূজা।

ৰাহি চোৱা পূজা।

হেমাই পঢ়িবলৈ যাব কামপুৰলৈ।

যাত্ৰাৰ আগতে তাৰে ৰাহি চাই লোৱাৰ ইচ্ছা।

ভাল দিন-বাৰ চাই পুতেকৰ মংগল কামনা কৰি ছাৰইকে হেমফু দেৱতালৈ নৈবেদ্য আগ বঢ়াবলৈ মনস্থ কৰিছে।

আজি মঙলবাৰ।

শুক্লপক্ষৰ আজি সপ্তমী তিথি।

ঊৰ্ধমুখী জোমৰ গতি।

দিনটোও ভাল। আকাশখন মেঘমুক্ত, নীলা।

দিন-বাৰ ভালদৰে চাইহে ছাৰইকে ৰিছ'বাছাক পূজা কৰাবলৈ মাতি'ছ।

এৰা আজিৰ পূজাই হেমাইৰ সমগ্ৰ জীৱনৰ ভৱিষ্যৎটো ডাঙি ধৰিব। দুই এজন হেমাইৰ বন্ধু আহি চোতালত গোট খালেহি।

ৰিছ'বাছাই খোপাত তুলসী গছৰ ডাল গুঁজি লৈছে। আগলতি কলপাত দুখিলা পাৰি পূজাৰ বেদী সজাইছে। চাউল পিঠাগুৰি, তুলসী আদিৰে মন্ত্ৰ মাতি বেদীত দেৱতালৈ অপৰ্ণ কৰিছে। বেদীৰ শিতানত বাঁহেৰে সজোৱা ত্ৰিশূল এডাল পুতি থোৱা হৈছে। ত্ৰিশূলৰ কাষতে সৰু লাওৰ পাত্ৰ—হৰবং। তুলসীৰ ঠানি এডাল কলপাতত নুৰিয়াই হৰবঙৰ মুখত ঠিলা মাৰিলে। বেদীৰ সোঁমাজতে পিতলৰ আঙঠি আৰু পুৰণি ৰূপৰ মুদ্ৰা এটা থাপিলে। থাপনাৰ ওপৰত কণী এটা আলফুলকৈ বহুৱাই দিলে। বেদীৰ গুৰিতে ধুনাৰে ধোঁৱাই থকা আঙঠা খৰি। নৈবেদ্যস্বৰূপে আগ বঢ়াব খোজা ডাক দিয়া ৰঙা কুকুৰাটোৱে আমনি পাইছিল—ধনাৰ পৰা নিৰ্গত হোৱা ধোঁৱাৰ বাবে।

হেমাইৰ যাত্ৰা আৰু উদ্দেশ্যৰ প্ৰতি মংগল কামনা কৰি ৰিছ'বাছাই মন্ত্ৰ মাতিলে, সভক্তিৰে ঃ

এহেম—এহেম্ হেম আৰনাম।

জ'পেদাপ আৰনি

জ' পেদাপ আদাপ,

ছুৰি আলাম কালি

ফাৰ' আলাম কালি ;

জ'—অ'ছা আপ্ৰাণ ইছি

অ'ছা আমুই ইছি ;

দৰবাৰ দুনউন পুতে

দৰবাৰ খেং উন পুতে ;

ৰ'মুত নাংথান মেছেন
ৰ'কান নাংথান মেছেন;
ৰ'মুত নাংপাৰএ ফ্রাৎ
ৰ'কান নংপাৰএ ফ্রাৎ
নিহাং পাফু মেছেন
নিজাং পাফু মেছেন;
চেদিপ নাংথান পনৰি
চেনাপ নাংথান পনৰি;
এহেম এহেম—হেম আৰনাম।

অৰ্থাৎ হে গৃহ-দেৱতা হেমফু! আজি পূত প্ৰভাতেতে, অ'ছা (নাতি)ৰ সমগ্ৰ জীৱনত বহিঃযাত্ৰা শুভ হ'ব বুলি যদি ভাবিছা তেন্তে এই পবিত্ৰ পখীটো হে ঈশ্বৰ, সাদৰেৰে গ্ৰহণ কৰা।

বিনম্ৰভাৱেৰে বিছ'বাছাই হেমফু দেৱতাক স্তুতি কৰিলে। বেদীৰ কাষতে বহি লগৰীয়া'বাৰৰে সৈতে হেমাইয়ো একান্ত মনে পূজা কৰা চাইছিল। কলপাত, বাহৰ খৰিচা আদি ইটো-সিটো যোগাৰ কৰি আছিল ছাৰইকে। ৰিছ'বাছাই স্তুতি মন্ত্ৰ শেষ কৰি কুকুৰা চৰাইৰ পাখি দুটিমান উঘালি বেদীৰ ওপৰত সযতনে মাটি স্থাপন কৰিলে। কুকুৰা কাটিবৰ হ'ল বুলি ছাৰইকে গম পাই পূজাৰীৰ ওচৰ চাপিলহি। নেলুৰ ওপৰত চাউল অকণমান থৈ কটাৰীৰে ভিভিত বেপ দিলে কুকুৰাৰ তেজ বেদীৰ ওপৰত অলপ ছটিয়াই দিলে। হৰবংটোৰ গাত তেজ কিছু লগাই উঘলা পাখি তাত লগাই দিলে। মুকলি চোতালৰ ফালে কুকুৰাটো লাহেকৈ দলিয়াই দিলে। বেদীৰ কাষত থোৱা চাউল অলপ হাতত লৈ চপলিয়াই থকা কুকুৰাৰ গালৈ ছটিয়াই ৰিছবাছাই প্ৰাৰ্থনা কৰিলে:

হ—

ছাংতেত নাংল'
ছাংতি নাংল।
লা অছা আপ্ৰাণ ইছি
অছা আমুই ইছি
দৰবাৰ দুনউনপ'
দৰবাৰ খেংউনপ' পুতে,
নাংকান নাংপাৰএ ফ্রাৎ
নাং চিক্ল' কেৱান আছ
নাং আৰনি কেৱান আছ';
চিক্ল এলাংফ্রং আৰনি এলাংফ্রং।
হিথি আৰনি বৰৱা আৰনি
কাম বাহা কাম বাতা,

অ'ছা আপ্ৰাণ ইছি
অ'ছা আমুই ইছি,
থেকদুন ৰেদুনপ' পুতে
আৰবুং-আৰফে নাংপাংন' পামে থা।

জপিয়াই চপলিয়াই থকা কুকুৰাটোলৈ চাই মন্ত্ৰপূত কথাবোৰ ক'লে : হে জোন আৰু বেলিৰ সন্তান! আজি এই পৱিত্ৰ তিথিত তোমাক হেমফু দেৱতালৈ উছৰ্গা কৰিলোঁ। আমাৰ নাতি ল'ৰাৰ সমগ্ৰ জীৱনত উন্নতি হ'ব বুলি যদি ভাবিছা, হে দেৱতাৰ সন্তান! তুমি সাদৰেৰে, বিনম্ৰভাৱে দেৱতাৰ চৰণত উপৱেশন কৰা।

জঁপিয়াই থকা কুকুৰাটোলৈ সকলোৱে চালে। বেদীৰ ওচৰত বহি উদ্বিগ চিত্তেৰে ছাৰইকেও চাই আছিল কুকুৰাটোলৈ। চাংৰ ওপৰৰ পৰা অমফুৰ মাক, অমফু আৰু কেইজনীমান তিৰোতাই আগ্ৰহেৰে চাই আছিল সেই উদ্বিগ্নৰে ভৰা চৰম মুহূৰ্তলৈ। কিছুপৰ জঁপিয়াই পূবলৈ মূৰ কৰি সোঁকাতি হৈ কুকুৰাটো জঠৰ লাগি পৰিল। জঠৰ লগা কুকুৰাটোৰ গাত হাতেৰে এপ থপাই জীয়াই আছে নে নাই ৰিছ'বাছাই পৰীক্ষা কৰি চালে। মৰা কুকুৰাটো হাহি মুখৰে বেদীৰ ওচৰলৈ লৈ আহিল। ছাৰইকলৈ চাই ৰিছ'বাছাই ক'লে—

: অ'ছাৰ কপাল ভাল। মোৰ ধাৰণা আগলৈ সি চাহাব হ'ব পাৰিব। পেটৰ ভিতৰখনে কি নিদেশ দিয়ে চাওঁচোন!

সৰু কটাৰীখনেৰে পেট ফালি লাহে লাহে কুকুৰাৰ নাড়ীবোৰ উলিয়ালে। উলিয়াই অনা নাড়ীডাল পানীৰে ধুই পৰীক্ষা কৰি ৰিছ বাছাই ক'লে—

: আজি পাত পেলাওঁতেই বুজিছিলোঁ। নাড়ী-ভুৰুৱেও সেই কথাকেই কৈছে। অ'ছাই জীৱনত নিশ্চয় উন্নতি কৰিব পাৰিব।

: ঈশ্বৰেহে জানে। কাৰবি নিয়মখিনি কৰিছোঁ—কথাখিনি কৈ কুকুৰাটো বাছিবলৈ বুলি ছাৰইকে চ'ৰাঘৰলৈকে লৈ গ'ল। অমফুৰ মাকো যা-যোগাৰ কৰিবলৈ ভিতৰলৈ সোমাই গ'ল।

থাপনাত থোৱা কণীটো কটাৰ শেষত থাপনা উঠালে এপদ-দুপদকৈ। আঙঠিটো তুলি আনি পানীৰে ধুই সৰু মোনাত ভৰাই থ'লে। মুদ্ৰাটো হাতত লৈ কটাৰীখনেৰে ন বাৰ শব্দ তুলিলে। শব্দ তুলি তুলি ৰিছ'বাছাই ক'লে—

: ইছি, হিনি কেথম, ফিল ফ', থেৰক, থুকছি নেৰকেপ, ছেৰকেপ। ছাখি আৰে বাদি আৰে পুনা—ছেৰকেপ; নিহাং নিজাং, চিক্ৰ'—আৰনি, থেকদুনদে ৰেদুনদে পুনা ছেৰকেপ, ছেৰকেপ।

অৰ্থাৎ আজিৰ এই পৱিত্ৰ পূজাত প্ৰদৰ্শিত সত্যবোৰৰ সাক্ষীস্বৰূপে পৱিত্ৰ পূজাত সূযক মাজত লৈ দশোদিশ প্ৰকাশমান হৈ আছে। এই সত্যৰ যেন ব্যতিক্ৰম নঘটায়।

পূজা কাম সামৰণি মৰা ছেৰকেপ অৰ্থাৎ ন সংখ্যক শব্দটোৰ গভীৰ তাৎপৰ্য সম্বন্ধে চ'ৰাঘৰৰ পৰাই ছাৰইকে ভাবিলে। এৰা, দশোদিশৰ ন। দিশ পূজাৰীৰ কামৰ পৰা আঁতৰি থাকে। বাকী অধঃৰ অৱস্থিতিয়ে পূজাৰ বেদীক ধাৰণ

কৰিছেহি। অাঁতৰি থকা নটা দিশক শুনাই অধঃৰ অৱস্থালৈ কেন্দ্ৰীভূত কৰাৰ গভীৰ অৰ্থ ছাৰইকে ভবি চালে। এই ঐক্য শক্তিয়েই তেন্তে ঈশ্বৰ নেকি ? কাৰ-বিৰ চিন্তাধাৰাত এই মহান মন্ত্ৰৰ প্ৰবৰ্তকজন কোন বাৰু ?

ৰিছ'বাছ। চাংখনলৈ উঠি অহাৰ লগে লগে ছাৰইকৰ ভাবত যতি পৰিল। চোতাললৈ চালে—সূৰুযটো কঠিন হৈ আহিছে।

## ষোল

পুৱাতে হেমাইৰ ভাটৌজনীয়ে অ'-ক, অ'—ক' বুলি মাতিবলৈ ধৰিলে। পলাশৰঙী বেঁকা ঠোঁট আৰু ঘন সেউজীয়া পাখিৰে ভাটৌজনী হংফাৰলাৰ বেৰত বগাই ফুৰিছিল। হঠাতে তাই আজি অশান্ত হৈ পৰিল। সৰু সৰু চকু দুটাতো চঞ্চলতাৰ চিন। বেৰৰ গাঁথিবোৰ কামুৰি কামুৰি ছিগিছে তাই। তাইৰ মনত সন্তুৱ কিহবাৰ ক্ষোভ! মুকলি আকাশত বিচৰণ কৰি ভাল পোৱা মুক্ত বিহংগৰ সেয়া যেন চিৰন্তন বিদ্ৰোহ। ইতৰ প্ৰাণীয়ো বন্ধন জীৱন জানো ভাল পায় ?

ভিতৰৰ পৰা ওলাই অহা হেমাইক দেখি তাই বেছি অশান্ত হৈ পৰিল। অ'—হেমাই বুলি সঘনাই মাত দিলে। ভাটৌজনীৰ মাত শুনিও কিয় জানো অন্য দিনৰ দৰে সি তাইক চাব পৰা নাই ? ভাটৌজনীৰ গাত হাত ফুৰাই মৰম কৰি-বলৈ তাৰ সত যোৱা নাইকিয়া। কিহবাই যেন তাৰ মনৰ আনন্দখিনিক বলেৰে আজুৰি লৈ গৈছে।

চকু দুটা বহল কৰি হেমাইয়ে ভাটৌজনীলৈ চালে। হেমাইৰ চকুত অশ্ৰুৰ ঢল নামি আহিল।

সেয়া কিহৰ অশ্ৰু ?

ভাটৌজনীৰ বেদনাত নে আন কিহবাৰ ?

এৰা, তা'ৰা বেদনা আজি ভাটৌজনীৰ দৰেই। ৰংমিলিৰ হেমাই আজিৰ পৰাই বন্ধনৰ মাজলৈ সোমাই পৰিব। এক সুকীয়া পৰিবেশত থাকিব লাগিব সি। সেই পৰিবেশ তাৰ কাৰণ সম্পূৰ্ণ অপৰিচিত। তাৰ মন নানা শঙ্কাৰে আকীৰ্ণ হৈ উঠিল। সেই পৰিবেশৰ মাজত থাকি মন আৰু জীৱনক এটা নতুন ৰূপত গঢ়িব লাগিব সি। হমাইৰ কাৰণে সেই জীৱন এ'কেবাৰেই নতুন।

ৰংমিলিৰ মুকলি আকাশ বৰপানীৰ চিৰ প্ৰৱাহিত সোঁত, ম'হৰ পিঠিত উঠি পোৱা মুক্ত আনন্দ হেমায়ে হেৰুৱাব আজিৰ পৰাই। আৰু হেৰুৱাব লংকিৰি-লাৰছিকাহঁতৰ লগত ঘিলা খেলি পোৱা অনাবিল আনন্দ। হেমাই হৈ পৰিব এক নতুন হেমাই। ভাটৌজনীৰ নিচিনাকৈয়ে হেমাইয়ো শিকিব নতুন মাত, নতুন সুৰ।

ভাটৌজনীক দেখি বেদনা-গধুৰ মনটো তাৰ আৰু বেছি গভীৰ হ'ল। বি-ৰ'কেকৰ সেই কৰৈ গছজোপাৰ পৰা ভাটৌজনীক ননাহেঁতেনেই ভাল আছিল। কথাবোৰ ভাবি সি অনুতাপ কৰিলে। তাৰ দুচকুৰ পৰা জৰ জৰাই চকুলো বৈ আহিল। এজাক ভাটৌ বোহাল কৰি সিহঁতৰ গাঁৱৰ ওপৰেদি উৰি গ'ল। হেমা-ইৰ ভাটৌজনীয়ে মূৰটো বেঁকা কৰি আকাশৰ ফালে চালে এক চৰম ব্যৰ্থতাৰে। ঘৰৰ চালখনে বহল আকাশখনক নেদেখা কৰিলে। ভাটৌজনীৰ ব্যথতাত হেমাইৰ মনটোৱেও হাঁহাকাৰ কৰি উঠিল।

ঃ কেকছ,' তই নাকান্দিবিদেই। আকৌ মই ঘূৰি আহিম নহয়। —ভাটৌ-জনীৰ গাত হাত বুলাই হেমায়ে ক'লে।

তাৰ মাতবোৰ থোকাথুকি হৈ ওলাই আহিছিল। বিচ্ছেদৰ বেদনাই তাক শোকাকুল কৰি তুলিলে। অ'ত ত'ত পৰি থকা তাৰ ঘিলাবোৰ বুটলি সৰু জোলোঙা এটাত ভৰালে। ইপদ-সিপদ কৰি তাৰ ওমলা সামগ্ৰীবোৰ সামৰিবলৈ ধৰিলে। লাটুমৰ ৰচীডাল পকাই পকাই দেউতাকে কোৱা কথাখিনি সি মনত পেলালে। দেউতাকে বুজাইছিল ঃ দিন-কাল সলনি হ'ল। লিখা-পঢ়া নকৰিলে মানুহ বোলাই খাবলৈ কঠিন হৈ পৰিলহি। আমাৰ দিনবোৰ গ'ল। ভয়াবহ দিনবোৰ আহিব লাগিছে। নপঢ়িলে ভাতমুঠি কি কৰি খাবি? কষ্টৰ মাজেৰেহে সুখ-শান্তিৰ লগ পাবি। এইবোৰ কথাই হেমাইৰ মনটো দোলা দিলে। তাৰ সৰু মনটো এক গধুৰ দায়িত্ববোধত জাগি উঠিল। গৃহ-বিচ্ছেদৰ বেদনাৰ পৰা তাক কিছু মুক্তি দিলে। এক নতুন জীৱনৰ আশা-আকাংক্ষাই তাৰ মনত আলোড়নৰ সৃষ্টি কৰিলে। ভাত খাবলৈ বুলি মাকে তাক মাতিলে। ওমলা বস্তুবোৰ সামৰি সি ভিতৰলৈ গ'ল আৰু ভাতৰ পাতত বহিল হৈগ। আমন-জিমনকৈ ভাত খাবলৈ ধৰা হেমাইক মাকে ক'লে—

ঃ খা সোণ, বেজাৰ নকৰিবি। ভালদৰে পঢ়া-শুনা কৰিবি। আমাৰ দুখ-কষ্টই আঁটি ছ। তহতক মানুহ কৰিব পাৰিলেহে আমাৰো শান্তি। তোৰ কাৰণে ফুলাম প'হ' এখন আৰু ধুনীয়া জাম্বৰং এখন বুবলৈ দিছোঁ। বোৱা হ'লেই মই পঠিয়াই দিম। লগৰীয়াবোৰৰ লগত মিলেৰে থাকিবি। মাষ্টৰ বাবুৰ কথা শুনিবি। আমি নথকাত তেখেতেই তোৰ আই-বোপাই।

তাৰ চকু দুটা চলচলীয়া হ'ল। মাকৰ কথা শুনি শুনি ভাতকেইটা মুখত দিলে। মাকে তাৰ ভাতৰ কাঁহীখনলৈ চাই ক'লে—

ঃ হেমাই, ভাত অলপ দিওঁ নে? কচুৰে বাহৰ গাজৰে সিজোৱা তৰকাৰী আছে, অকণমান দিও, খা। মাছ এডোখৰো ল'ৰাটোক খুওৱাই পঠিয়াব নোৱা-ৰিলোঁ। অমফুৰ দেউতাকক ভাত দিওঁনে?—তৰকাৰী অকণমান হেমাইৰ কাঁহীত দি গিৰিয়েকক সুধিলে।

ভাতৰ কাঁহীখন আগবঢ়াই দি ছাৱইকে পৰিস্থিতিৰি বিষয়ে ঘৈণীয়েকক বুজাই ক'লে—

ঃ কামৰ হেঁচাত মাছ মাৰিবলৈকো আজৰি নোপোৱা হ'লোঁ। তাতে

লাংপিত জানো আগৰ দৰে মাছ-পুঠি আছে দেশত বঙালবোৰ অহাৰ পৰা মাছ-পুঠিৰো অভাৱ ঘটিল।

ভাত খাই হেমাই বাহিৰলৈ ওলাই আহিল। বায়েকে তাৰ প্ৰয়োজনীয় কাপোৰ-কানিবোৰ যতনাই জোলোঙাত ভৰাই আছিল। বায়েকলৈ চাই সি ক'লে---

ঃ নী অমফু, মোৰ কেকছ'জনীক তই যত্ন লৈ থাকিবি হ'লে।

ঃ তই ভাটৌজনীৰ কাৰণে ইমানকৈ কিয় ভাবিছ! নতুন মাকৈ ওলা'ল তাইক ভালদৰে খাবলৈ দিম বুজিছ।

ঃ অঁ, ভালদৰে যত্ন লবি, কেকছ'জনী আলাই-আথানি হৈ মৰিলে মই বৰ দুখ পাম।

ঃ চাম দে। তই মাত্ৰ ভালদৰে পঢ়িবি।---জোলোঙাটো বান্ধি বান্ধি ভায়েকক আশ্বাস দিলে।

ভাত-পানী খাই ছাৰইবো চ'ৰাঘৰলৈ ওলাই আহিল। বিড়ি এডাল হুপি সি ঘৈণীয়েকক ক'লে---

ঃ ঘূৰি আহোঁতে দুই-এদিন পলম হবও পাৰে। হেমাইৰ সকলো ব্যৱস্থা কৰিহে ঘূৰিম; লিন্দকৰ লৰাটোকে ম'হহাল অলপ চাবলৈ কৈছোঁ। ঘৰি আহি অন্য ব্যৱস্থা কৰিমহি। তুমি খা-খবৰ লবা।

ঃ ঘৰৰ কাৰণে আপুনি ভাবিব নালাগে। লৰাটোৰ ভাল ব্যৱস্থা কৰিহে আহিব। ----হেমাইৰ নিৰাপত্তাৰ কথা চিন্তা কৰি গিৰিয়েকক বুজালে।

ঃ ধনেশ্বৰ মাষ্টৰ আছে যেতিয়া ভয় কৰিবলগীয়া বিশেষ নাই। তথাপি সকলো ব্যৱস্থা কৰিহে আহিম। বন্দুকটো ভালদৰে চাবা। জগৰীয়া বস্তু লগত নিনিওঁ আৰু।

ছাৰইকে জোলোঙাটো কান্ধত ওলোমাই ললে।

ঃ অমফু সান্দহৰ টোপোলাটো দিছ নে নাই। ---মা'ক সুধিলে।

ঃ দিছোঁ। দেউতাৰ জোলোঙাৰ ভিতৰতে আছে।---কিছু আবেগ-বিহ্বল হৈ অমফুৱে উত্তৰ দিলে।

ঃ বাট দূৰ। বেলি থাকোঁতেই পোৱাগৈ ভাল। হেমাই, ব'ল।---গহীন হৈ ছাৰইকে ক'লে।

উজ্জ্বল বেলিটো টীকা পাহাৰৰ ওপৰ পালেহি। ছাৰইকৰ মূৰত পৰিচিত সেই পাগুৰি। গাত পুৰণি ক'লা কোট আৰু আঁঠুমূৰীয়া বগা ধুতি এখন সি পিন্ধিছে। কোটটোতকৈ গাৰ বগা চোলাটো কিছু দীঘল। ধীৰে ধীৰে ছাৰইক নামি গ'ল জখলাৰে। টাউনৰ পৰা আনি দিয়া চোলা আৰু চুটি পুৰণি হাফপেণ্ট পিন্ধি সজল চকুৰে হেমায়ো দেউতাকৰ পাছে পাছে খোজ ললে। বেৰখনত বহি থকা ভাটৌজনীয়ে 'অ'-ক হেমাই' বুলি মাত দিলে। ভাটৌৰ মাত শুনি তাৰ বুকুখন ভাগি যোৱা যেন পালে সি। তাৰ কোমল মনত তীব্ৰ হাহাকাৰৰ সৃষ্টি

হ'ল। চোতালত পুতি থোৱা দীঘল বাঁহৰ আগত ওলমি থকা ন'ৰে৪২টো বতাহত অস্থিৰ হৈ নাচি আছিল। মাক, বায়েক অমফু—দুয়ো নৈৰ ঘাটলৈকে আগবাঢ়ি গ'ল। সিহঁতৰ বাখৰটোও হেমাইৰ পাছে পাছে নামি ছাৰইকক লগ ধৰিলেগৈ। হেমাইক যোৱা দেখি গাঁৱৰ ল'ৰাবোৰে মন মাৰি পেলালে। হেমাই ক'লৈ যাব ?

কামপুৰ ?

সিহঁতৰ মনত চাঞ্চল্যৰ সৃষ্টি হ'ল। হেমাই বাৰু কেনেকৈ যাব তালৈ ? সি কিয়নো গ'ল ?? ইত্যাদি নানান প্ৰশ্নই সিহঁতক উদ্বিগ্ন কৰি তুলিলে। গাঁৱৰ বুঢ়া-বুঢ়ী, জীয়ৰী-বোৱাৰীহঁতে হেমাইৰ যাত্ৰাত মংগল কামনা কৰিলে। লংকি, বংএ, লংকিৰিছ'হঁতক পদূলিমুখত দেখি 'যাওঁ দেই' বুলি আবেগ-বিহ্বল মাতেৰে হেমায়ে মাত লগাই গ'ল।

ছাৰইকে নাওখন ঠিক-ঠাক কৰিলে। শান্ত হৈ বৈ যোৱা নৈৰ ঘাটত হেমা-ইহঁত আহি গোট খালেহি। নাওখনত উঠাৰ আগতে দৌৰি আহি কাদমে হেমাইক লগ ধৰিলেহি। হেমাইৰ হাতত সৰু টোপোলা এটা দি তাই ক'লে—

ঃ অলপ চিৰা বান্ধি দিছোঁ। আমালৈ পিছে কি আনিবি কচোন ?

সেমেনা-সেমেনি কৰি কাদমে দিয়া টোপোলাটোলৈ চাই তাক ভাবি থকা দেখি কাদমে হাঁহি মাৰি ক'লে—

ঃ নকলাং। কামপুৰৰ মিঠৈ বুজিছ।—হেমাইৰ থুতৰিত ধৰি মৰম কৰিলে।

বেজাৰ কৰি থকা হেমাইৰ মুখত হাঁহি বিৰিঙি পৰিল। বৈ থকা বাপেকে হেমাইক নাৱত উঠিবলৈ ক'লে। লাহে লাহে হেমাই নাওখনত উঠিলগৈ।

হেমাইহঁতৰ নাওখন ভটিয়নি সোঁতত উটি যাবলৈ ধৰিলে। বিদায় জনাই পাৰত বৈ থকা তাৰ মাক বায়েক অমফু, কাদম, দুই-এজন বয়োবৃদ্ধ লোক আৰু ৰংমিলিৰ লগৰীয়াবোৰৰ পৰা আঁতৰি অহাৰ লগে লগে তাৰ চকুৰেদি হুৰহুৰাই চকুপানী বৈ আহিল। কুঁ-কুঁৱাই থকা বাখৰটো হেমাইহঁতলৈ চাই অশান্ত হৈ পৰিল। লাহে লাহে আঁতৰি পৰা তাৰ গাঁওখন চকুপানীৰ মাজেৰে জলক তবককৈ সি দেখা পালে। নাওঁখন ক্ৰমে নৈৰ কেঁকুৰিত নেদেখা হ'ল। চকুপানী কেইটোপাল হাতেৰে সি মচি ল'লে সংগোপনে।

ভটিয়নি সোঁতত বল পাই নাওখনৰ গতি বাঢ়িল। দুপৰীয়াৰ ৰ'দত নৈৰ মৃদু ঢৌবোৰে তিৰবিৰাইছিল। হেমাইহঁতৰ নাওখন আৰহি কেলক পালেহি। ছেনাৰ গাঁৱৰ কিৰি পণ্ডিতৰ ঘাটত নাওখন বান্ধিলে। পণ্ডিতৰ ঘৰলৈকে হেমাই-হঁতে খোজ ললে। পণ্ডিতৰ ঘৰ পাই ছাৰইকে মাত দিলে—

ঃ ফু পণ্ডিত, ঘৰত আছেনে ?

---

৪২ কাৰবি চাং ঘৰত বতাহত নাচি থাকিবলৈ এবিধ চাৰিকোণীয়া পাতল দীঘল বাঁহৰ হাল থকা আগত ৰচীৰে বান্ধি থোৱা হয়। ইয়াৰে বতাহৰ গতিবিধি নিৰীক্ষণ কৰা হয়।

ঃ কোন ?—চ'ৰাঘৰত বহি থকা বুঢ়ীজনীয়ে মাত দিলে।

ঃ মইহে। —এই বুলি চ'ৰাঘৰৰ ফালে সিহঁত আগুৱাই গ'ল।

ঃ অ', কাংবুৰা। আহক। ইচ, মই ধৰিবকে পৰা নাছিলোঁ।

কথাখিনি কৈ কৈ তাই পাটী এখন আনি পাৰি দিলেহি। এখন্তেক জিৰণি লোৱাৰ ইচ্ছা কৰি ছাৰইকহঁত পাটীখনত বহিল। পণ্ডিতৰ খবৰ জনাৰ ইচ্ছাৰে ছাৰইকে সুধিলে—

ঃ তেখেত নাই নেকি ?

ঃ নাই, ইছ কুৰ কৰিবলৈ গ'ল। ঘূৰি আহে মানে গধূলিয়েই হ'ব।

—কথাখিনি কৈ থিয় দি থকা হেমাইলৈ চাই বুঢ়ীজনীয়ে ক'লে—

ঃ বহ বোপাই তই কাৰ ল'ৰা ?

ঃ মোৰেই। তাক কামপুৰ ইস্কুলত থৈ আহিম বুলি ভাবি ওলাই আহিলোঁ।

ঃ ভালেই কৰিছে। কিবা অলপ খাবি বোপাই—এই বুলি কৈ বুঢ়ীজনী ভিতৰলৈ সোমাই গ'ল। ভিতৰৰ পৰা কল এআখি আনি হেমাইক দিলেহি। জুহালত সিজাই থোৱা চাহ আছিল। তাৰে এবাতি চাহ বাকি পাৰী এলোটাৰে সৈতে চাহৰ বাতিটো আগ বঢ়াই দি বুঢ়ীজনীয়ে ক'লে—

ঃ আজিকালি ল'ৰা-ছোৱালীক ইস্কুলত নিদিলে মিছা। দিনে দিনে মাটিও কমি আহিছে। বিদেশী মিঞাবোৰে আহি আগুৰি ধৰিলেহি। তেখেতৰ অলপ লিখা-পঢ়া আছে গুণেহে আমাৰ গাঁওখনো বাচি আছে। কাষৰে ইংহি গাওখন মিঞাৰে ভৰি পৰিল। উপায়হীন হৈ শিঙিমাৰী চাহ বাগিচাত আমাৰ মানুহবোৰে দিন হাজিৰা কৰি খাই আছে। কি কৰিব ? আগৰ সেই লংৰি আজি আৰু নাই।

ঃ এৰা নী আমাৰ সিফালেও একেই সমস্যা। চাহৰ বাতিত শোহা মাৰি ছাৰইকে ক'লে।

নানান সুখ-দুখৰ কথা পাতি ছাৰইকে চাহ বাতি খাই শেষ কৰিলে। চাহ টোপা খাই শেষ কৰি সি ক'লে—

ঃ পিছে আমি নবহো আৰু। নাওখন আপোনালোকৰ ঘাটতে বান্ধি থলোঁ। তেখেত আহিলে কথাটো ক'বচোন। ঘূৰি আহোতে দুদিনমান পলম হ'বও পাৰে।

ঃ ভাল বাৰু। আমি আছোঁ যেতিয়া ভয়ৰ কাৰণ নাই। হেমাইৰ ফালে চাই বুঢ়ীজনীয়ে ক'লে,

ঃ যা বোপাই, ভালদৰে পঢ়িবিদেই।

ছাৰইকহঁতে কামপুৰৰ ফালে খোজ ল'লে। বিৰাট কাঠনিৰে কৰা মাধৱ-পাৰা পাহাৰৰ কাষেৰে কামপুৰলৈ যোৱা লুংলুঙীয়া বাটটো লুটুমাৰি পাইছেগৈ। থোপোৰা লাগি থকা মাধৱপাৰা পাহাৰৰ বাহিৰে এই খণ্ডত অন্য পাহাৰ আৰু নাই। পাহাৰৰ কাষৰ পৰা কপিলীলৈকে ডাঠ বৰতানি, লগতে খাগৰি-ইকৰা বনেৰে ভৰা বহল উপত্যকা। অদূৰত বেলৰ উঁকি শুনি হেমায়ে বাপেকক সুধিলে—

ঃ সেয়া কিহৰ শব্দ, দেউতা ?

ঃ ৰেল গাড়ীৰ উঁকি। কামপুৰ পালোঁহিয়েই।

ৰেলৰ নাম শুনি তাৰ খোজবোৰ খৰতকীয়া হ'ল। বৰতানিৰ ওপৰেদি সেউজবুলীয়া ডবকা পাহাৰখন স্পষ্ট হৈ ওলাই আছিল। হেমাইৰ চকু দুটাই পাহাৰখনৰ বুকুত ৰেল গাড়ী, কামপুৰ আদিৰ অস্তিত্ববোৰ বিচাৰি ফুৰিবলৈ ধৰিলে। অলপ দূৰ যোৱাৰ পিছত ঠাইখন মুকলি মুকলি লাগিল। সন্মুখত বহল নৈখন দেখি হেমায়ে সুধিলে—

ঃ সেয়া কি নৈ, দেউতা?

ঃ কপিলী।—বাপেকে চমুকৈ ক'লে।

ঃ পাৰ হ'ম কেনেকৈ, দেউতা?

ঃ নাও আছে নহয়। সৌৱা, নাওখন দেখিছ?

ঃ অ', আমাৰখনতকৈ ডাঙৰ দেখোন।

ঃ কপিলীখন যে ডাঙৰ।

ঃ আৰু পশ্চিমলৈ গ'লে ইয়াতকৈয়ো বহল নৈ দেখা পাম, নহয়নে দেউতা?

হেমাইৰ আগ্ৰহ দেখি বাপেকৰ ভাল লাগিল। ছাৰইকে ক'লে—

ঃ অঁ, দেখা পাম হবলাতো। সেইবোৰত হেনো জাহাজ চলে।

জাহাজৰ আকৃতি ধৰিব নোৱাৰি সিপাৰৰ তামোল-নাৰিকল গছবোৰলৈ হেমায়ে চাই পঠিয়ালে। সিপাৰৰ প্ৰতিবিম্ববোৰ নৈৰ বুকুত পৰি কপিলীৰ ৰূপ চৰাইছিল। সেইবোৰ চাই হেমাইৰ মনত আনন্দই দোলা দিলেহি। সিপাৰৰ পৰা ঘাটৈজনে নাওখন পাৰ চপাই সুধিলে—

ঃ ক'লৈ যাবি ককাই?

ঃ সিপাৰলৈ।—ছাৰইকে কৈ নাৱত উঠিল। হেমাইকো হাতত ধৰি নাৱত তুলিলে।

নাওখন কিছু উজনিলৈ আনি ভটিয়নি সোঁতত এৰি দিলে। মাজপানী পাওঁতে, কিছু সন্ত্ৰাস-মিহলি দৃষ্টিৰে হেমায়ে দুয়োপাৰলৈ চালে। সিহঁত উঠা নাওখন মাজ পানীত তেনেই সৰু যেন তাৰ অনুভৱ হ'ল। সি অলপ ভয় খালে। লাহে লাহে ঘাটৰ ওচৰ চাপি যোৱাত তাৰ ভয়খিনি আঁতৰি গ'ল।

পাৰত ভৰি দি ভাড়া কিমান বুলি ছাৰইকে সুধিলে।

ঃ জনে প্ৰতি এপইচাকৈ। দুপইচা দে।—ঘাটৈজনে ক'লে।

তামৰ পইচা দুটা কোটৰ জেপৰ পৰা উলিয়াই ঘাটৈক দিলে। গাঁৱৰ মাজে মাজে দুয়ো আগ বাঢ়ি গ'ল। কিছু দূৰ গৈ বাপেকে আঙুলিৰে দেখুৱাই ক'লে—

ঃ সেয়া ৰেল বাট। আৰু সৌটো ৰেল ইষ্টেছন।

কৌতূহলী-দৃষ্টিৰে সি ষ্টেছনৰ ফালে চালে।

সিহঁত ষ্টেছনৰ মাজেৰে গৈ প্লেটফৰ্ম পালেগৈ। প্লেটফৰ্ম পাই ছাৰইকে ভৰিৰ খোজবোৰ গহীনাই দিলে। দেউতাকৰ হাতত ধৰি হেমায়েও ভয়ে ভয়ে খোজ দিলে। ছাৰইকৰো ভয় হ'ল, জানোছা কিবা দায়-দোষ লাগেই! ষ্টেছন

পাৰ হ'লত, স্বস্তিৰ নিশ্বাস এৰিলে সি। ৰেল বাটৰ কাষে কাষে সিহঁত আগুৱাই গ'ল। হেমায়ে লক্ষ্য কৰিলে—ৰেল পথত সৰু সৰু শিলগুটি।

তাৰ ওপৰত কাঠৰ ডাঙৰ টুকুৰাবোৰ পৰিপাটিকৈ পাৰি থোৱা আছে। কাঠৰ ওপৰত দীঘল লোহাৰ চিৰি দুডাল। চিৰি দুডাল গৈ আছে পূবলৈ। চিৰি দুডালৰ শেষ সীমা বিচাৰি দূৰলৈ চাই পঠিওৱাত, ষ্টেচনৰ সিটো মূৰত থিয় হৈ ৰঙা-বগা চিগনেল দেখি হেমায়ে সুধিলে—

ঃ সেয়া কি দেউতা ?

ঃ চিংনেল। চিংনেল হালি পৰিলেহে ৰেল গাড়ী আহিব। পিছতো দেখিবি, আহ।

ছাৰইকে পুতেকৰ হাতত ধৰি ৰেলবাট পাৰ হোৱাত সহায় কৰিলে। ৰেল-বাট পাৰ হওঁতে, চেপেটা ঘূৰণীয়া শিল গুটি এটা বুটলি হেমায়ে ভাবিলে—ইমান ধুনীয়া ঃ ইয়াৰে বংএহঁতৰ ঘিলা ওফৰাবলৈ ভাল হ ব।

সি পেন্টৰ পকেটত শিলডোখৰ ভৰাই ল'লে। ৰেলআলিৰ কাষত শাৰী শাৰী ফোনৰ খুটাবোৰ দেখি আচৰিত হৈ দেউতাকক সুধিলে। হেমাইৰ যেন আজি প্ৰশ্নৰ শেষ নাই।

ঃ সেয়া আকৌ কি দেউতা ? বগা বগা বাতিবোৰ যে।

ঃ সেয়া ফোনৰ খুটা। আহ বজাৰ পালোঁহি।

ৰেলবাট অতিক্ৰম কৰি দুয়ো বজাৰৰ ফালে আগুৱাই গ'ল। মাৰোৱাৰীৰ দুই-এটা পকীঘৰ দেখি হেমায়ে আচৰিত হৈ চালে। কঠীয়াতলীলৈ যোৱা বাটেৰে সিহঁত কিছু দূৰ গ'ল। বাটৰ সোফালে ধোৱাই থকা ধান কলৰ চিমনীটোলৈ চাই চাই হেমাইহঁত আগ বাঢ়ি গ'ল। এক অবুজ বিস্ময়মিশ্ৰিত হেমাইৰ ভাববোৰ চিমনীৰ ক'লা বৰণীয়া ধোৱাৰ দৰেই নিগত হ'ব'ল ধৰিলে।

পীটছ দিয়া ক'লা ৰঙৰ আহল-বহল বাটটোৰ ওপৰত তাৰ ভৰি দুখন চোঁচৰাই ভাবিলে—ইমান মিহি আৰু পৰিষ্কাৰ এই বাটটো। আমাৰ গাঁৱতো এনেকুৱা বাট এটা থকা হ'লে, ঘিলাকে খেলিলোঁহেঁতেন।

ধনেশ্বৰ মাষ্টৰৰ ঘৰ পাওঁতেই সন্ধিয়া নামিল। মাষ্টৰৰ পাছ চোতালৰ বাঁহ কেইজোপাত শালিকা চৰাইবোৰে আৰাও লগালে। পোহৰৰ ছিটিকনি পৰা বাঁহৰ আগবোৰ লাহে লাহে এন্ধাৰত অস্পষ্ট হৈ আহিল।

ৰংমিলিৰ হেমাইহঁত মাষ্টৰ ধনেশ্বৰ বড়াৰ ঘৰলৈকে সোমাই গ'ল—নিৰংকুশভাৱে।

## সোতৰ

বহাগৰ এটি আবেলি।

ৰৌদ্ৰস্নাত বৰপানীৰ বহল উপত্যকাত ৰিঙা ৰিঙা দুই এজোপা শিমলু পাৰৰ কোমল দলনিত এজাক ম'হ।

ম'হজাক ৰংমিলি গাঁৱৰ।

ছেং তেৰণৰ কিছু নিলগত লাংবিৰিক। দুয়ো ম'হ চৰাইছে।

অমফুহঁতৰ ম'হহালো ছেং তেৰণেই চৰাইছে।

উৰি ফুৰা জাক জাক বগলীবোৰলৈ ম'হৰ পিঠিৰ পৰা চাই ছেং তেৰণে ভাবিলে এখনি কোমল মুখ আৰু মৰম লগা এযুৰি চকুৰ কথা।

অমফুহঁতৰ ম'হহাল খুলি থাকোঁতে একেৰাহে তালৈ চাই আছিল অমফুজনীয়ে। পুৱাৰ ৰ'দ মুখত সানি চাই থকা অমফুলৈ তাৰ বৰ মৰম লাগিছিল। তাইৰ ধুনীয়া চকুযুৰিত কিহৰ ইংগিত? মৰম মৰম লগা তাইৰ চকুযুৰিত যেন প্ৰকাশ কৰিব নোবৰা অজস্ৰ ভাষাৰ কঁপনি! তাইৰ অপ্ৰকাশিত ভাষাবোৰ ছেং তেৰণে যেন বুজি পালে। কিন্তু কিবা এক বুজিব নোৱৰা, বুজাব নোৱৰা অনুভূতিয়ে তাৰ হিয়া-মন দুয়োটাকে কঁপাই তুলিলে। পুৱাৰ সেই অনিবচনীয় আনন্দৰ আমেজখিনিৰ স্মৃতি ৰোমন্থন কৰাৰ লগে লগে পাহাৰীয়া নিজৰাৰ দৰে তাৰ মন চঞ্চল হৈ উঠিল। সি মনত পেলালে অমফুৰ মৃদু হাঁহিটোলৈ। বিমুগ্ধ দৃষ্টিৰে ছেং তেৰণে চাই থকাত, তাই মিচিকিয়া হাঁহিৰে ভিতৰ সোমাইছিল। ম'হৰ পিঠিত হাত বুলাই সি কিছু সময় চাই আছিল অমফুহঁতৰ উকা চাংখনলৈ।

উচলি পৰা অমফুৰ দেহ-সুষমাৰ কথাবোৰ ভাবি থাকোতে ছেং তেৰণৰ মনত পৰিল টীকা পাহাৰৰ নামনিত বন-শাক বিচাৰি যোৱা ঘটনাটোলৈ। গাভৰু দেহৰ উম, কোমল পৰশ, সেই দিনাহে সি উপলব্ধি কৰিছিল। সাপৰ ভয়ত পিছল খাই তাৰ গাত দুহাতেৰে জোৰেৰে সাবটি ধৰা অমফুৰ স্পৰ্শ যে কিমান মধুৰ ভাবিলে তাৰ গা এতিয়াও ৰোমাঞ্চিত হৈ আছে।

চিনাকি অমফুজনী কিয় আজি ইমান স্পৰ্শকাতৰ হৈছিল? পুৱাৰ ৰ'দে উজ্জ্বল কৰা তাইৰ মুখমণ্ডলত কি অনিবচনীয় ৰূপ দেখা পাই সি মুগ্ধ হৈছিল? ওলমি পৰা কিচকিচিয়া চুলিখিনিৰে তাইক কিয় মৰম লগা হৈছিল— ভাবি সি আচৰিত হৈছিল। সি অনুভব কৰিলে যে সিদিনাখনৰ অমফুতকৈ আজিৰ অমফু যেন বহুত বে'লেগ।

হঠাতে এছাতি বতাহ বৈ গ'ল। কাষৰ শিমলু গছৰ তুলাবোৰ উৰুৱাই লৈ গ'ল—সিহঁতৰ গাঁওখনলৈ। বতাহত উৰি যোৱা তুলাবোৰলৈ চাই ছেং তেৰণৰ মন নাচি উঠিল। উৰি যোৱা শিমলু তুলাৰে এজাক বগলী, দলনিত চৰি থকা এজাক ম'হ বিস্তীৰ্ণ শ্যামলী পাহাৰবোৰ আৰু বৰপানীৰ নিৰিবিলি বহল উপত্যকা—তাৰ কিমান আপোন আৰু পৰিচিত। এনে মন-প্ৰাণ উৰাই নিয়া পৰিবেশে ছেং তেৰণক ব্যাকুল কৰি তুলিলে। ম'হৰ নাকীডালত ধৰি, উৰি যোৱা শিমলু তুলাখিনিলৈ চাই মনৰ উদ্দাম আবেগত সি গীত গালে—

> বংঅ'ই মিৰ ল'ৰি
> নাংপেন নে ইলি,
> চিৰেণ লং আৰণি
> নে চ'চে লুখিমী।

ঃ কি গান গাইছ ঐ ছেং ? মন গলি যায় ভাই। তই কি ভাব নাজানো, প্ৰিয়তমাৰ লগত মিলনৰ দিনা মই হ'লে ভাতৰ পাতকে এৰি দিম, বুজিছ।—ধপাতৰ ধোঁৱা এসোপা এৰি দি লাংবিৰিকে ক'লে।

ঃ এৰা ঐ, পিছে আমাৰ পোৰা কপালত এইবোৰ আশা নকৰাই ভাল।—ম'হজাকলৈ চাই ছেং তেৰণে ক'লে।

ঃ তই কাৰোবাৰ প্ৰেমত পৰিছ হবলাদেই। ম'হটো ওচৰ চপাই সি ক'লে।

ঃ নাই অ', কি প্ৰেম কৰিবি ? আমাৰ দৰে ছাল-ছিগা ভিকহুৰ সৈতে কোনে প্ৰেমত পৰিব ! চাওঁ, তোৰ জ্বলা ধপাতটো দেচোন, জ্বলাই লওঁ।

লাংবিৰিকে তাৰ ধপাতটো আগবঢ়াই দি ক'লে—

ঃ প্ৰেম আৰু প্ৰেমেই। প্ৰেমৰ লগত ধনী-দুখীয়াৰ কথা নাই অ'। কিয়, হাঙী আৰু লংতেৰণৰ কাহিনী তই নাজান জানো ? হাঙীৰ তুলনাত দেখোন লংতেৰণ দুখীয়া। —ছেং তেৰণৰ পৰা ধপাতটো লৈ সি ক'লে।

ঃ সেয়েহে সিহঁতৰ মাজত বিচ্ছেদ হ'ল, বুজিছ। নহয় বুলি কচোন ? ভাবিলে মন কান্দি উঠে অ'—পশ্চিম আকাশৰ ক'লা মেঘচপৰালৈ চাই ছেঙে ক'লে।

ঃ কথাটো হয়। পিছে, ৰণছান্তাং খাছীয়াৰ অসৎ বুদ্ধিৰ কাৰণেহে সেই করুণ বিচ্ছেদটো ঘটিল। নহ'লে লংদিলি হেন বিজ্ঞ মানুহে হাঙীৰ কাতি নিয়েনে ?—বিষণ্ণ মনেৰে টীকা পাহাৰৰ ফালে চাই সি ক'লে।

ঃ লংদিলিয়ে কিন্তু বুজিও নুবুজা হৈছিল তাইৰ ৰূপৰ কাৰণেই। ৰণছান্তাং আমাৰ সমাজত এতিয়াও আছে, বুজিছ।

ঃ জানো ? তই কি অৰ্থত কথাটো কৈছ ! হাঙী-লংতেৰণৰ গীত গালে এতিয়াও চকুপানী সৰি পৰে। উমৰাছিৰ বলুকাত নীৰৱে পৰি থকা হাঙীৰ খোজবোৰ চাই লংতেৰণে কন্দা দৃশ্য কি যে মৰ্মান্তিক, কবলৈকে ভাষা হেৰাই যায়। নিজন বলুকাত পৰি থকা হাঙীৰ খোজবোৰৰ পৰা তাৰ কঁপনি উঠা আঙুলিৰে বালিখিনি বুটলি বুকুত সানি নিজকে সান্ত্বনা দিয়া গীতডোখৰ বৰ মৰ্মস্পৰ্শী আছিল। তোৰ মনত আছেনে ছাইদু ? অ' মনত পৰিছে—

উম ৰাছি আপাম।৪৩
জংহে ৰ'লুকাং॥
হাঙী আকেংকাম।
উম ৰাছি আংহান॥
আছে চিহিপান।
আছেং চিপাংছাম॥

এনে ধৰণৰ নহয়নে গীতডোখৰ ? লাংবিৰিকে সুধিলে।

---

৪৩ উমৰাছিৰ বলুকাত পৰি থকা হাঙীৰ খোজত (লংতেৰণে) আঙুলি দি তাৰ নিজৰ বুকুত সেই বোকাবোৰ সানি কান্দি কান্দি তাৰ মনটোক সান্ত্বনা দিছিল।

ঃ অঁ, তোৰ ভাল মনত আছে। সময়ত তই ভাল লুঞ্চে[৪৪] হ'ব পাৰিবিদেই। ---নাকী টানি তাৰ ম'হটো ঘূৰাই ছেং তেৰণে ক'লে। তাৰ ম'হটো লাংবিৰিকৰ ওচৰ চপাই এগাল ধোঁৱা ওপৰলৈ এৰি দি সি পুনৰাই ক'লে---

ঃ সৌৱা, পছিম আকাশৰ ফালে চাচোন, ক'লা মেঘবোৰ কেনেকৈ ওন্দোলাই আহিছে। তোৰ মুখত লঙৰ বেদনা শুনি, বৰষাদেৱীলৈ ৰূপান্তৰিত হোৱা হাঈয়ে কেনেদৰে পৃথিৱীলৈ নামি আহিছে। বৰষাৰ মেঘ আৰু পৃথিৱীৰ মিলন চিৰন্তন প্ৰেমৰ চানেকি। ভাবিলেই ভাল লাগে ভাই।

লাংবিৰিকে পশ্চিমৰ ফালে ঘৰি চালে। পুনজা পাহাৰৰ আকাশ ঢাকি ধৰা কজলা মেঘত বিজুলীৰ চিকমিকনি সি দেখা পালে। প্ৰথম বৰষাৰ সৌন্দৰ্য উপলব্ধি কৰি লাংবিৰিকে ক'লে---

ঃ দেখিছ, মেঘৰ হাহি। বহাগৰ মেঘবোৰ মোৰ বৰ ভাল লাগে। বৰষুণ আৰু বিজুলী থকা বাবেই নেকি? সেয়া হাঈ-লঙৰ মিলনৰ আগ-জাননী নহয় জানো? তেওঁলোকৰ পবিত্ৰ মিলনত আমাৰ জিৰছঙৰ জুমতলীৰ ধাননিডৰা সেউজীয়া হ'ব, সোণালী হ'ব। ন-ধান চপোৱাৰ উৎসৱত আমাৰ প্ৰাণ তেহে নাচিব; এইবাৰ কিন্তু জিৰছঙৰ মদ ভালদৰে খামদেই ছাইদু।

জিৰছঙৰ কথা শুনি ছেং তেৰণে তাৰ চকুলৈ চাই অৰ্থপূৰ্ণ হাঁহিৰে ক'লে---

ঃ জিৰছঙৰ ধাননি কিমান দিন সেউজীয়া হৈ ৰ'ব নাজানো। আমাৰ জিৰছঙতো অনিষ্টকাৰী কীটে বাহ লৈছে।

ঃ কেনেকৈ?---আচৰিত হৈ লাংবিৰিকে ছেঙৰ মুখলৈ চালে।

ঃ কিয়? সিদিনা থনৰ ঘটনা দেখা নাছিলি, কেনেকৈ তোৰ গালত চৰ বহৱালে?

ঃ উঁ। ক্লেংছাৰপ'ৰ ব্যৱহাৰ দেখি আচৰিত হৈছিলো। অমফুৰ লগত তোৰ কিবা সম্বন্ধ থকা বুলি সন্দেহ কৰি সি তোক ঈৰ্ষা কৰে, বুজিছ।

ঃ হ'বও পাৰে। ক্ষমতাই মানুহক অন্ধও কৰে যেন পাইছোঁ। ---লানি পাতি পাহাৰৰ কাষেৰে উৰি যোৱা বগলীজাকলৈ চাই সি ক'লে।

বৰষুণ অহাৰ সম্ভাৱনা দেখি ম'হজাক গাঁওমুখী কৰিলে সিহঁতে। ছেং তেৰণৰ মনত বিষাদৰ ভাব। ম'হজাকৰ পাছে পাছে ম'হৰ পিঠিত উঠি লাং-বিৰিকে আপোনমনে গীত গাই গৈ থাকিল ঃ

লংচক ছ' দেংলিম[৪৫]
ছামি মেত ডালিম,
জিপু চক আদিম;
ডালিম নাংইৰ্ক্লিন
ৰিৰ্‌উনএ ক্লানজিন। ই---হু-হু।

---

৪৪ গায়ক।

৪৫ হে প্ৰিয়া, কাপোৰ ধোৱা ঘাটৰ সেই সৰু শিল চট্টাত লাগি থকা তোমাৰ গাভৰু দেহাৰ গোন্ধবোৰ এতিয়াও মাৰ যোৱা নাই।

গীতফাকি শুনি বেদনা-বিধুৰ ছেং তেৰণেও হাঁহিলে। ৰংমিলিৰ মৰমী-ঘাটত চিৰিপ চিৰিপ কৰি কাপোৰ ধুই থকা অমফুৰ ছবি তাৰ চকুৰ আগত ভাহি উঠিল। ঘাটৰ শিলডোখৰত লাগি থকা প্ৰেয়সীৰ দেহৰ সৌৰভ যেন ম'হৰ পিঠিৰ পৰাই সি উপলব্ধি কৰিলে। বিজুলীৰ চিকমিকনিৰ দৰেই তাৰ দেহ-মন অস্থিৰ হৈ পৰিল।

পথাৰৰ পৰা ম'হজাক আহি গাঁও পাওঁতে গধূলিয়েই হ'ল। পশ্চিম আকাশ খন মেঘাচ্ছন্ন হেতুকে অন্য দিনতকৈ আন্ধাৰ সোনকালেই নামি অহা যেন লাগিল। ম'হহাল বান্ধি ছেং তেৰণে অমফুহঁতৰ ঘৰখনলৈ চাই পঠিয়ালে। জখলামুখতে বৈ থকা অকলশৰীয়া কুকুৰটোলৈ মৰম লাগি গ'ল তাৰ। অমফুহঁতৰ গোটেই ঘৰখনৰ পৰিবেশটোৰ প্ৰতিয়েই তাৰ মৰম লাগি গ'ল। মৰমবোৰ কিয় বাৰু এনেদৰে ইয়াত থূপ খালেহি? প্ৰেমত পৰিলে প্ৰেমিকাৰ ঘৰখনৰ সামান্য কুটা-ডালো অপৰূপ আৰু মৰম লগা হয় বুলি তাৰ বন্ধুৱে কোৱা কথাষাৰলৈ মনত পৰিল। তেন্তে মোৰো সেয়ে হ'ল নেকি? সি ভাবিলে।

ম'হহালৰ খবৰটো দি আহিবলৈ সি চাংখনলৈ উঠি গ'ল আৰু কুকুৰটোৰ গাত হাত ফুৰাই বাছাপীক মাত দিলে—

ঃ নী ঘৰত আছেনে?

ঃ অঁ—ছেং নেকি? আহা।—ভিতৰৰ পৰাই মাত দিলে।

ঃ নবহো নী। ম'হহাল বান্ধি থ'লো। অমফু নাই নেকি?

ঃ নাই। তোমালোকৰ সেই ফালেই গৈছে। দেখা পালে পঠিয়াই দিবাচোন।

ঃ ভাল বাৰু। আহিলোঁ। —বাছাপীৰ উত্তৰলৈ অপেক্ষা নকৰি সি খপ খপকৈ চাঙৰ পৰা নামি গ'ল।

পশ্চিমৰ আকাশখন ঘন ক'লা হৈ উঠা সি দেখিলে। কাৰ ঘৰত অমফু থাকিব পাৰে, সি বাটত যাওঁতে চিন্তা কৰি গ'ল। সম্ভৱ তাই কাদমহঁতৰ ঘৰলৈকে গৈছে— সি ভাবিলে। খবৰটো দি আহিবলৈ সি অলপ বেগাই খোজ দিলে।

সিফালৰ পৰা অমফু তলমূৰ কৰি আহি আছিল। জোপাহা বনে ছেঙক আঁৰ কৰি ধৰিছিল। বাট-বেবুৰিত হঠাৎ দুয়ো মুখামুখি হ'ল। ছেঙক দেখা পাই তাই থতমত খালে। অমফুৱেও ছেঙৰ কথাকেই ভাবি আহিছিল। হঠাতে দেখা পাই পুৱাৰ স্মৃতিয়ে তাইৰ মুখলৈ জৰজৰাই লাজবোৰক নমাই আনিলে। ছেং বুলি মাত লগাবলৈকে তাইৰ লাজ লাগি গ'ল। দোধোৰ-মোৰ হৈ বৈ থকা অমফুলৈ সিও হতবাক হৈ চাই ৰ'ল।

কি অপৰূপ এই অমফুজনী!—ছেং তেৰণে ভাবিলে। দিনটোৰ স্মৃতিবোৰ তাৰ মনৰ কক্ষত ভৰি পৰিলহি। কাদমৰ ঘৰত লগ পালে মনৰ, প্ৰাণৰ সমস্ত কথা উজাৰি কম বুলি পাঙি থোৱা কথাবোৰ চোন মনৰ ভিতৰৰ পৰাই ওলাই আহিব নোৱৰা হ'ল।

লাজবোৰ হঠাৎ ক'ৰপৰা নামি আহিল বাৰু?

এবাৰ তাৰ ফালে, এবাৰ মাটিৰ ফালে চাব ধৰা অমফুৰ চঞ্চল চকু দুটালৈ সি লক্ষ্য কৰিলে।

তাইৰ চকুত যে বিজুলীৰ অস্থিৰতা!

তাই একাষৰীয়া হৈ ছেং তেৰণক বাট এৰি দিলে। ছেং তেৰণে দুখোজমান আগুৱাই অমফুক মাত দিলে—

ঃ অমফু!

তাই ছেং তেৰণৰ মাত শুনি থমকি ৰ'ল।

ঃ অমফু, তোমাক নীয়ে বিচাৰিছিল।

ঃ কিয়?

ঃ সম্ভৱ গধূলি হোৱা বাবেই।

ঃ অঁ। যাওঁ।—তাই যাব বিচাৰিলে।

ঃ অমফু!—ছেঙৰ মাতত কঁপনি।

এক আবেগিক তাড়নাত তাৰ মাত কঁপি উঠিল। অমফুৰ খোজ পুনৰ ৰৈ গ'ল। তাইৰো মন এক হাহাকাৰত নিমজ্জিত হৈ পৰিল। তাৰ ফালে চাই মাটিত ভৰি আঙুলিৰে আঁক-বাঁক কৰিব ধৰিলে। বান্ধ নোখোৱা চুলি কেইডালে বতাহত নাচি তাইক আমনি দিব ধৰিলে। অমফুলৈ হঠাতে বৰ মৰম লাগি গ'ল তাৰ। আবেগ-বিহ্বল হৈ সি ক'লে—

ঃ মই অতি দুখীয়া অমফু।

ছেঙৰ কথষাৰে অমফুৰ বিবেকক আঘাত হানিলে। তাই কাষ চাপি আহি ছেঙক সুধিলে—

ঃ দুখীয়া? কিহত?

ঃ দুখীয়াৰ মনৰ কথাবোৰ মনতেই গলি যায় বাবেই!

ঃ মই বুজি পোৱা নাই ছেং!

ঃ ধনেহে মনক চহকী কৰে।

ঃ ওহোঁ। মনেহে মানুহক চহকী কৰে। কাতৰ হৈ পৰা ছেঙলৈ চাই অমফুৱে ক'লে।

ঃ তেন্তে মোৰ মনৰ কথা জানো সিদ্ধি হ'ব?

ঃ কিয়? কিহৰ কথা ছেং?

আকৌ তাৰ মুখত লাজে হেচা মাৰি ধৰিলেহি। উদ্বিগ্নভাৱে থৰ লাগি চাই থকা অমফুৰ চকু দুটালৈ চাই ৰ'ল সি।

ঃ কি কথা, নোকোৱানো কিয়?

ঃ তুমি মোৰ হ'বা জানো?—দেহৰ সমগ্ৰ শক্তি সঞ্চয় কৰি ছেং তেৰণে অমফুক সুধিলে।

ছেঙৰ কথা শুনি তাই লাজত ভাগি পৰা যেন হ'ল। লাজ লাজ ভাবেৰে একো নামাতি তাই মাটিত ঘনাই ভৰিৰে আঁক-বাক কৰিব ধৰিলে। আঁক-বাঁক কৰি থকাৰ মাজেৰে যেন তাইৰ মনৰ কথাবোৰ ক'ব বিচাৰিছে। তাই ছেঙলৈ চাই ক'লে—

ঃ মই নাজানো ছেং। মই তোমাক প্ৰাণ ভৰি ভাল পাওঁ। ঈশ্বৰে আনি'লে মোৰ কোনো আপত্তি নাই।

অমফুৰ কথাষাৰে ছেং তেৰণৰ অন্তৰত এক অভূতপূৰ্ব আনন্দৰ শিহৰণ জগাই দিলে। সি অমফুৰ মুখলৈকে চাই পৰম সন্তুষ্টি লাভ কৰিলে। ইতিমধ্যে বতাহ ক্ৰমে বেছি হৈ আহিব ধৰিলে। ৰংমিলিৰ গছ-বিৰিখবোৰ যেন আনন্দত অধীৰ হৈ নাচিব ধৰিলে। ছেং তেৰণে অমফুক ক'লে—

ঃ অমফু, যোৱা। বৰষুণ আহিব।

তাই লাহে লাহে খোজ ল'লে। তাইৰ স্পৰ্শ-কাতৰ অন্তৰখনে ছেঙৰ সান্নিধ্য বিচাৰিছিল। বতাহত গাৰ কাপোৰ উৰুৱাই নিব ধৰা অমফুলৈ কিছু সময় চাই সিও ঘৰমুৱা হ'ল। চকু চাট মাৰি ধৰা বিজুলীৰ পোহৰ আৰু মেঘৰ গুৰু-গম্ভীৰ গাজনিয়ে ৰংমিলিৰ আকাশ-বতাহ অস্থিৰ কৰি তুলিলে।

## ওঠৰ

কামপুৰ।

কপিলী নৈৰ পাৰৰ এটি ৰেল ষ্টেচন।

নগাঁও জিলাৰ দক্ষিণ অঞ্চলৰ এটি প্ৰধান শিক্ষা-কেন্দ্ৰ।

বিস্তীৰ্ণ মিকিৰ পাহাৰত আলোক বিকিৰণৰ কেন্দ্ৰস্থল এই কামপুৰ। ইয়াৰ বিভিন্ন শিক্ষানুষ্ঠানবোৰে সুদূৰ ৰংখাং মৌজাৰ দুৰ্গম পাহাৰীয়া অঞ্চলবোৰত শিক্ষাৰ পোহৰ দি আহিছে। পূবাঞ্চলৰ পাহাৰবোৰতো সেই পোহৰৰ ঢৌবোৰে এক আলোড়ন সৃষ্টি কৰিছিল। এনে নৱজাতকৰ আলোড়নেৰে অনুপ্ৰাণিত হৈ পূব আৰু পশ্চিমৰ মিকিৰ পাহাৰৰ বহুতো ল'ৰা নামি আহিছিল আৰু কামপুৰত ব'ডিংঘৰ সাজি জ্ঞান লৈছিল। সিহঁতে নতুন যুগৰ প্ৰস্তুতি চলাইছিল, অনুশীলন কৰিছিল এই সৰু অথচ নিৰিবিলি চহৰখনত।

কামপুৰ নিম্ন মজলীয়া স্কুলখনে কণ কণ শিশুহঁতক নতুন শিক্ষাৰে উদ্বুদ্ধ কৰি তুলিছিল, স্কুলখনৰ আদৰ্শই উঠি অহা কিশোৰ-কিশোৰীহঁতৰ প্ৰাণত এক নতুন পৃথিৱীৰ প্ৰেৰণা জগাই তুলিছিল। ৰেল-পথৰ উত্তৰে থকা হাইস্কুল-খনেও শ শ ল'ৰা-ছোৱালীক নতুন সমাজৰ ভাবমূৰ্তি আৰু নেতৃত্ব গঢ়াত অৰিহণা যোগাই আহিছিল। কামপুৰ হাইস্কুলখন এক আদৰ্শৰ জ্যোতিত জিলিকি আছিল—স্বজ্যোতিৰে।

ছাৰইক তেৰাঙো সেই জ্যোতিত বিমোহিত হৈছিল। তাৰ একেটি ল'ৰা হেমাইক কামপুৰলৈ আনি ধনেশ্বৰ মাষ্টৰৰ ঘৰত থলেহি। বৈঠালাংছু'ৰ আশে-

পাশে থকা গাঁওৰ কেইখনক বুজাই স্কুল পাতিব নোৱাৰি ছাৰইক তেৰাং ভাগৰি পৰিছিল। অঞ্চলটোৰ সমালোচনাৰ পাত্ৰ হৈ পৰিছিল ছাৰইক তেৰাং। হাবে-ছিক'ৰ তীব্ৰ কোপাগ্নিত, উপহাসৰ নিষ্ঠুৰ দংশনত ছাৰইকে চকু মেলিব নোৱৰা হ'ল। নতুন দিনৰ, নতুন আশাৰ আলোকসন্ধানী ছাৰইকে নীৰৱে সকলো সহি যাবলৈ ধৰিলে। ধীৰ প্ৰৱাহিত বৰপানীৰ দৰেই ছাৰইকে বিশ্বাস কৰে এক মুক্ত নিৰবচ্ছিন্ন গতি-সত্যাক। স্থবিৰ স্তব্ধ গতিৰে সৈ'তে ছাৰইকৰ সংগ্ৰাম আজন্ম।

ধনেশ্বৰ মাষ্টৰৰ ঘৰত হেমাইক থৈ সি ঘৰমুৱা হ'ল। উজনিৰ ফালে আগুৱাই নিয়া নাওখনৰ পৰা পাণ এখিলা, তামোল এটি কপিলীৰ সোঁতত উটুৱাই সি সন্মান জনালে চিৰশাশ্বত কপিলীৰ গতিক। মনেৰেই সি প্ৰাৰ্থনা জনা'ল— হেমাইৰ মন যেন বৰপানীতকৈয়ো বহল কপিলীৰ সোঁতৰ দৰেই প্ৰশান্ত আৰু গতিশীল হয়।

ভটিয়নি সোঁতত পাণখিলা উটি যাবলৈ ধৰিলে। ছাৰইকৰ মনটো ফৰকাল হৈ পৰিল। পাণ-তামোলেদি নৈক সেৱা কৰা দেখি নাৱৰীয়াজনে তাক সুধিলে—

ঃ অ' ককাই, সেয়া কি কৰিছ ?

ঃ সেৱা কৰিছোঁ অ' ভাই।—ছাৰইকে ক'লে।

ঃ কিয় ?

ঃ আমাৰ নিয়ম। কপিলী আইক পাণ-তামোল আগ বঢ়াইছোঁ। কপিলী-য়েই আমাক জীয়াই ৰাখিছে। বুজিছ ভাই ?

ঃ এৰা ককাই, তই সচা কথাকেই কৈছ। নাওখন ঘাটমুখী কৰি নাৱ-ৰীয়াজনে ক'লে। বঠাপাত ধৰি সি পনৰ ছাৰইকক সুধিলে—

ঃ পিছে ককাই, সিদিনাখন তোৰ লগত অহা ল'ৰাটো ক'লৈ গ'ল।

ঃ অ', তাৰ ইস্কুলত দি আহিলোঁ।

ঃ ভাল কৰিছ। তহঁতৰ তাত ইস্কুল নাই নেকি ?

ঃ নাই অ' ভাই। নাই বাবেই তাক ইয়ালৈকে লৈ আহিলোঁ। টাউনৰ ইস্কুলখনতে তাক লগাই দিলোঁ। ইস্কুলখন ভালনে ভাই ?—স্কুলখনৰ বিষয়ে জনাৰ আগ্ৰহেৰে সি সুধিলে।

ঃ অঁ, বৰ ভাল ইস্কুল সেইখন। গগৈ ছাৰ বৰ ভাল মাষ্টৰ। সেইখন ইস্কুলে প্ৰতি বছৰে চাৰি-পাঁচটাকৈ বিৰতি পাই থাকে। গগৈ ছাৰৰ বিষয়ে কাম-পুৰৰ কোন মানুহে নাজানে ? তই তাত নাম লগাই দি ভালেই কৰিলি। —বঠা-পাতেৰে নাওখন পাৰলৈ চপাই স্কুলখনৰ বিষয়ে ছাৰইকক বুজালে। ঘাটৈজনৰ মুখত স্কুলৰ বিষয়ে জানিব পাৰি সি নিশ্চিন্ত হ'ল। নাৱৰ পৰা নামি ঘাটৈক এপইচা আগ বঢ়াই দিলে। ঘাটৈজনে পইচাটো লৈ ছাৰইকক সুধিলে—

ঃ ককাইৰ ঘৰ ক'ত ?

ঃ ৰ'থাত লাংছ'ত।

ঃ অ' বৈঠালাংছু'। মহয়ো তহঁতৰ পাহাৰলৈ যাব পাৰিমনে ?

ঃ ইচ্ কিয় নোৱাৰিবি। মঙ্গলবাৰে আমাৰ তাত হাট এখন লাগে নহয়, হাটলৈ যোৱা মানুহৰ লগতে আহিব পাৰবি। যাওঁদেই।

ঃ অঁ ককাই, যা দে।

মুকলি ঘাটৰ পৰা হাৰইক লুংলুঙীয়া বাটত সোমাই গ'ল। কজলা ৰঙৰ ৰংখাং পৰ্বতৰ শাৰীবোৰ বৰতানিয়ে ঢাকি ধৰিলে।

০ ০ ০

কামপুৰ নিম্ন মজলীয়া স্কুলত হেমাই তেৰাঙে জীৱনৰ এক নতুন বুনিয়াদ গঢ়ি তুলিবলৈ সংকল্প ল'লে। বস্তা এখনত কিতাপ-ফলি মেৰিয়াই সি স্কুললৈ ওলাই গ'ল আগৰ দৰেই। দেউতাকে কিনি দিয়া নতুন কাপোৰযোৰ পিন্ধি সি এক অনাবিল আনন্দ উপলব্ধি কৰিলে। ৰাতিপুৱাৰ জুৰ বতাহত গছৰ পাতবোৰ জিৰ জিৰকৈ নাচিব লাগিছে। গছৰ পাতে পাতে সৰুযৰ কোমল পোহৰ পৰি জিলিঙনি তুলিবলৈ ধৰিলে। লাহে লাহে সি বেল-বাট পাৰ হ'ল। প্ৰথম দিনৰ ভয়-শংকাবোৰ তাৰ মনৰ পৰা আঁতৰি গল। স্কুলত সোমাই তাৰ নিৰ্দিষ্ট আসনত বস্তাখন পাৰি বহিল। পেন্সিলডাল উলিয়াই ফলিখনত স্কেলৰ সহায়ত আঁক পাৰিলে। এসপ্তাহেই হ'ল—হেমাই স্কুললৈ যোৱা। লগৰ ল'ৰা-ছোৱালী-বোৰেও হেমাইক মাত-বোল কৰা হ'ল। কাষতে বহি থকা সোমেশ্বৰে মাত লগালে

ঃ এই হেমাই।

ঃ হোঁ— ?

ঃ তোৰ ঘৰ ক'ত বুলি কৈছিলি ?

ঃ ৰংখাং।

ঃ ৰংখাং ? ৰংখাং কি অ ?

ঃ মই নাজানে।—হেমায়ে গহীনাই ক'লে।

তাৰ ভাষা শুনি কাষৰ ল'ৰা-ছোৱালীবোৰে হাঁহিলে। লগৰীয়াবোৰে তাৰ হাঁহা দেখি সি খং কৰি ক'লে—

ঃ কি তোমাৰ হাঁহিছে ?

সিহঁতে আৰু বেছিকৈ হাঁহিবলৈ ধৰিলে। তাৰ সোকাষতে বহি থকা আঘোণীয়ে হেমাইক সুধিলে—

ঃ এই হেমাই তোৰ কাণ দুখন ফুটা কিয় ?

ঃ আমাৰ নিজম আছে অ'।—তাৰ মখত বিৰক্তিৰ ভাব।

সোমেশ্বৰ, মাঘেশ্বৰ, আঘোণী ৰূপেশ্বৰীহঁতে নানা প্ৰশ্ন কৰি হেমাইক আমনি দিবলৈ ধৰিলে। সহপাঠীবোৰৰ তুলনাত হেমাইৰ বয়স কিছু বেছিও। স্কুলৰ পৰিবেশত সোমাই তাৰ বিবা আচহুৱা লাগিল। স্কুলৰ চাৰিবেৰৰ মাজত থাকি-বলৈ তাৰ মনে বিদ্ৰোহ কৰিব ধৰিলে। হঠাতে তাৰ মনটো ঘৰলৈ উৰা মাৰিলে। ঘৰৰ প্ৰতিটো ছবিয়েই তাৰ মনশ্চক্ষুত ওপঙি ফুৰিবলৈ ধৰিলে। মৰমৰ কেকছ'-জনী! তাৰ মনে যেন হাহাকাৰ কৰিবলৈ ধৰিলে। লংকিবিছ'-লাৰছিকাহঁতে

গছৰ তলত ঘিলা খেলি আছে চাগৈ । চকু দুটা তাৰ সেমেকি উঠিল । ওলাই আহিব ধৰা চকুপানীখিনি গোপনে সি মচি পেলালে ।

বগা ধুতি আৰু কামিজ পিন্ধি প্ৰধান শিক্ষক যজ্ঞোৰাম গগৈ কোঠালিত সোমালহি । সকলোবোৰ ল'ৰা-ছোৱালীয়ে বহাৰ পৰা উঠি থিয় দিলে । ঘৰৰ কথাবোৰ ভাবি থাকোঁতে হেমায়ে থিয় দিবলৈকে পাহৰিলে । বহি থকা হেমাইলৈ চাই প্ৰধান শিক্ষকে মাত লগালে ।—

ঃ হেমাই তেৰাং ।

প্ৰধান শিক্ষকৰ মাত শুনি হেমাই উচপ খাই উঠিল । তাৰ হঠাতে খেলি-মেলি লাগি গ'ল । দোধোৰ-মোধোৰ হোৱা হেমাইক কাষলৈ মাতি নিলে আৰু মৰম কৰি শিক্ষকে বুজনি দিলে—

ঃ হেমাই, শিক্ষক সোমালে থিয় দিব লাগে, বুজিছ ?

মুখেৰে নামাতি ভৰিৰ আঙুলিৰে মাটিত আক-বাক কৰি থকা দেখি হেমাইক পুনৰ সুধিলে—

ঃ তই মোৰ কথা বুজিছ ?

ঃ বুজিছে ছাৰ ।—খোকাথুকি মাতেৰে সি ক'লে ।

ঃ তই কান্দিছ নেকি ?

সি মূৰটো জোকাৰি 'নাই কন্দা' বুলি শিক্ষকক বুজালে । হেমাইৰ কাষত বহা সোমেশ্বৰক মাতিলে—

ঃ সোমেশ্বৰ ।

ঃ ছাৰ ।—সি থিয় হৈ প্ৰধান শিক্ষকলৈ চালে ।

ঃ তহঁতে হেমাইক জোকাইছিলি নেকি ?

ঃ আমি নাই জোকোৱা ছাৰ ।—ভয়ে ভয়ে সি উত্তৰ দিলে । হেমাইক তাৰ নিজৰ ঠাইত বহিবলৈ দি যজ্ঞোৰাম গগৈয়ে ক'লে—

ঃ অ' তহঁতে ইয়াক নোজোকাবি । সি কিমান দূৰৰ পাহাৰৰ পৰা ঘৰ এৰি পঢ়িছেহি, তহঁতে জান ? তাক মৰম কৰিবিহঁক । তহঁত এটাইবোৰেই অসমী আইৰ নতুন মইনা । ইয়াত আমি একেটি ঘৰৰ ল'ৰা-ছোৱালী ।

মাঘেশ্বৰ আঘোণীহঁতেও প্ৰধান শিক্ষকৰ আবেগপ্ৰৱণ কথাবোৰ মনোযোগেৰে শুনিলে । জেপ ঘড়ীটো উলিয়াই সময় কিমান হ'ল প্ৰধান শিক্ষকে চালে । ঘড়ীটো জেপত সুমুৱাই তেওঁ ক'লে—

ঃ এতিয়া তহঁত সৌ সন্মুখৰ চোতালখনলৈকে যাহঁক । আৰু, সোমেশ্বৰ শুন । সৰু নেওতা এশলৈকে পঢ়াবি বুজিছ ।

ঃ বুজিছোঁ ছাৰ ।—সোমেশ্বৰে সমিধান দি ক'লে ।

নেওতাখন হাতত লৈ সোমেশ্বৰৰ পাছে পাছে হেমাই, আঘোণী, মাঘেশ্বৰহঁত কোঠাৰ পৰা ওলাই গ'ল । সকলোৱে শাৰী পাতি সন্মুখৰ বহল চোতালত থিয় দিলেগৈ । ওজা ছাত্ৰ সোমেশ্বৰৰ পাছে পাছে বাকীবোৰেও আওৰাই গ'ল—এক, দুই, তিনি, চাৰি—একত শূন্যে দহ, এক দহ । একত একে এঘাৰ, এক দহ এক ।

অন্যবোৰৰ লগত হেমায়ো নেওতাখন খুলি আওৰাই গ'ল। এয়া হেমায়ে কি সুৰ শুনিছে? সমস্বৰে গোৱা নেওতাৰ সুৰ-ধ্বনিয়ে হেমাইৰ অন্তৰত এক নতুন সুৰৰ উন্মেষ কৰিলে। এই সুৰ যে একতাৰ সুৰ, আনন্দৰ সুৰ। এক নতুন অনুভূতিয়ে তাক আনন্দিত কৰি তুলিলে। কাষৰ নাৰিকল গছৰ পাতবোৰ বতাহত কঁপাৰ দৰেই, হেমাইৰ হিয়াতো এক নতুন সুৰৰ কঁপনি সি উপলব্ধি কৰিলে। স্কুল ঘৰৰ আগেদি পুৱাৰ ডাক গাড়ীখন আঁতৰি যোৱাৰ দৰেই গহ বিচ্ছেদৰ বেদনাবোৰ তাৰ মন-দিগন্তৰ পৰা লাহে লাহে আঁতৰি গ'ল। স্কুল ঘৰটো হেমাইৰ অতি আপোন হৈ পৰিল। এয়া এক নতুন জিৰছং, নতুন ডেকা চাং।—সি অনুভৱ কৰিলে।

## উনৈশ

ৰংমিলি গাঁৱৰ উৰ্বলি যোৱা এখনি চাংঘৰ। খেৰবোৰ পচি পচি চালৰ কামিবোৰ ওলাই পৰিছে। চাঙৰ কামিবোৰো পঁচা। ভৰি দিয়াৰ লগে লগে চাংখনৰ পৰা তললৈ খহি পৰিবৰ ভয় হয়। ঘৰৰ বেৰ কেইখনো জোৰা-টাপলি দিয়া। পদূলি মুখখনো অপৰিষ্কাৰ। চাংখনৰ তলখনো দুগন্ধময়। গাহৰিবোৰে লেপেট লৈ দুগন্ধ আৰু বেছিহে কৰিছে। ঘৰৰ চাৰিও কাষ হাবিয়ে ছাটি ধৰিছে। উশাহ নোপোৱা পৰিবেশত চাংঘৰে যেন বিদ্ৰোহ ঘোষণাহে কৰিছে!

কিন্তু লিন্দক তেৰণ?

সেয়া জানো তাৰ ঘৰ নহয়?

হয়, এইখন তাৰেই ঘৰ। এবুকু মৰম আৰু আশ্ৰয় দিব পৰা তাৰ আপোন ঘৰ এইখনেই।

কিন্তু সি নিৰ্বিকাৰ আৰু উদাসীন। নিস্তেজ তাৰ দষ্টি-ভঙ্গী।

কানিৰ ৰাগিত সি নিদ্ৰালু। কানি টিকিৰাৰ পৰা নিগত ধোঁৱাৰ দৰেই ধূম্ৰময়, স্বপ্নিল আৰু কোমল সেই নিদ্ৰা। কানিৰ মায়াৰে মোহিত লিন্দক তেৰণৰ গাত, পূৰ্বৰ লিন্দকৰ ছাঁহে মাথোন আছেগৈ।

তাহানিখনৰ লিন্দক তেৰণ আছিল কমঠ আৰু বলী। দূৰৰ পাহাৰৰ পৰা মোনে মোনে ধান কঢ়িয়াইছিল সি। ভঁৰালঘৰ গুটি-ধানেৰে ঠাহ খাই আছিল সিহঁতৰ। হাচ্ছা নৃত্যৰ তালে তালে সিহঁতৰ চাংখনো নাচিছিল। লাওপানী আৰু ফটিকা খাই সিহঁতে হাঁহিছিল, গীত গাইছিল। তাৰ পত্নী কাৰেং ৰংহাংপীয়েও প্ৰাণ খুলি হাঁহিছিল। সিহঁতৰ লগত ঘৰখনেও প্ৰাণ খুলি হাঁহিছিল। মোনে মোনে সৰিয়হ, লা, তিল কেঞ্জা মহাজনৰ দোকানত থুপ খাইছিল। লিন্দক তেৰণৰ

কপালৰ ঘামেৰে সৃষ্টি কৰা সোণৰ টেঁকুৰাবোৰ পাই কেঞ্চা মহাজনে সোণেৰে বন্ধোৱা দাঁত কেইটাৰে হাঁহিছিল। কানিৰ বিনিময়ত বিনা আয়াসতে সোণৰ টুকুৰাবোৰ বুটলিব পৰা দেখি কেঞ্চাৰ চকু দুটা বেছিকৈ জিলিকি উঠিছিল।

সময় বাগৰাৰ লগে লগে কানিৰ ক'লা ৰঙে লিন্দকক বৰকৈ মোহিলে। কাৰেঙৰ ৰাপ-যৌৱন'বোৰ কানিৰ ক'লা ৰঙে গলাই পেলালে। তাইৰ খিলখিলিয়া হাঁহিবোৰ ক্ৰমে খিংখিঙিয়া হৈ পৰিল। ছেং, কাক্ৰুং, বংএহঁত পৃথিৱীত খোজ দিয়াৰ লগে লগে কাৰেংজনী হাঁহিবলৈ নজনা হ'ল। তাইৰ মিঠা হাঁহিবোৰ কানিৰ ধোঁৱাত হেৰাই গ'ল। তাইৰ কপালৰ গাথিবোৰ থুপ খাই পৰিল। কিচকিচিয়া চুলিকোছা বিশৃঙ্খল হৈ ৰঙচুৱা হ'ল। পিন্ধি থকা পীনিখনৰ ৰঙো ধোঁৱা বৰ-ণীয়া হ'ল। ন'থেংপিৰ পৰিৱৰ্তে তাইৰ কাণ দুখন বাঁহৰ চুঙাই দখল কৰিলেহি। ঘৰৰ বস্তুবোৰো এপদ এপদকৈ কানিৰ বন্ধকত নোহোৱা হ'ল। লিন্দক তেৰণৰ ঘৰখন এতিয়া এলান্ধুকলীয়া হ'ল। কিন্তু কানিৰ ধোঁৱা খোৱাত সি মছগুল। কানিৰ বাহিৰে এতিয়া অন্য চিন্তা সি কৰিব নোৱাৰে।

আহাৰৰ ভৰ দুপৰীয়া।

বাহিৰত জুই হেন চোকা ৰ'দ।

পকা চাই কেইখিলামান পাণ হাতত লৈ সিৰবোৰ গুচাইছে লিন্দকে। সিৰ-বোৰ গুচাই কটাৰিৰে মিহিকৈ কুটিলে। কুটা পাণখিনি কাণ ভগা কেৰাহি এখনত শুকান কৰি ভাজিলে। গলাই থোৱা কানিখিনি ভজা পাণত মিহলালে। কানি মিহলি পাণখিনি জ্বলা আঙঠাৰ তাপত বাঁহৰ সৰু খৰিকা দুডালেৰে সেক দিলে। সেক দিয়া পাণখিনি ৰঙচুবা হ'ল। পাণখিনিৰ সৰু সৰু টিকিৰা কৰিলে। পকা কলআৰু জুইত পুৰা আলু এডোখৰ যতনাই এবাতি ৰঙা চাহ লিন্দকে বাকি ল'লে। টিকিৰা খোৱা বাহৰ চুঙাটোত কানি টিকিৰা এটা লাহেকৈ থাপিলে। জ্বলা আঙ-ঠাৰে টিকিৰাটো আলফুলকৈ জ্বলালে। শোহা মৰাৰ লগে লগে টিকিৰাটো জ্বলি উঠিল। প্ৰজ্বলিত টিকিৰাৰ ৰঙা জুইকুৰা তাৰ সৰু সৰু চকু দুটাত জিলিকি উঠিল। এইয়া লিন্দক তেৰণৰ ৰাতিপুৱাৰ প্ৰস্তুতি।

লাহে লাহে ধোৱাবোৰ এৰি দিলে। টিকিৰাৰ ধোৱাবোৰ যে ইমান মৰমৰ! নাকে-মুখে ধোৱাবোৰ ওলাই যোৱাৰ লগে লগে তাৰ চেলাউৰি দুটাও নাচিবলৈ ধৰিলে। যেন সেয়াও টিকিৰা পোৱাৰ আনন্দৰ মোহিনী নৃত্যহে।

সি 'উঁহ্' বুলি শব্দ কৰিলে। নিমিষতে টিকিৰাটো পুৰি শেষ হোৱাৰ বেদনা যেন উঁহ্ শব্দৰ মাজেৰে প্ৰকাশ হৈ পৰিল। আলু এডোখৰ চোবাই ঘৈণীয়েকক মাতিলে—

ঃ কাক্ৰুঙৰ মাক, অ' কাক্ৰুঙৰ মাক!

ঃ মা ঘৰত নাই। বাছাপ'ৰ ঘৰত ধান বিচাৰি গ'ল। আহি পোৱাহি নাই। ভিতৰৰ পৰা জীয়েকে মাত দিলে।

ঃ ভাত হৈছে নে আই?

ঃ ভাত সিজাবলৈ চাউলেই নাই। মা আহিলেহে হ'ব।

ঃ ককায়েৰা ক'লৈ গ'ল ?

ঃ জানো ? ৰাতিপুৱাই ওলাই গ'ল দেখোন।

ঃ ভালেই হৈছে। মই কানিৰ চিন্তাই কৰিম নে ভাত মুঠিৰেই চিন্তা কৰিম।

বাপেকৰ কথাত একো উত্তৰ নিদি মনে মনে তাই ভিতৰতে বহি থাকিল।

অলপ পিছতেই কাৰেং ৰংহাংপী ঘামি-জামি ওলালহি। পিঠিত ধানৰ টোপোলা। সন্মুখত সৰু কেচুৱাটো। ৰদত লালকাল দি কেঁচুৱাটো টোপনি গৈছে। তাইৰ লুধুমা পৗনিখন ৰঙা-নীলা সূতাৰে বহু ঠাইত সিঁয়া। টোপোলাটো নমাই তাই দীঘলকৈ উশাহ ললে। বৈ অহা কপালত ঘামবোৰ কাপোৰেৰে মচি জীয়েকক মাতিলে—

ঃ কাক্ৰুং পানী এবাতি লৈ আনচোন আই। উস ! ৰ'দ যে উঠিছে আৰু।

ঘৈণীয়েকলৈ চাই লিন্দকে একো মাত নামাতি টিবিৰা এটা নতুনকৈ জ্বলালে। ধোৱাবোৰ ওলাই যোৱাৰ লগে লগে কুহুৰ কুহুৰ কৰি কিছু সময় কাহ মাৰিলে। জ্বলি শেষ হোৱা টিকিৰাটো য মাৰি পেলাই ঘৈণীয়েকক সুধিলে —

ঃ ধান পালানে ?

ঃ অ এপৰাচে পালো। —কাক্ৰুঙে অনা পানী বাতি খাই তাই ক'লে।

কাক্ৰুং ঝুলনি বান্ধি দেচোন ইয়াক শুৱাই থও।

ঃ কিমান পালা বুলি কলা ?—ঘৈণীয়েকলৈ চাই লিন্দাই সুধিলে। ভাগৰি পৰা ঘৈণীয়েকলৈ কোনো সহানুভূতিৰ ইংগিত তাৰ দৃষ্টিত প্ৰকাশ নাপালে।

ঃ এপুৰা।—বিৰক্তিত তাই চমুকৈ ক'লে।

ঃ এ—হ হ'ব। লিন্দক তেৰণৰ দিন উৰ্কলি যোৱা নাই দেখোন।—এই বুলি কৈ সি ঢেকঢেকাই হাহিলে।

গিৰিয়েকৰ হাঁহিত তাই একো অৰ্থ বিচাৰি নাপালে। কোলাৰ কেচুৱাটো ঝুলনিত ভৰাই কাক্ৰুঙক ক'লে—

ঃ আই ধানখিনি ৰদত দে। বৰষুণ আহিবও পাৰে। —আকাশখনলৈ চাই কাক্ৰুঙক ক'লে।

কাক্ৰুঙে অঁ" বুলি লাগি ৰ'দ পৰা ঠাইত ধানখিনি নি ৰ'দালেগৈ। লিন্দক তেৰণৰ গাভৰু ছোৱালী তাই। তাইৰ মুখত ক্ষুধাতৰ ছবি। মুখৰ পৰা যৌৱনৰ হাঁহি হেৰাই গৈছে। তাইৰ চকু দুটাও উদাস আৰু অনুজ্জ্বল। ষোড়শী দেহৰ ৰসবোৰ শুকাই তাই লাৱণ্যহীনা হল শীণা হ'ল। ধানখিনি ৰ'দাই তাই ঘৰৰ ভিতৰলৈ সোমাই গ'ল।

চকু মেলো-নেমেলো কৰি ঘৈণীয়েকলৈ চাই লিন্দকে ক'লে—

ঃ কানি এৰবতিমানহে আছেগৈ। অহা কালিৰ বাবে ক'ত পাও জানো ? উপায় নহ'লে কেঞ্ৰাৰ পৰাই টকা ধাৰ কৰি কানি আনিবগৈ লাগিব।

ঃ ধাৰ ? ধাৰ লবলৈ ধান ক'ত, তিল ক'ত ? মহাজনে কি চাইনো আপো-নাক টকা ধাৰলৈ দিব ?—গিৰিয়েকৰ বিপৰীতমুখী চিন্তাৰ কাৰণে কাৰেঙৰ খং উঠিল ।

ঃ মাটি এডোখৰকে নেপালীক বন্ধকত দিওঁ আৰু । নহ'লে ম'হ এজনীকে বিকি দিওঁ । কানি নহ'লে মই চলিম কেনেকৈ কাক্কুঙৰ মাক ?

ঃ কানিৰ লগতে এপদ এপদ কৰি ঘৰৰ সম্পত্তিবোৰ শেষেই কৰিলে। এতিয়া ম'হ কেইটাকো বিক্ৰী কৰিবলৈ ওলাইছে। নিজৰটো নায়েই ল'ৰা-ছোৱালীৰ ভৱিষ্যৎখিনিকো উদং কৰিলে । মোৰ কপাল ঐ !—দুখ আৰু বিৰক্তিৰে কথাখিনি কৈ ঝুলনিত কেচুৱাটো ভৰালে । ঘৈণীয়েকৰ কথা শুনি লিন্দকে হাঁহি ক'লে—

ঃ লিন্দকৰ জিভাখনেই ধন । কেওা মহাজন থাকে মানে লিন্দকৰ মৰণ নাই । আমাৰ কপালখননো ক'ত তুমি বেয়া দেখিলা বাৰু ? অহা বছৰ ফু কাং-বুৰাই বি-ব্ৰ'কেকৰ জাৰণিত খেতি কৰিব । আমিও তাতে ভালদৰে খেতি কৰিম কি কোৱা ?

ঃ থ'ক, থ'ক । আপুনি খেতি কৰিলে পবৰ বেলিটো পছিমৰ পৰাহে ওলা-বহি । ঘৰৰ বগা ভাত খাবলৈ কপালত নাই আৰু । সংসাৰখন চলাবলৈ টানেই হৈছে । কিমান খুজি-মাগি ফুৰিম ? মানুহৰ আগত মুখখন দেখুৱাবলৈকো লাজ লগা হ'ল ।

ঃ আমি দেখোন বগা ভাতেই খাই আছোঁ । —আলু এ'ডাখৰ মুখত ভৰাই লিন্দকে ক'লে ।

ঃ এৰাতো । বগা ভাত খাবলৈ নাপাব কিয় ! মই বহি আছো নহয় ? নিজে কানীয়া হ'লেই ল'ৰা-ছোৱালীকো কানীয়া কৰিলে ।—ঝুলনিত ৰচী এডাল বান্ধি বান্ধি ঘৈণীয়েকে কথাবোৰ ক'লে ।

ঃ হেৰা মই কানীয়া । গতিকে তুমিও কানীয়ানী । এতিয়া ভাতৰ ব্যৱস্থা কৰা ।—সি ঢেকঢেকাই হাঁহিলে ।

ঃ সকলো কথাই আপোনাৰ বাবে সহজ । অলপো দ-কৈ ভাবি নাচায় । ভাত খাবলৈ চাউল আছে জানো ?

ঝুলনিৰ ৰচীডাল গিৰিয়েকলৈ আগবঢ়াই দি তাই পুনৰ ক'লে—

ঃ ধৰক, ৰচীডালেৰে ঝুলাই থাকক ।

লিন্দকে ধৰোঁ-নধৰোঁ কৰি ৰচীডাল ধৰি ক'লে—

ঃ এহ—এইবোৰ টানিবলৈ বৰ এলাহ লাগে ঐ ছেঙৰ মাক ! তুমি বাৰু চাউল অলপ খুজি আনিবকো নোৱাৰিলানে ?

ঃ এইখিনিয়েই আঁটিছে । পুৱাৰপৰা গধুলিলৈকে ভাত-মুঠিৰ চিন্তাৰ বাহিৰে আমাৰ কিটোনো আছে ?—কথাবোৰ কৈ তাই ভিতৰৰ ফালে খোজ ল'লে । হংকুপৰ ভগা চাওত উজুটি খাই তাই ক'লে—

ঃ কেতিয়াবা ভৰিখনো ভাগিব । কপাল ঐ !

চ'ৰাঘৰত বহি ধোঁৱা টনাৰ আমেজেৰে চকু দুটা বহল কৰি উজুটি খোৱা যৈণীয়েকলৈ চালে। কুণ্ডলী পকাই উৰি যোৱা ধোঁৱাৰ মাজত লিম্দকে নতুন ঘৰৰ ছবি এখন দেখা পালে।

আত্ম-সন্তুষ্টিৰ হাঁহি এটি তাৰ দয়ো ওঁঠত বিৰিঙি উঠিল।

# বিশ

বাৰিষাৰ ক'লা মেঘবোৰ থপ খাই লাহে লাহে কপাহৰ দ'ম যেন হৈ আহিল। আমনি লগা বৰষুণৰ টোপালবোৰ নিয়ৰৰ কণিকা হ'ল। ধানৰ পাতত নিয়ৰৰ টোপালবোৰ ৰ'দত জিলিকি উঠিল। এইয়া যে আহিন।

ছাৰইকৰ জুমতলীখনেও লাহে লাহে ৰং সলালে। গেঁৰেলী হোৱা ধাননি-ডৰা সোণোৱালী হ'ল। সোণালী ৰঙৰ ছুমহ'-চুৰক ধানৰ শীহবোৰ দেখি সি আনন্দিত হ'ল। টোপাল টোপাল ঘামবোৰৰ বিনিময়ত মুঠি মঠি সোণ-গুটি পাব; আই লখিমী তাৰ ঘৰত আশ্ৰয় লবহি। পৰিশ্ৰমৰ সাথকতা ছাৰইকে বুজি পায়। আৰু বুজি পায় গতিৰ কথা, পৰিৱৰ্তনশীল যুগৰ উদীয়মান চেতনাৰ কথা।

টঙিৰ আগফালে পুৱাৰ মিঠা ৰ'দজাক পৰিছিলহি। পিঠিত ৰদ লৈ বন্দু-কৰ নলীডাল চাফা কৰি আছিল ছাৰইকে। কাপোৰ এডোখৰেৰে নলীডালত ঘঁহি ঘঁহি সি ভাবিলে—ভাল কাম কৰিবলৈ গ'লেই মানুহ বিপদত পৰিব লাগে। মই বন্দুক কিনিলোঁ হাবেছিক'ৰ চকুত পোৰণি। তাৰ চকুত টোপনি নোহোৱা হ'ল। লগ লাগি ইস্কুল এখন পাতো বুলি ভবাৰ ফলত মই সমাজদ্ৰোহী হ'লোঁ। কাৰবি নীতি-নিয়মৰ বিৰুদ্ধাচৰণ কৰোঁতা বুলি মোকেহে দোষী কৰে। হেমাইক ইস্কু-লত দিলোঁ, তাৰ বাবে হাবেছিক'ৰ বিদ্ৰূপ বাণত কাণ দুখন মোৰ কলা হোৱাৰ উপক্ৰম হ'ল। লৰেঞ্চৰ লগত কথা পাতিলেও জগৰ। ছিকুৰৰ লগতনো কথা পাতনে? যুগ পৰিৱৰ্তনৰ লগত তাৰ অকণো সম্বন্ধ নাই। যুগৰ গতিক হাবেছিক'ই বিশ্বাস নকৰে।

সি সুৰুযটোলৈ চালে। মিঠা লাগি থকা ৰ'দখিনিয়ে তাৰ পিঠিত পুৰিবলৈ ধৰিলে। ছাঁ পৰি থকা ঠাইলৈকে সি হোঁহকিলে। সদায় দেখি থকা সুৰুযটো-চোন কাহানিও পুৰণি হোৱা নাই। পৰিৱৰ্তনশীল ৰূপবোৰেই সুৰুযটোক নতুন নাই কৰা জানো? এই চিৰসত্যক হাবেছিকেই বিশ্বাস কৰা নাই কিয়?—সি ভাবিলে।

প্ৰতি টোপাল ফটিকাৰ লগত হাবেছিক'ৰ কু-অভিসন্ধিবোৰ লুকাই আছে আৰু বৰহাবেৰ ক্ষমতাৰে তাৰ স্বেচ্ছাচাৰী মনোবৃত্তিক জীয়াই ৰাখিছে। লংৰিৰ ছাৰথেসকলক ভেড়া বুলি ভবাৰ উদ্দেশ্য তেন্তে সেয়েই। আৰু হুলাংদ'? হু'লাংদ'ৰ

জানো শক্তি আছে ? এচিকটা ধূলিৰ সমানো হ'লাংদ'ৰ শক্তিক সি মূল্য নিদিয়ে। কিন্তু শাশ্বত সত্যক সি জানো ঢাকি ৰাখিব পাৰিব ? এতিয়াও ৰেংবংহমৰ দিন বুলিয়েই সি ভাবি আছে। ক'তা, চকুৰ আগতেইচোন মৌজাদাৰে খাজনা উঠাবই লাগিছে, লগতে হাবেসকলৰ মানবোৰকো মৌজাদাৰেই খাইছে। হাবেসকলেচোন মৌজাদাৰৰ বিপক্ষে একোকে কৰিব পৰা নাইকিয়া। দেশখনৰ শাসন পৰিৱৰ্তন হোৱা সি এতিয়াও ক'বকে নোৱাৰে হবলা! নোৱৰাটোৱেই স্বাভাৱিক।

চুকৰ হাবিখনৰ পৰা হঠাতে "হায়!" বুলি হাত চাপৰি বজাই ধাননিৰ চৰাইজাক খেদাৰ শব্দ শুনা গ'ল। ছাৰইকৰ মনৰ সংঘাত মুহূৰ্ততে আঁতৰি গ'ল। ধাননিৰ মাজৰ পৰা এজাক ভাটৌ কেৰকেকাই তাৰ টংখনৰ ওপৰেদি পাহাৰৰ ফালে উৰি গ'ল। বন্দুকটো থৈ সিও "হায়" বুলি উৰি যোৱা ভাটৌজাকক খেদিলে। ধাননিৰ মাজেৰে ঘৈণীয়েকক আহি থকা সি দেখা পালে। বনৰীয়া হাতীয়ে গচকি থৈ যোৱা ধানডৰা দেখি গিৰিয়েকলৈ উদ্দেশ্য কৰি তাই ভোৰ-ভোৰালে—

ঃ অমফুৰ বাপেকে হবলা হাতী অহা গমেই নাপালে। ধান এফাল শেষেই হ'ল। ইচ ইচ, ধুনীয়া ধুনীয়া থোকবোৰ তেনেই থচকি নাইকিয়া কৰিলে।

কেপ হোল্ডাৰত ফটা কানিৰে ঘঁহি ঘঁহি ঘৈণীয়েকৰ কথাবোৰ শুনি গ'ল। পিঠিত খাং লৈ তাই টঙিৰ ওপৰলৈ উঠি আহিল। ঘৈণীয়েকলৈ নোচোৱাকৈ ছাৰ-ইকে ক'লে—

ঃ জুম খেতি কৰি বছৰৰ ভাত মুঠিকে পাবলৈও টান হ'ল। দিনত চৰাই-চিৰিকটিৰ উৎপাত, ৰাতি হ'লেই বনৰীয়া হাতীৰ অত্যাচাৰ। অকলশৰীয়া মানুহ কেনিও উপায় নোপোৱাত পৰিলো।

খাঙৰ পৰা পাণ-তামোলৰ 'চুইখ' উলিয়াই গিৰিয়েকৰ কাষতে তাই বহিলহি। পাণছালি এখন গিৰিয়েকলৈ আগ বঢ়াই তাই নিজেও এখন মুখত ভৰাই ল'লে। পাণছালি চোবাই তাই ক'লে—

ঃ ক'লেও জগৰ লাগে। হেমাইক ইস্কুলত নিদিলেনো কি লোকচান ? খেতিৰ সময়ত মানুহ পাবলৈকো নাই ম'হহাল চৰাবলৈ গুৱালো নাই। ঘৰতো অমফুজনী অকলে। তাইক অকলশৰে এৰি আহিবলৈকো ভাল নালাগে। গাভৰু ছোৱালী। এইবাৰ কামপুৰলৈ গ'লে হেমাইক লৈ আহিব।

বন্দুকটো কাষৰ বেৰখনত লাহেকৈ আউজাই বিড়ি এডাল জ্বলাই ছাৰইকে ক'লে—

ঃ হেমাইৰ কথা নুলিয়াবা। ঘৰলৈ ঘূৰাই আনিবলৈকে তাক কামপুৰত থৈ আহিছোঁনে ? তাক ঘৰলৈকে আনিলোৱেই যেনিবা, ঘৰৰ সমস্যা শেষ হ'বনে ? সিদিনাখন হেড মাষ্টৰে কৈছে—সি হেনো পঢ়া-শুনাত ভাল কৰিছে। এজাক ল'ৰা-ছোৱালীৰ মাজত তাক ইস্কুললৈ যোৱা দেখিলে মোৰ মনটো বৰ ভাল লাগে অ' অমফুৰ মাক। সি পঢ়ক। মানুহ হয় যদি হওক। মেট্ৰিকটো পাছ কৰিলেও আমাৰ সমাজত বহুত।

ঘৈণীয়েকে এইবোৰ একো বুজিব নোৱাৰি জুমতলীৰ ধাননিলৈ জুমি চাই পঠিয়ালে। ছাৱইকে চূণ অকণমান মুখত দি পুনৰ ক'লে—

ঃ হাতীবোৰো বৰ সিয়ান হ'ল। জুই দি খেদিলেও নপলায়, গালৈকেহে চোঁচা লয়। যোৱা ৰাতি ক'ৰ পৰা এজাক হাতী সোমালহি, খেদিলেও নাযায়। গুণ্ডাটোৰ তপিনাত এজাই দিয়াতহে হাতীজাক হাবিত সোমাল।

গিৰিয়েকৰ কথাবোৰ শুনি শুনি কাছাওে খাওৰ পৰা ফটিকাৰ বটলটো আগ বঢ়াই দিলে। ছাৰইকে বাতি দুটা পানীৰে আউখালি বটলৰ ফটিকা বাকি ল'লে। ফটিকা এঢোক খাই ছাৰইকে ক'লে—

ঃ বুজিছা অমফুৰ মাক, এই বছৰ ধান বেয়া হোৱা নাই। গুটিবোৰ ঘন দেখিছোঁ।

ঃ ঈশ্বৰে চকু মেলি চালেই হ'ল। ধান-চাউল হ'লে অমফুজনীকো বিয়া দিব লাগিব। গাভৰু ছোৱালী, সোনকালে উলিয়াই দিয়ই ভাল। দিন-কালো আগৰ দৰে নহয়।

ঃ এৰা, বিয়াখন-পাতিবলৈ দৰা ক'ত ?

ঃ কিয় ? হাবেছিক'ব ল'ৰাটো জানা বেয়া। —গিৰিয়কৰ মুখলৈ চাই তাই ক'লে।

ঃ তুমিও ভাল কথাকে কৈছা। হাবেছিক'ই আমাক দুচকুৰে দেখিবই নোৱাৰে। তুমি হবলা নাজানা ?

ঃ অঁ, নাজানোতো। কিয় বা ? —উদ্বিগ্নভাৱে'ৰ তাই গিৰিয়েকক সুধিলে।

ছাৰইকে ফটিকা এঢোক গিলি ক'লে—

ঃ লংৰিৰ ভাল চিন্তা কৰা মানেই লাইছেনেম সদৃশ পাপ কাম বুলি বুজে সি। বি-ৱ'কেকৰ মাটিখিনি আবাদ কৰিম বুলি কোৱাৰ কাৰণেই সি মোক ভাল নাপায়। ইয়াত ইস্কুল এখন কৰোঁ বুলি ক'লোঁহে, মই লংৰিৰ মহাপাতকী হ'লোঁ।

এনেতে কাৰোবাৰ গল হেকাৰি শুনি দুয়ো চাঙৰ ফাকেৰে তললৈ জুমি চালে।

ঃ ফেৰাংকে আহিছে। —ছাৰইকে ক'লে।

জখলাৰে উঠি অহা ফেৰাংকেলৈ চাই ছাৰইকে মাত লগালে—

ঃ ফেৰাংকে দেখোন! আহা। ক'লৈ আহিলা ?

ঃ ইয়ালৈকে, আপোনাক লগ পাবলৈকে আহিলোঁ।

ঃ বহা। ফটিকা শেষেই হ'ল।

ঃ হ'ব হ'ব। এই বুলি কৈ সি চাংখনৰ ওপৰত বহিল।

ঃ নী বাছাপী কেতিয়া আহিলে ?

ঃ বেছি পৰ হোৱা নাই। তোমাৰ মোমাইদেউৰালৈ চাউল দিবলৈ আহিলোঁ। তুমি আহিবা বুলি জনা হ'লে, তোমাৰ হাততেই চাউলখিনি দি পঠিয়াব পাৰিলোঁ-হয়। —বাতি এটা ফেৰাংকেলৈ আগ বঢ়াই তাই ক'লে।

ঃ অঁ, এনে বুলি জনা হ'লে, আপুনি কষ্টখন কিয় কৰিব লাগিছিল।

ছাৰইকে বটলৰ ফটিকাখিনি ফেৰাংকেৰ বাতিত বাকি দি ক'লে----

ঃ খোৱা, মই খায়েই আছোঁ।

মদ এঢোক খাই মূৰটো ল'ৰাই ফেৰাংকেই ক'লে---

ঃ বৰ চোকা মদ!

ঃ এইয়া ৰংমিলিৰ মদ। আমতেৰেং বজাৰৰ মদ নহয়, বুজিছা ফেৰাংকে।

ঃ এৰা, আমাৰ গাঁৱৰ মদ-পানীৰ সুনাম এতিয়াও আছে।

ঃ সেয়া ৰাইজৰ মৰমৰ ফল।

ঃ এইবোৰ আপোনাৰ আৰু নী বাছাপীৰ গুণৰ বাবেহে। আমাৰ কি থাকিব পাৰে? পিছে, মই এটা খবৰ দিবলৈহে আহিলোঁ।

ঃ কিহৰ খবৰ?---গহীন হৈ ছাৰইকে সুধিলে।

ঃ অহা কালিলৈ ব্ৰ'থাত লাংছ'ত এখন মিটিং পাতিছে। আপোনাক যেনে-তেনে মিটিঙত উপস্থিত হ'বলৈ কৈছে।

মদৰ বাতিত অলপ সময় ধৰি ছাৰইকে ভাবিলে। মিটিং পতাৰ কাৰণ বিচাৰি নাপাই সি ফেৰাংকেক সুধিলে---

ঃ কিহৰ মিটিং তুমি কিবা গম পাইছানে? দৰবাৰ নে কিবা বুলি কোৱা শুনিছোঁ। কোনোবা ছেমছন ইংতিও হেনো আহিছে।

ঃ অঁ মোৰ মনত পৰিছে। বৰ ভাল খবৰ। এই বুলি কৈ দুয়ো তৃপ্তিৰে ফটিকা খাবলৈ ধৰিলে।

বেলিও দুপৰ হ'ল। কাছাঙে পকা এৰী পলুবোৰ ধৰি আছিল। দুই-এটা পলৰ গাত আঙুলিৰে মোহাৰি পকা হয়নে নহয় চাইছিল। এনেতে পূব দিশৰ পৰা কেইবাখনো উৰা জাহাজ আকাশৰ বহু ওপৰেদি গুম গুমাই উৰি গ'ল। উৰা জাহাজৰ শব্দ শুনি ছাৰইকহঁতে আকাশলৈ জুমি চালে। শাৰী শাৰী পাতি পশ্চিমলৈ উৰি যোৱা জাহাজকেইখনলৈ চাই ছাৰইকে ক'লে--

ঃ জাপানী জাহাজ যেন পাইছা। জাপানীয়ে কহিমাখনো দখল কৰিলে হেনো। ডিমাপুৰতো বোমা পেলাইছে বুলি কোৱা শুনিছোঁ।

ঃ বৰ ভয় হৈছে।---ফেৰাংকেই ক'লে।

বাহিৰলৈ ওলাই কাছাঙেও ভয়ে ভয়ে আকাশলৈ চালে। ক্ৰমে ক্ৰমে দিগন্তত হেৰাই যোৱা জাহাজ কেইখনলৈ চাই তাই মন্তব্য কৰিলে

ঃ চৰাইৰ নিচিনা দেখোন। শব্দ শুনি ভূমিকম্প অহা বুলিহে ভাবিছিলোঁ।

ফেৰাংকেই যাবলৈ সাজু হ'ল। ছাৰইকে ক'লে---

ঃ তুমিও ওলাই থাকিবাচোন। ৰিছ'বাছাকো ক'বা। একে লগে যাম। দৰবাৰত কি আলোচনা হয় শুনিম।

ঃ ভাল বাৰু।

ফেৰাংকে নামি গ'ল। জখলাৰে নামি যোৱা ফেৰাংকেলৈ চাই ছাৰইকে মনত পেলালে, লবেঞ্চৰ কথাবোৰ। তেন্তে লবেঞ্চে কথাটো পাহৰা নাই। কাৰ-

বিৰ নিজৰ লংৰি গঠন নিশ্চয় হ'ব। এইয়া যে আমাৰ কাৰণে এক আনন্দৰ খবৰ। কাৰবিসকলৰ মনত তেন্তে আত্ম-চেতনা জাগিছে। মই ছেমছনক লগ পাবই লাগিব।

ভাবি থকা গিৰিয়েকলৈ চাই কাছাঙে ক'লে—

ঃ বজাৰলৈ গ'লে আপুনি ক'লা সূতা আৰু বগা সূতা কেইমুঠিমান লৈ আহিবচোন। হেমাইৰ কাৰণে চোলা এটি বই দিওঁ।

ঃ অঁ, সূতাৰ পিছে যিহে জুই-ছাই দাম শুদ্ধৰ সময় নহয়।

ছাৰইকে ধাননিৰ ফালে নামি গ'ল। ধাননিত সোমোৱাৰ লগে লগে এজাক টুনি চৰাই হুলস্থুলকৈ বাঁহৰ হাবিখনলৈ উৰি গ'ল। কাষৰ পাহাৰত হলো বান্দৰ-বোৰে চিঞৰি জুমতলীৰ পৰিবেশ উত্তপ্ত কৰি তুলিলে।

## এনৈকেশ

ছাৰএত ৰংহাঙৰ ছোৱালী কাদম।

ৰংমিলিৰ বিছ'বাছাৰ ছোৱালী। অমফুৰ অগলা বাৰৰী।

গাঁৱৰ পূব মূৰত তাইৰ ঘৰ।

সৰবৰহী আৰু বৰিয়াল তাই। কথাই প্ৰতি তাইৰ হাঁহি।

দুখ-বিষাদকো হাঁহিমুখেৰে তাই আঁকোৱালি লব পাৰে।

হাঁহো হাঁহো কৰি থকা চকু দুটাই সৰল মনৰ পাভৰু একৰাবীৰ নিষ্কলা ছবি দাঙি ধৰে। মঙহাল মুখখনিৰে গোটেই দেহাত শাহাৰীয়া ফলৰ কোমল লাৱণ্য। নাতিদীঘ ডিঙিত ৰঙা-নীলা-হালধীয়া মালাৰ এৰিডিঙ মণি। খোপাৰ ওপৰ ফালেদি আগ-চুলি উলিয়াই সযতনে খোপা বান্ধিছে তাই। আগ-চুলিখিনি ওপৰমুখী কৰি বান্ধিবই—কাৰণ, তাই যে গাভৰু। ধুনীয়া কাণ দুখনিত ৰূপৰ থুৰীয়া। দুহাতত ৰূপৰ খাৰু। পে জাংফং[৪৬] এডোখৰি গাত বান্ধি তাই অমফুহঁতৰ ঘৰলৈ ওলাই আহিল।

নিমাও-মাও হৈ থকা ছাৰইকৰ ঘৰত অমফুৱে হংকুপ[৪৭]ত বহি অকলশৰে কাপোৰ বই আছিল। আপোনমনে কাপোৰত ফুল বাছি ছেং তেৰণলৈ তাই মনত পেলালে।

অপলক দৃষ্টিৰে ছেং তেৰণে তাইলৈ কিয় চাইছিল বাৰু? হাঁহো হাঁহো অথচ ওঁঠত আবেগ ভৰা কঁপনিৰে 'অমফু' বুলি মাতি সি কিয় একো প্ৰকাশ

---

৪৬ কাৰবি তিৰোতাই গাত বান্ধি লোৱা এবিধ ৰং-চঙীয়া কাপোৰ।

৪৭ কাৰবি বৰঘৰৰ আগফালৰ বাৰাণ্ডা।

কৰিব নোৱাৰিলে? সন্ধিয়াৰ সেই মুহূৰ্তৰ কথাটো ভাবি তাইৰ লাজ লাগিল। কেটেমা পহুৰ কাঁইট এড়াতে কাপোৰত ফুল বাছি এটা এটাকৈ তাই কথাবোৰ মনত পেলাইছিল।

চাওঁতে উঠি অহা কাব্বোবাব শব্দ শুনি তাই ঘূৰি চালে। হাঁহি হাঁহি উঠি অহা কাদমক তাই দেখা পালে।

ঃ নেং, কি কৰিছা?--কাদমে মাত লগালে।

ঃ কাপোৰ এখনত ফুল বাছিছোঁ।

ঃ কি ফুল বাছিছা?

ঃ ইচ নেং আহা আহা। তুমি আহিলা ভালেই হ'ল। মোৰে কপাল।

বকালৰ পৰা তাঁতশালৰ থেহু৪৮ থহাবলৈ ধৰা দেখি কাদমে বাধা দি তাইক ক'লে

ঃ নালাগে খহাব নেং। চাওঁ তুমি কি ফুল বাছিছা?

তাই কাষতে বহি অমফুৰে বহা কাপোৰৰ ফুলবোৰ চাবলৈ ধৰিলে। কাদমে ভাল ফুল বাছিব জানে বুলি অমফুৰ মাকে তাইক প্ৰায়েই কয়। ফুলবোৰ চাই কাদমে ক'লে

ঃ এই নেং এইয়া কি ফুল তুলিছা? মোৰ বৰ ভাল লাগিছে জানা। ইমমান ধুনীয়া। ফংৰং আংছু৪৯ দেখোন। কি কাপোৰ বইছা?

ঃ পহু৫০? এইখিনিতে মোৰ আউল লাগিছে। অথনিৰেপৰা যুজি আছো। তুমি চোৱাচোন ক'ত কেনা লাগিল?

বাছি থকা পাগুৰিৰ ফুলবোৰ ভালদৰে কাদমে চালে। অলপ সময় চাই চাই ক'লে

ঃ দুডাল সূতা পেলাই ফুল তোলাচোন বাৰু।

তাইৰ কথামতে অমফুৱে ফুল তুলিলে। 'ফংৰং আংছু'ৰ ফুলবোৰ কাপোৰত জিলিকি উঠিল। আনন্দত অধীৰ হৈ ক'লে---

ঃ নেং মোৰ মনৰ খোৱা ফুলবোৰ এতিয়াহে ফুলি উঠিল। তুমি আহিলা বাবেহে। কেতিয়াবা মোৰ যে বেয়াকৈ আউল লাগি যায় জানা?

তাই খৰ হাতেৰে বাণি সূতা মাৰি এআঙুলমান কাপোৰখন বই আঁতালে। দীঘ আৰু বাণি সূতাৰ মাজত মনৰ ফুলবোৰ হেৰাই নোযোৱাকৈ তাই বান্ধি থ'লে। তাই এতিয়া নিঃসন্দেহ হৈ সখীয়েকৰ খবৰ ল'লে---

কেনে আছা নেং?

ঃ ভালেই আছোঁ। আজি উৰাজাহাজ কেইখনে যে বৰকৈ ভয় খুৱালে। শব্দ শুনিয়েই ক'লৈ যাওঁ, কি কৰোঁ এনেহেন লাগিছিল পাই।

---

৪৮ কাৰবি তাঁতশালৰ কঁকালত মেৰিয়াই লোৱা এবিধ বচী।

৪৯ এবিধ ফুল।

৫০ পাগুৰি।

ঃ অ', মোৰো বৰ ভয় লাগিছিল জানা ? ভয়ে ভয়ে চাইছিলোঁ। মূৰৰ ওপৰেদি যাওঁতে খহি পৰিব বুলি বৰকৈ ভয় খাইছিলো। কি আচৰিত বস্তু।

ঃ এই বগা চাহাব নে কিবা বোলে কম্পানী অহাৰ পৰাহে এইবোৰ আমাৰ দেশলৈ আহিল হেনো। হেমায়েও চাগে উৰা জাহাজ দেখা পাইছে, নহয়নে নেং ?

ঃ অ', দেখিছে হ'ব পায়। সি নথকাত ঘৰখন বৰ উকুঙা উকুঙা লাগি আছে। মাও আজি খেতিলৈ গ'ল। আধৰুৱা প'হ'কে শেষ কৰিবলৈ বহিলোঁ।

ঃ সঁচাই নেং, হেমাই নথকাত গাঁওখন বৰ নীৰৱ নীৰৱ লাগিছে। কামপুৰত সি কেনেকৈ আছেগৈ বাৰু।

ঃ জানো পাই ? আমাৰ ফালৰ বহুতো ল'ৰাই কামপুৰত পঢ়ে হেনো। ৰংমান্দু, উমচেনাৰ ল'ৰাবোৰ এই ফালেদি অহা-যোৱা কৰা দেখো দেখোন।

ঃ উঁ। বৰ ধনীয়া ধুনীয়া কাপোৰ পিন্ধে সিহঁতে। সিহঁতলৈ চাই থাকিবৰ মন যায় জানা।—উৎসাহেৰে কাদমে ক'লে—

মহুৰা সুমুৱাই আঁচু সুতাডাল ঠিক কৰি অমফুৱে বাচখন গাৰফালে আনি থ'লে আৰু ক্ৰ দণ্ডিটৰে সখীয়েকলৈ চাই সুধিলে,

ঃ ৰংমান্দুৰ কোনোবা ডেকাৰ প্ৰেমত পৰিছা নেকি ?

ঃ ধ্যেৎ ! নেংজনীয়ে কিবোৰ কথা ভাবে—লাজ পাই তাই ক'লে।

ঃ সিহঁতলৈ তোমাৰ মৰমৰ উমান পাইছে সুধিলো।

ঃ সঁচা এই নেং। যোৱা বছৰ বংমান্দুৰ ফালৰ ল'ৰাজন আমাৰ ঘৰত এনিশা আছিলহি। সি যে মুখত কি ঘঁহে। পিঠা গুৰিৰ বিচনা বৰ মিহি। আঁতৰৰ গৰাহ বৰ ভাল গোন্ধায়। কি বস্তু নেং ?

ঃ উঁ পাউদাৰ হবলা।—অমফুৱে ক'লে।

ঃ অ পাউদাৰ। মই নামটো পাহৰিছিলো। টেমাটো বৰ ধুনীয়া। লুকুৱাই থ'বৰ মন গৈছিল। ছবিবোৰ যে ইমান কোমল।

ঃ চাবা নেং, তাৰ মনটো পাউদাৰৰ দৰে কোমল নহ'বও পাৰে।

—ছিগি যোৱা মহুৰাৰ সুতাডাল জোৰা লগাই অমফুৱে ধেমালিতে সাৱধান-বাণী শুনালে।

ঃ এৰা ভাই, মানুহৰ মনবোৰ কিয় বাৰু তেনেকুৱা ? জিৰছুঙৰ কাজিয়াৰ কাৰণ তুমি জানানে নে ? —দুখ মনেৰে তাই সুধিলে।

ঃ অঁ, শুনিছিলোঁ। জিৰছুঙৰ ওপৰত ক্লেংছাৰপাই হেনো অত্যাচাৰ কৰিছিল। কথাটো হয়নে ?

ঃ অঁ। কথাটো কি জানা ?—অমফুলে চাই কাদমে প্ৰশ্ন কৰিলে।

ঃ ওহোঁ।

ঃ তোমাক যে ছেং ককাইদেৱে ভাল পায়, সেয়ে কাৰণ।—গহীনহৈ কাদমে ক'লে।

ঃ ইচ্ বেচেৰাটো। তাৰ গাত কিহৰ জগৰ লাগিলনো !

অমফুৰ উক্তিত সহানুভূতিৰ আভাস। ছেং তেৰণৰ মুখখন তাইৰ চকুত পুনৰ ভাহি উঠিল। নৈৰ ঘাটত তাইক অপমান কৰা ক্লেংছাৰপ'ৰ নিষ্ঠুৰ ব্যৱহাৰৰ দৃশ্যটোও তাইৰ চকুত দেখা দিলেহি।

ঃ কি হ'ল নেং ? তুমি দেখোন কিবা কথা ভাবি আছা।

কাদমৰ মাতত তাই সাৰ পোৱাদি পালে। ৰাচখন খৰকৈ মাৰি স্বাভাৱিক হৈ ল'লে তাই। সখীয়েকৰ মনৰ ভাব বুজিব পাৰি তাই পুনৰ ক'লে—

সঁচাকৈয়ে নেং, ছেং তেৰণে তোমাক ভাল পায় জানা ? যোৱা কালি নৈৰ পাৰত সি যি গীত গাইছিল—মোৰ আজিও হাঁহি উঠে।

ঃ কি গীত নেং ?—অমফুৱে সুধিলে।

ঃ প্ৰেমৰ গীত। তোমাৰ প্ৰতি ভাল পোৱাৰ গীত। —তাই হাঁহি মাৰি ক'লে।

ঃ ধ্যেৎ !—লাজে তাইৰ মুখখন ৰঙা কৰি পেলালে। তাইৰ কাষত ছেং তেৰণহে যেন বহি আছেহি।

আহিনৰ বেলি ধীৰে ধীৰে লহিয়াবলৈ ধৰিলে। তাঁতশালখন মেৰিয়াই বেৰত ওলোমাই থ'লে অমফুৱে। কাদমলে চাই তাই ক'লে,

ঃ বেলি বেছি নাই। ঘৰৰ কামো এসোপা আছে। তুমি নহাহ'লে, ফুল বছা কাম আজি শেষ নহ'লহেঁতেন।

ঃ মোৰো পীনি এখন আধৰুৱা হৈ আছে। ছিবু[৫১] ক'ত পাম জানো ? নী কাকুকহে সুধিব লাগিব।—বহাৰপৰা উঠি কাদম ক'লে।

ঃ তোমাৰ পীনিখন ছিবু দিওঁতে মোৰখনকো দিবাচোন নেং।

ঃ অঁ, হব বাৰু। যাওঁদেই।

চাঙৰ পৰা লাহে লাহে কাদম নামি গ'ল। জখলাৰ মুখত বৈ থকা অমফুক দেখি চোতালৰ পৰাই পুনৰ মাত দিলে,

ঃ কালিলৈ সৰিয়হ শাক বিচাৰি যাবানেকি নেং

ঃ নাই, নাযাওঁ। অন্য দিনাখন যাম। একেলগে যামদেই, নেং ?

ঃ অঁ,—কাদমে শলাগি ঘৰলৈ খোজ ল'লে।

জখলাৰ খুটাটোত ধৰি অমফুৱে চাই পঠিয়ালে আবেলিৰ ৰ'দ পৰি কজলা হৈ উঠা পাহাৰৰ বননিলৈ। নামনিয়েদি উৰি যোৱা বগলীৰ লানিবোৰলৈ তাই লক্ষ্য কৰিলে। অব্যক্ত বেদনাত তাইৰ মন কান্দি উঠিল। এয়া যে মিলনৰ এক তীব্ৰ আকুতি ! প্ৰেম আৰু মিলন, মানুহৰ সঁচা ছবি। এক চিৰন্তন ৰূপ।

চোতালত চৰি থকা মতা কুকুৰাটোৱে ক্ৰুক্ ক্ৰুক শব্দ কৰি মুখৰ খুদকণ এবাৰ মাটিত, এবাৰ ঠোঁটত লৈ আঁতৰত চৰি থকা কুকুৰাজনীক কাষলৈ মাতি আছিল। কুকুৰাজনী দৌৰি মতাটোৰ কাষলৈ আহিল আৰু আগ বঢ়াই দিয়া খুদ-

---

৫১ এবিধ লতা গছ। তাৰ পাতৰ আৰকেৰে কাৰবি পীনি (মেখেলা) আদি কলা কৰা হয়।

কণ তাই ঠোঁটত তুলি ল'লে। কুকুৰাহালৰ মনৰ বিনিময় দেখা পাই অমফুৰ মনত এক হাহাকাৰৰ সৃষ্টি হ'ল। কুকুৰাহালৰ পৰা দৃষ্টি আঁতৰাই দিগন্তত থূপ খোৱা মেঘৰ দ'মবোৰলৈ তাই চাই পঠিয়ালে উদাস ভাবেৰে।

## বাইশ

ৰংমিলি গাঁৱৰ কিন্তু নিলগত বি-হেনৰু---আন এখনি কাৰবি গাঁও। গাঁওখনৰ চাৰিওফালে টঙাবনে ঢাকি ধৰিছে। আঁতৰৰ পৰা ইয়াত গাঁও আছে বুলি কল্পনাই কৰিব নোৱাৰি। বি-হেনৰু---হাবেৰ গাঁও। হাবে বুলিও এলাপেচা হাবে নহয় বৰহাবে---হাবেছিক'। ৰংহাংৰংবঙৰ ৰাজ-ক্ষমতাৰে অধিষ্ঠিত সিয়েই লংবিৰ প্ৰধান বিচাৰপতি। হাবেছিক'ৰ কথাই ৰজাৰ কথা। তাৰ বিচাৰেই ৰজাৰ বিচাৰ। ব্যতিক্ৰম নঘটাকৈ লংবিৰ ছ'লাংদই হাবেছিক'ৰ কথাবোৰ মানি চলিব লাগে। ব্যতিক্ৰম মানেই গুৰুতৰ অপৰাধ। সেই অপৰাধৰ বিচাৰ কাৰবি ৰজা ৰংহাং লিন্দকপৰ ঘৰতহে নিষ্পত্তি হ'ব।

বি-হেনৰুৰ ছাৰথে চিকাৰী তেৰণ ৰাজ-ক্ষমতা পাই স্বেচ্ছাচাৰী হৈ উঠিল। চিকাৰী তেৰণ নামটোৰ পৰিবৰ্তে হাবেছিক' নামটোহে লংবিত জনাজাত হ'ল। কাৰবি লংবিৰ সমাজখন এতিয়া তাৰ হাতৰ মুঠিত। লংবিৰ অন্যান্য হাবে, গাঁৱৰ ছাৰথেসকল তাৰ আঙুলিৰ নিৰ্দেশত চলিবলৈ বাধ্য হ'ল নৰ্তশিৰে। আনকি উমলাৰঙৰ শ্ৰেষ্ঠ হাবেজনেও তাৰ বিপক্ষে মাত মাতিব নোৱৰা হ'ল।

সময়বোৰ বাগৰিল। বৰপানীৰ সোঁতৰ দৰেই নিৰৱচ্ছিন্নভাৱে কাৰ্বি সমাজখনো আগ বাঢ়িল মন্থৰ গতিৰে। হাবে পিনপ' লিন্দকপ' আৰু বহুতকো সময়ে সলনি কৰিলে। কিন্তু কাৰবিৰ চোতালখনত গোট খোৱা শেলুৱৈবোৰক সময়ে আঁতৰাব নোৱাৰিলে। ৰেংবংহুমৰ সপোন ৰাজ্যত টঙাবনে ছাটি ধৰিলে পৰিত্যক্ত জুম পথাৰবোৰৰ দৰেই। শাসন আৰু বিচাৰৰ নামত মদ আৰু ফটিকাৰ অত্যাচাৰ কাৰবি সমাজত ঘটিবলৈ ধৰিলে। মদৰ বিধ্বংসী প্ৰকোপত ছান্দেহং—ৰংহাংৰংবং ৰাজধানীখনো জৰাজীৰ্ণ হ'ল। চিন থং ৰংহাং আমৰি, মিৰলং—এই বৃহৎ ভূখণ্ডেৰে গঠিত ৰংখাং-পৃথিৱীত তেওঁলোকৰ অত্যাচাৰ আৰু আৰু অবিবেচনাৰ ফলত কাৰবি সমাজখন জুৰুলা হৈ পৰিল। আনকি ৰজা লিন্দকপৰ চাংখনো কঁপি উঠিল জৰাজীৰ্ণ সমাজখনৰ আৰ্তনাদত।

বি-হেনৰুৰ উৱলি যাবলৈ ধৰা হাবেছিকৰ ঘৰটিয়েও যেন প্ৰতিকাৰ বিচাৰিছে। পুৰণিকলীয়া সমাজ-গাঁথনিয়ে যেন বিদ্ৰোহ কৰিছে নতুনৰ বাবে। নিৰ্বিকাৰ, নিৰংকুশ, আত্ম-গৰ্বত হাবেছিক'ক সময়ে যেন আজি বিদ্ৰূপ কৰিছে। এশ-দুশকৈ পাঁচশটা বছৰৰ আগৰ যুগটোক হাতৰ মুঠিত খামুচি ধৰি ৰাখিবলৈ আজি

সি বৃথা চেষ্টা কৰিছে। তাৰ দুৰ্বল আঙুলিবোৰৰ ফাকে ফাঁকে সময়বোৰ যে সৰকি গ'ল, সি কোনো খবৰেই নাপালে। বি-হেনকাৰ ডেকাবোৰে জিৰছুং নকৰা হ'ল। তাৰ শাসন সিহঁতে নমনা হ'ল। গাঁৱৰ মানুহবোৰো তলে তলে বিদ্ৰোহী হ'বলৈ ধৰিছে। তথাপি হাবেছিক'ই নিৰ্বিকাৰভাৱে লংৰিৰ বৰহাবে বুলি ক্ষমতাৰ কিদ'[৫২] নিক্ষেপ কৰে, বিচাৰ কৰে। তাৰ অন্যায় বিচাৰৰ প্ৰতিবাদ কৰা ছাৰথে-সকলক ভাঙি নিজৰ মনঃপুত লোকক ছাৰথে পদত নিযুক্তি দিয়ে।

আজি ৰাতিও সি এখন বিচাৰ বহুৱাইছে। উমাহা, হাবেপি উম লাৰং আদিৰ আঞ্চলিক হাবেসকলে শাৰী শাৰীকৈ হাবেছিকৰ চ'ৰাঘৰত বহিলহি। হাবেছিক'ৰ সন্মুখত মদৰ বটলবোৰ এটা-দুটাকৈ থুপ খালেহি। সেয়া হাবেছিক'ক নতশিৰে আগ বঢ়োৱা মাননিৰ মদ। প্ৰত্যেকেই ৰূপী-ছাংতুম[৫৩] সাজ-বস্ত্ৰ স্বৰূপে বৰ-হাবেক ভেটিলেহি। হাবেসকলে অনা সাজ-বস্তুৰে হাবেছিক'ৰ কাষৰ বেৰ-চুকটো ভৰি পৰিল। তেওঁলোকে অনা কুকুৰা চৰাইৰে দুটামান কাটি তাৰ মাংসৰেই আঞ্জা সিজালে। কুকুৰাৰ কোমল মঙহ আৰু ফটিকা খাই লংৰিৰ বিচাৰপতিয়ে বিচাৰ-চ'ৰা বহুৱালে। লগত অহা ফেৰাংকেসকল হাবেসকলৰ পৰিচযাত ব্যস্ত হ'ল। চ'ৰাঘৰৰ জুইকুৰা ডাঙৰকৈ জ্বলাই অধিক পোহৰ কৰিলে। মদ কেই-টোকমান খাই হাবেছিক'ই কথা আৰম্ভ কৰিলে

ঃ আজি সক্ৰিয়া বাৰখন লংৰিৰ দেৱতাসকল আহি গোট খাইছেহি; ই পৰম সৌভাগ্যৰ কথা। আপোনালোকক কিদ' পঠিওৱাৰ উদ্দেশ্য গুৰুতৰ। লংৰিৰ পবিত্ৰতা ৰক্ষাৰ হেতু আমাৰ হস্তক্ষেপৰ বিশেষ প্ৰয়োজন হৈছে। এনে পৰিস্থিতিত দেৱতাসকলে কি পন্থা ল'ব আজিয়েই থিৰাং কৰক।

হাবেছিক'ৰ কথা শুনি হাবেসকলৰ মাজত বিভিন্ন চিন্তাই দেখা দিলে। সিহঁতৰ মনত সন্দেহৰ ছাঁ ঘনীভূত হ'ল আৰু মনত নানান প্ৰশ্নই দেখা দিলে।

লংৰিৰ পবিত্ৰতা?

লংৰিত কি হ'ল?

হস্তক্ষেপ!

কাৰ ওপৰত? লংৰি কোনে অপৱিত্ৰ কৰিলে? একোৰে শুংসুত্ৰ নজনাকৈ কি ধৰণৰ পন্থা ল'ব?

কোনোবা ডেকা-গাভৰুৱে লাইছেনেম[৫৪] কৰিছে নেকি?

হাবেছিক'ৰ কথাখিনি বুজিব নোৱাৰি হাবেসকল বিমূঢ় হ'ল।

---

৫২ কাৰবি সমাজ শাসনত ব্যৱহৃত সাঙ্কেতিক-পত্ৰ। তমালেৰে গাঁথি দি হাবেসকলে সাঙ্কেতিক-বাৰ্তা প্ৰেৰণ কৰে।

৫৩ নোদোকা কুকুৰা এজনী আৰু চাউল টোম। ইয়াৰে কাৰবিসকলে মানী ব্যক্তিক সন্মান প্ৰদৰ্শন কৰে।

৫৪ ডেকা-গাভৰুৰ অবৈধ প্ৰণয়। কাৰবি সমাজ-দৃষ্টিত ই মহা পাপ বুলি পৰিগণিত।

ঃ কথাটোনো কি আমি ধৰিবকে পৰা নাই। —বয়সীয়া হাবে এজনে গ'ল হেকাৰি মাৰি ক'লে।

ঃ লংৰিৰ দেৱতাসকলে কথাটো ধৰিব নোৱৰা নহয়, মনহে কৰা নাই। —গোঁফ দুকোছাত আঙুলি বুলাই হাবেছিক'ই ক'লে।

হাবেসকলে ইজনে সিজনক চাবলৈ ধৰিলে। 'মনহে কৰা নাই' বোলা কথাষাৰে তেওঁলোকক বিব্ৰত কৰি তুলিলে। কৰ্তব্যৰ প্ৰতি ক'ৰবাত অৱহেলা কৰা হ'ল নেকি বুলি তেওঁলোকৰ মনত সন্দেহ হ'ল আৰু হাবেছিক'ৰ আগত নিজকে বৰ দোষী অনুভৱ কৰিবলৈ ধৰিলে তেওঁলোকে। মদৰ বাতিত শোহা মাৰিবলৈক ভয় লাগিল তেওঁলোকৰ। আঙঠা খৰিৰ ছাইসোপা জোকাৰি আঁতৰাই হাবেছিক'ই বিড়ি এডাল জ্বলাই ল'লে। চকু দুটা যোপা কৰি সি ক'লে—

ঃ কথাটো হ'ল—ৰংমিলি গাঁৱৰ ছাৰবাছা ছাৰইক তেৰাঙে খৃষ্টান ছিকুৰৰ লগত হাত মিলাইছে।

ছাৰইক তেৰাঙৰ নাম শুনি হাবেসকল আশ্চৰ্য হৈ হাবেছিক'ৰ মুখলৈ চালে। হাবেছিক'ই হাড় থকা মঙহ এডোখৰ চোবাই গুৰি কৰিলে। গুৰি হোৱা মঙহডোখৰ অনায়াসে গিলি পেলালে সি। ৰংমিলিৰ ছাৰবাছা ছাৰইক তেৰাং যেন হাবেছিক'ৰ ক্ষমতাৰ দাঁত দুপাৰিত গুৰি হৈ নিশ্চিহ্ন হৈ গ'ল। মদ এঢোক খাই গহীন মাতেৰে সি ক'লে,

সি লংৰিৰ হুকুম অৱমাননা কৰিছে। সি লৰেঞ্চ হাঞ্চেৰ ঘৰত বহি চাহ খায়। লংৰিৰ নীতি-নিয়মৰ ওপৰত দুয়ো আলোচনা কৰি ভুল নীতি প্ৰচাৰ কৰিছে। তাৰেই কুচক্ৰান্তত যোৱা সপ্তাহত ইয়াত দৰবাৰ বহুৱাইছিল। কোনোবা ছেমছন ইংতিকো সেই সভালৈ মাতি আনিছিল। দেৱতাসকলে সম্ভৱ কথাটো নাজানে, সেই ছেমছন ইংতিও খৃষ্টান, ছিকুৰ। চিন থং, ৰংহাং আম ৰি মিৰ্ লং, নিলীপ-নিহাং সকলো অঞ্চল গোট খুৱাই সি বোলে 'কাৰবি লংৰি' গঠন কৰে। আমাৰ কাৰবি ৰেচ' লিন্দকপ' আছেই। লংৰি আছেই। আমাৰ নীতি-নিয়ম আছেই। আমাক নতুনকৈ কিহৰ লংৰি লাগে? আৰু, সি বিধৰ্মীয়ে কাৰবি ৰেচ'ৰ অনুমতি লৈছিলনে আমাৰ লংৰিত দৰবাৰ পাতিবলৈ? এইবোৰ অপৰাধ অতি গুৰুতৰ। এখন গাঁৱৰ ছাৰ'থ হৈ, ছাৰবাছা হৈ ছাৰইকে কিয় লৰেঞ্চ বা ছেমছনক আনি দৰবাৰ বহুৱাব লাগে? ইয়াৰ সুবিচাৰ নকৰিলে হাবেসকলৰ অপমানজনক কথা হ'ব। অন্যথা, কাৰবি ৰেচ'ৰ আগত আমি জবাব-দিহি হ'ব লাগিব।

হাবেছিক'ৰ উত্তেজনাপূৰ্ণ কথাবোৰ শুনি এজনে মাত দিলে—

ঃ কথাটো নিশ্চয় গুৰুতৰ। তেন্তে, ছাৰবাছাৰ ওপৰত কেনে ধৰণৰ বিচাৰ কৰা যায়?

হাবেছিক'ই মদ কেইঢোকমান গিলিলে। বিচাৰৰ ৰায় দিয়াৰ প্ৰস্তুতিৰে গোঁফ কেইডাল পকাই সি ক'লে—

ঃ তাৰ বিচাৰ ? তাক ছাৰবাছাৰ পদৰ পৰা তৎক্ষণাৎ আঁতৰাব লাগে। হাবে-পিনপ'ক নমনা বাবদ, আমাৰ চালেৰে দুচাল গা-ধন ভৰাব লাগে। আমাৰ হুকুম যদি সি নামানে, তেন্তে তাক সমাজচ্যুত কৰিব লাগে।

ঃ ছাৰবাছাৰ পদটো ভাঙি তাৰ ঠাইত কাক পাতিব পৰা যাব বুলি আপুনি ভাবিছে ?—হাবেছিক'লৈ চাই নকবাৰেৰ হাবেজনে প্ৰশ্ন কৰিলে।

এৰাতোন, ছাৰবাছা পদটো আঁতৰাব, পাৰি; কিন্তু তাৰ ঠাইত উপযুক্ত লোক বিচাৰি পোৱাহে টান। ৰংমিলিৰ উপযুক্ত লোক কোন হ'ব পাৰে ?

ৰিহ'বাছা ?

সিও ছাৰইকৰ ফলীয়া। নাই, তাক পাতিব নোৱাৰি।

মুতিয়াৰ, ফেৰাংকে, বুৰ তিমেন ?

ওহোঁ, এই সকলো ছাৰইকৰ হাতৰ মুঠিত।

হাবেছিক'ৰ মুখত গভীৰ চিন্তাৰ চাপ জুইৰ পোহৰত প্ৰকাশ পালে। মদ বাকিবলৈ সি আঙুলিৰে ফেৰাংকেক নিৰ্দেশ দিলে। বি-হেনৰূৰ ফেৰাংকেই এফালৰ পৰা মদ বিলাই যাবলৈ ধৰিলে। হাবেপিৰ পৰা অহা হাবেজনে চ'ৰাঘৰৰ ইফালে-সিফালে চকু ফুৰালে। কেইজনমান লোকৰ লগত চ'ৰাঘৰৰ চুক এটাত ছিংনত তেৰাঙক বহি থকা দেখা পালে। জুইৰ ক্ষীণ পোহৰত তাক দেখা পাই হাবে-জনে ক'লে,

ঃ ছাৰবাছাৰ কাৰণে উপযুক্ত লোক দেখোন আমাৰ লগতেই আছে। ফু ছিংনতকেই পদবীটো দিলে বেয়া নহ'ব যেন পাওঁ। সাপো মৰিব, লাখুটিও ৰ'ব।

হাবেৰ কথা শুনি চুকত বহি থকা ছিংনত তেৰাঙলৈ সকলোৱে ঘূৰি চালে। উদ্বিগ্নতাৰে চিন্তা কৰি থকা হাবেছিক'ৰ মুখত হাঁহিৰ ৰেঙণিয়ে দেখা দিলে। মদ দুচোকমান গিলি সি ক'লে,

ঃ ইচ্ ফু, তেৰাঙলৈ পাহৰিয়েই গৈছিলোঁ। এৰা, এখেতেই উপযুক্ত হ'ব। কালিলৈ বাৰখন লংৰিৰ দেৱতাসকলে কৰা বিচাৰ সিদ্ধান্তৰ কথা কিদ'ৰ যোগেদি আমাৰ ফেৰাংকেই ছাৰইকৰ হাতত গতাই আহিব আৰু ৰংছ'পিৰ ৰজা লিন্দ-কপ'লৈকো লংৰিৰ বিচাৰকমণ্ডলীয়ে দিয়া সিদ্ধান্তৰ কিদ'খনো পঠিওৱাৰ ব্যৱস্থা কৰা হ'ব। ফেৰাংকে, ফু তেৰাঙক মদ দিছানে ?

ঃ দিয়া হৈছে প্ৰভু।—ফেৰাংকেই ক'লে।

ঃ ফু তেৰাং, অলপ আগলৈকে আহা।

হাবেছিক'ৰ কথামতে সি চুকৰ পৰা অলপ আগুৱাই আহি বহিলহি। তাৰ মুখত এক গৌৰৱৰ আভা প্ৰকাশ পালে।

ঃ কিন্তু ছাৰইকৰ ওপৰত ন্যায় বিচাৰ কৰা হ'ল জানো ?

—উমলাৰঙৰ হাবেজনে ভয়ে ভয়ে প্ৰশ্ন কৰিলে।

ঃ হাবেছিক'ৰ বিচাৰ ন্যায়-সংগত নহ'ল বুলি আপুনি ভাবে নেকি ?

—খঙৰ দৃষ্টিৰে উমলাৰঙৰ হাবেলৈ চাই প্ৰশ্ন কৰিলে।

ঃ মই জনাত ছাৰইক মানুহজন সৎ। সমাজৰ ভালৰ কাৰণেই সি কাম-বোৰ কৰি থকা বুলিহে মোৰ বিশ্বাস হয়। আমি এবাৰ বিবেচনা কৰি চোৱা ভাল নেকি ?

ঃ ৰংমিলিৰ ছাৰবাচ্চা মোৰ খুড়া। মই তেওঁক সৎ বুলি নাভাবোঁ। লংৰি বিচাৰপতিৰ প্ৰতি তাৰ দৃষ্টি ভাল নহয়। তেওঁক আঁতৰাইছে, হাবেছিক'ই উচিত কামকেই কৰিছে।—ছিংনত তেৰাঙে মাত মাতিলে।

ঃ মোৰ চকুত কোনেও ধূলি মাৰিবলৈ নোৱাৰে। সি খ্ৰীষ্টিয়ানৰ লগত হাত মিলাব আমাৰ অনুমতি নোলোৱাকৈ বন্দুক কিনি আমাৰ লংৰিত গুলি মাৰিব। এনে অন্যায় কাযৰ ফলত লংৰি দেৱতাৰ কোপানলত আমিবোৰ পুৰি মৰিব লাগিব। এয়া জানো তাৰ ন্যায় কাম হৈছে ? দৰবাৰ বহুৱাই সি ছিকুৰবহে আগভাগ দিয়ে। এতিয়া ঘৰে প্ৰতি এৰ্সিকি ধন হেনো দৰবাৰৰ নামত দিব লাগে। তাকো আমাৰ হাতত নহয়, খাজনাৰ সৈতে মৌজাদাৰৰ হাতত। হাবেসকলতকৈ মৌজাদাৰক কিয় ডাঙৰ বুলি ভাবিলে সি। লংৰিৰ ছ'লাংদ'ৰ অতিৰিক্ত ভগাণ তাৰ কাৰণেই কিয় হ'ব ? কাৰবি ৰেচৰ বিনা অনুমতিত এই অন্যায় ধন আমি কিয় ভৰিম ? এইবোৰ জানো তাৰ বিশ্বাসঘাতকতাৰ কাম নহয় ? হাবেছিক'ৰ দায়িত্বত থাকি কাৰবি ৰেচৰ দণ্ড মই ল'ব নোৱাৰোঁ। লংৰি দেৱতাৰ অভিসম্পাত মই মৰ পাতি ল'ব নোৱাৰোঁ। ---উত্তেজিত নোহোৱাকৈ হাবেছিক ই কথাবোৰ ক'লে।

চ'ৰাঘৰ গহীন হৈ পাৰল। হাবেসকলে মদ খাবলৈকে পাহৰিলে। তেওঁ-লোকে মৰ দুপিয়াই হাবেছিব'ৰ যুক্তিপূৰ্ণ কথাবোৰ শলাগি গ'ল। ছাৰইকৰ কাৰণেই দেৱতাৰ অভিশাপ হাবেসকলে কিয় মূৰ পাতি ল'ব ? কথাটো ভাবি তেওঁলোকে ভয় খালে। মানুহৰ হাত এৰাব পাৰি কিন্তু দেৱতাৰ দৃষ্টি এৰাই কোনেও সাৰি যাব নোৱাৰে। দেৱতাৰ চকু যে সহস্ৰ। এই কথাটোৱে দুশ্চিন্তাৰ পাক-চক্ৰত পেলাই তেওঁলোকক বিহ্বল কৰি তুলিলে। বয়সস্থ হাবে দুজনমানে হাবেছিক'ৰ যুক্তিত সমৰ্থন দিলে। উমলাৰঙৰ হাবেক বুৰ্জান দিয়াৰ ছলেৰে তেওঁলোকে ক'লে

ঃ এৰা কথাটো এই ফালেদি আমি চোৱাই নাছিলোঁ। এজন মানুহৰ দোষৰ কাৰণে আমি লংৰি দেৱতাৰ ৰোষত পৰি বাঘৰ বলি হ'ব নোৱাৰো। উমলাৰঙৰ হাবেয়ে এবাৰ কথাটো ভাবি চাওক। আমাৰ বোধেৰে হাবেছিক'ই উচিত কথাকেই কৈছে।

লংৰি দেৱতালৈ সকলোৰে ভয়, এই কথা হাবেছিক'ই ভালদৰেই জানে। নিশ্চিত স্বাৰ্থ পূৰণৰ কাৰণে আমাঘ অস্ত্ৰ এই যুক্তিৰ সমান আন একোৱেই হ'ব নোৱাৰে। সকলোলৈকে এপাক চাই সি ক'লে

ঃ আপোনালোকৰ মনত আছে নে নাই মই নাজানো, মোৰ হ'লে এতিয়াও মনত স্পষ্ট হৈ আছে।

আশ্চাযভাৱে হাবেছিক'ৰ মুখলৈ সকলোৱে চালে। সকলোৰে মনত প্ৰশ্ন কি কথা ? কি অঘটন ঘটিছিল ? মনত পেলাবলৈ চেষ্টা কৰিছে যদিও

তেওঁলোকে মনত পেলাবলৈ পৰা নাই। বিড়ি এডাল জ্বলাই হাবেছিক'ই হাঁহি মাৰি ক'লে

ঃ মুৰ চাহাব টীকা'ল অহাব কেইবছৰমান পিছত বগা চাহাবে বি-চিক্ৰিৰ শিলৰ বান্ধটো বামানৰ গুলিৰে উৰুৱাই দিবলৈ গ'ল। গৈ চাহাব বাঘৰ মুখত পৰিল। আমাৰ বুজনিক মিছা বুলি হাঁহিছিল। বি-চিক্ৰি দেৱতাৰ কোপানলত সি নিজতো মৰিলেই উফালে ওচৰ-পাজৰৰ গাঁওবোৰত দিনে-নিশাই বাঘৰ আতংকত দিন গণিব লগীয়া অৱস্থা। উপায়ান্তৰ হৈ লিন্দকপ'ই নিজৰ পৰোহিত দেংজাক পঠিয়াই দেৱতালৈ পূজা দি হ লংৰি পবিত্ৰ কৰিছিল। সেইবোৰ ভাবিলে এতিয়াও গাৰ নোম শিগৰি উঠে। মোৰ লংৰিত এনে পৰিস্থিতিৰ সন্মুখীন হ বলৈ পুনৰ নিদিওঁ।

ঃ এৰা এৰা। হাবেছিক'ৰ যুক্তিপূৰ্ণ কথাত আমি সকলোৱে একমত হলোঁ।---হাবেছিক'ক ভূয়সী প্ৰশংসা কৰি উমাহাৰ হাবেজনে ক'লে। উমলা-বঙৰ হাবেও শেষত মূৰ দোৱালে।

ঃ তেতিয়াহ'লে সোনকালে ছাৰইকলৈ ছাৰবাছা ডঙাৰ কিদ' পঠিওৱা হওক। ---হাহি মাৰি হাবেছিক ই ক লে।

সকলোৱে "হওক' বলি সন্মতি জনালে। চ'ৰাঘৰত আনন্দৰ পৰিবেশ সৃষ্টি হ'ল। ৰংমিলিব ছিংনত তেৰাঙৰ মুখতো হাহি বিৰিঙি উঠিল। ফেৰাংকেই বটলৰ পিছত বটলকৈ হাবেসকলক মদ দি যাবলৈ ধৰিলে।

দশমীৰ জোনটো হালিবলৈ ধৰিলে বেঁকাকৈ। হংকুপৰ জুইশালত বহি পাণছাৰ্ি চোবাং তিৰোতাসকলে হাবেসকলৰ বিচাব শুনি আছিল। চাহাবক' বাঘে খাই মৃত্যু ঘটোৱা শুনি তিৰোতাসকলে ভয় খাইছিল। হঠাৎ পথৰা কুকুৰ এটা ঘৰৰ ভিতৰলৈ সোমাই যোৱা দেখি এজনীৰ দৃষ্টি ভ্ৰম হ'ল। তাই বাঘ বুলি চিঞৰ মাৰি দিলে। পিছত কুকুৰ বলি জানিব পাৰি কাষৰ বুঢ়ী কেইজনী হাঁহিত বাগৰি পৰিবলৈ ধৰিলে। মহিলা চ'ৰাৰ হুলস্থূলীয়া পৰিস্থিতিয়ে হাবে সকলকো ছুলেগৈ। তেওঁলোকে নীৰৱ হৈ কিছু সময় কাণ দিলে। মহিলাসকলে ধেমালি কৰা বুলি জানিব পাৰি হাবেসকলে পুনৰ নানা বিষয়ে আলোচনা কৰিবলৈ ধৰিলে।

বাঘে নিয়া কুকুৰটো। বৰ ভয় খুবালে। ---এজনীয়ে ক লে।

ঃ ইচ নেং ভয় খাবলগীয়াও। কালি খৰি আনিবলৈ যাওঁতে আমাৰ ওচৰতে বাঘৰ খোজ পৰি থকা দেখিছিলোঁ। ৰংমিলিৰ ছাৰবাছাই এনে অনাচাৰবোৰ কৰাৰ কাৰণেহে লংৰি দেৱতাৰ বাঘ আহিছিল যেন পাওঁ। সোনকালে বিচাৰ হ'ল, ভালেই হ'ল নেং। খৰি-পাত নিৰ্ভয়ে আনিব পাৰিমহঁক।---হাবেছিক'ৰ ঘৈণীয়েকে চকু দুটা ডাঙৰ ডাঙৰ কৰি ক'লে।

চ'ৰাঘৰত হাঁহিৰ ৰোল উঠা শুনি তিৰোতাসকলে কথা বন্ধ কৰি সিফালে কাণ দিলে। বৈঠালাংছু', আমতেৰেং বজাৰত তিৰোতাসকলে ছাতি ব্যৱহাৰ কৰা সম্পৰ্কে আলোচনা কৰিছিল। হাবেছিক'ই এই বুলি ৰায় দিলে,

ঃ কাৰবি সমাজত কোনো তিৰোতাই ছাতি ব্যৱহাৰ কৰা নাছিল। সমাজত নচলা প্ৰথা মোৰ লংৰিত হ'বলৈ নিদিওঁ। বাটে-পথে, হাটে-বজাৰে কোনো

তিৰোতাই ছাতি ল'ব নোৱাৰিব। ফু ৰেংবংহমৰ দিনতো এইবোৰ নাছিল যেতিয়া এতিয়াও সমাজত এইবোৰ ঘটিবলৈ দিব নোৱাৰি।

মদৰ নিচাত জলকতবক হোৱা চকুৰে হাবেসকলে হাবেছিক'ৰ ৰায়দান শুনিলে 'হয়, হয়' বুলি সিহঁতে শলাগি থ'লে। দুই-এজনে হাতৰ বিড়িডালো ভাল-দৰে মদৰ ৰাগিত জ্বলাব নোৱৰা হ'ল। নক বাৰেৰ হাবেজনে মদৰ নিচাত ৰাজ সন্মান অপণ কৰা প্ৰাচীন গীতফাকি এইদৰে গালে ঃ

ছিংক্ৰেং মুন তালে
চেৰ বান তা নাংলে
'কথে আজাং মে,
ম' হালেং আৰনিকে
পাত পাংনি প' লে।
জেং জনপ' জেংনন
উম মাহা লংজন পেন
লংৰি কাচিদন,
ইৰূ হাৰবামন
নাংএপ' ফাৰকং
এ-ছম, পাথিৰক্লং
ৰ'—মে চান লকবং।
ইৰ৷ হাৰ বামন
বাং পিন চং আছনছন
উম মাহা লংজন।৫৫

মদৰ ৰাগিত হাবেসকলৰ চকুত উম মাহাৰ পাহাৰবোৰ ভাহি উঠিল। হাৰবামনে ৰুই যোৱা শাৰী শাৰী শিমলু-মদাৰ গছবোৰ তেওঁলোকৰ চকুত উজলি উঠিল। এৰা, এক পৱিত্ৰ দিনত কাৰবিৰ বিচাৰকৰ পদবীত হাৰবামনক উথিত কৰা হৈছিল। তেওঁ দূৰদৰ্শিতা গুণেৰে লংৰিৰ শাসন সুস্থিৰ কৰিছিল। গীত শুনি হাবেছিক' গৌৰৱত ওফন্দি পৰিল। সি নিজকে হাৰবামন বুলি ভাবি ল'লে কিছু সময়ৰ বাবে।

এইদৰেই লংৰিৰ বিচাৰ নিষ্পত্তি কৰিলে। হাবেছিক'ৰ ঘৰখন লাহে লাহে নিজম পৰি আহিল। ৰাতিৰ গভীৰতাত বি-হেনৰূ গাঁওখন হেৰাই গ'ল। ৰূপহী জোনটো ডাৱৰ এডোখৰত লুকাই পৰিল। বি-হেনৰূৰ বিলত ডাউক চৰাইৰ মাত ভাহি আহিল। ফেঁচাৰ বিকট চিঞৰে হাবেছিক'ৰ চাংঘৰ কঁপাই তুলিলে।

৫৫ কোনো এক ফৰকাল দিনা উপযুক্ত ৰাজগুৰুষৰ আগত সোণ-ৰূপৰ সন্মান আনি দিলেহি। পৱিত্ৰ দিনত আয়োজিত সেয়া ৰাজ-অভিষেক। বিস্তীৰ্ণ অঞ্চলৰ পৰা অহা লানি নিছিগা জনস্ৰোতেৰে উমমাহা পাহাৰখন ভৰি পৰিলহি। ৰুকা হাৰবামনক ৰাইজে ৰাজপাতত বহুৱালে। কাৰবি ৰাজধানীখন যুগমীয়া কৰি ৰাখিবৰ মনেৰে ৰুকা হাৰবামনে শাৰী শাৰীকৈ শিমলু গছ ৰুই দিলে।

# তেইশ

চ'ৰাঘৰত অকলশৰে লাওপানী খাই হাবেছিক'ই মনতে গণিলে—ছাৰইকলৈ কিদ' পঠিওৱা আজি এসপ্তাহেই হ'ল। সম্ভৱ ইমান দিনে ৰজালৈ দিয়া কিদ'খনো ৰংহাংৰংবং পালেগৈ। আত্ম-সন্তুষ্টিত তাৰ ওঁঠৰ কোৱাৰি দুটা কিছু বহল হৈ গ'ল। হাবেছিক'ই কৰিব নোৱৰা কাম এই পৃথিৱীত কি আছে। ছাৰ-ইক তেৰাং। তাৰ গাত তেল হৈছে। মোৰ লংৰিত মাটি মই যাকেই নিদিওঁ লাগে, সি মাত মাতিবৰ কোন? মোৰ অধিকাৰত সি হাত দিয়াৰ ফল সোনকালেই পালে। বন্দুক কিনি বৰ হাবেকো সি নমনা হৈছে, ছিকুৰকহে সন্মান আগবঢ়ায়, দৰবাৰ পাতি ধন সংগ্ৰহ কৰে। লংৰি গঠন কৰি বৰ ৰজা হ'বলৈ যায়। মোৰ জুমতলীত গজি উঠা সিও এডাল টঙা বন। তাক সোনকালে উঘালি এতিয়া নিষ্কণ্টক হ'লোঁ। মোৰ হাতৰ আঙুলিৰ ইংগিতত হাবেসকল ঘূৰি আছে বুলি সি এতিয়াও বুজি পোৱা নাই। উম লাৰঙৰ হাবেই আকৌ তাৰ হৈ ওকালতি কৰে। তাৰ পাগুৰি খহাবলৈ এতিলমানো সময় নালাগে বুলি সিও বুজি উঠা নাই।

এইদৰে লাওপানী খাই ভাবি থাকোঁতে কুকুৰ দুটামানে ভৌ-ভৌৱাই চাঙৰ ওপৰৰ পৰা নামি গ'ল। 'চি-ইত থক লক'—বুলি কুকুৰ কেইটাক সি ধমক দিলে। তিনিজন নেপালী তাৰ চাঙলৈ উঠি অহা সি দেখা পালে। লাও-পানীখিনি একে শোহাতে শেষ কৰি বাতিটো একাষত থৈ দিলে। সিহঁতে চ'ৰা-ঘৰৰ ফালে জুমি চালে আৰু হাবেছিক'ক বহি থকা দেখা পাই ক'লে—

ঃ বৰহাবাই, ৰাম ৰাম।

ঃ কোন? অ'—দিল বাহাদুৰ। আহিবি, আহিবি,

ঃ কি ৰকম আছে?

ঃ ভাল আছে। ফুজিৰ ফুজিৰ লাওপানী খাইছে।—গহীনাই হাঁহি মাৰি হাবেছিক'ই ক'লে।

দিল বাহাদুৰহঁতে হাঁহি হাঁহি ভিতৰলৈকে সোমাই আহিল। জুহালৰ কিছু নিলগৰ খুটাৰ কাষত তিনিও বহিল। মোনাৰ পৰা টোপোলা এটা উলিয়াই দিল বাহাদুৰে সুধিলে,

ঃ গাঁওবুঢ়ানী নাইনেকি?

ঃ আছে। লংকি আপেই, অ' লংকি আপেই! এই দিল বাহাদুৰ আহিছে।

ভিতৰৰ পৰা হাবেছিক'পী ওলাই আহিল। দুকুৰি বছৰ গৰকি যোৱা এগৰাকী আদহীয়া তিৰোতা। তাইৰ পিন্ধন-উৰণত সম্ভ্ৰান্ত মহিলাৰ স্বাক্ষৰ। গহীন খোজত আহি থকা হাবেছিক'পীক দেখা পাই দিল বাহাদুৰে সম্ভাষণ জনালে,

ঃ ৰাম ৰাম গাঁওবুঢ়ানী! ভালে আছে?

'অঁ—'বুলি তাই মূৰ দুপিয়ালে। তাইৰ হাতত টোপোলাটো দি বাহাদুৰে ক'লে,

ঃ ছাগলী-মাংস আছে। আমাৰ বৰহাবাই কাৰণে মান আনিছে।

মাংসৰ টোপোলাটো লৈ তাই ভিতৰলৈ সোমাই গ'ল। কাভেণ্ডাৰ চিগাৰেট এপেকেট দিয়াচলাই এটাৰে হাবেছিক'ৰ আগত দিল বাহাদুৰে আগ বঢ়াই দিলে। সি হাঁহি হাঁহি চিগাৰেট আৰু দিয়াচলাই পেকেটটো ল'লে। চিগাৰেট এডাল উলিয়াই সি জ্বলাই ল'লে। সিহঁতেও চিগাৰেট জ্বলাই হুপিলে।

ঃ ইমান ফুজিৰ বেলা কি নিমিত্তে আহিছে? হাবেছিক'ই সুধিলে।

ঃ এ—কথা বহুত আছে গাঁওবুঢ়া। আমাৰ লোকৰ ঈশ্বৰ আপুনিহে আছে। আপুনি মৰ্জি হ'লে আমিলোক বাচিব, নাই হ'লে আমি চবলোক মৰিব। আপুনিলোকহে ৰাজা আছে।

ঃ কি কথা? কহিবি না।—চিগাৰেটৰ ধোঁৱাবোৰ উৰুৱাই সি ক'লে।

মদ এবটল আগ বঢ়াই দিল বাহাদুৰে ক'লে,

ঃ এইজন মোৰ ভাই প্ৰেম বাহাদুৰ। আৰু এইজন অমৰ বাহাদুৰ, লংকা পৰা আহিছে। এই চব বহুত গৰিব আছে। আপুনি দয়া কৰি কিছু মাটি দিলে আমি বাচিব। ইয়াতে মাই খুটি বানাব গৰু-বাচৰু চাৰিব। আপুনিহে আমাৰ সাথী। আমিলোক আপনাৰ কবাই-ভাই আছে। নাই আছে নাকি গাঁওবুঢ়া?

ঃ ইচ কি নাই আছে। আনি আছে যিতিয়া মানা নাই। ক'ত্তেহ ডেৰা বানাবা?—ঢেকঢেকাই হাঁহি হাবেছিক'ই ক'লে।

ঃ বৈঠালাংছ' ঘাটৰ ও পাৰে। আপনাৰ চইৰছ মাটিৰ কিনাৰতে।—আঁক-বাঁক কৰি হাবেছিক'ক ঠাইডোখৰ বজাবলৈ সি চেষ্টা কৰিলে। দিল বাহাদুৰে ইংগিত দিয়া ঠাইডোখৰ সি বুজি পাই ক'লে

ঃ অ—ফাংকং আথই চামনতে। হ'ব হ'ব। যিমান পাৰে বহিবি না। এই চব পাহাৰ আমাৰ লংৰি। কি চিন্তা হ? বহিবি থাবি। দিকদাৰ হ'লে আমাকে কবি। ইয়াতে বৰ হাবাই আমিহে আছে।—মদৰ বটলটো বেৰত আউজাই থৈ গহীনভাৱে হাবেছিক'ই ক'লে।

ঃ সেই বাবে আপনাৰ ঘৰতে আহিছে। অ'—একটা কথা বৰহাবাই।—কিবা কথা মনত পৰাত দিল বাহাদুৰে হাবেছিক'ৰ মুখলৈ চাই ক'লে। চিগাৰেটৰ ধোঁৱা উৰুৱাই হাবেছিক'ৰ উদ্বিগ্ন মনটোলৈ সি লক্ষ্য কৰিলে।

ঃ কি কথা?—সি সুধিলে।

ঃ ৰংমিলি বস্তিৰ গাঁওবুঢ়াটো ভাল নাই আছে। আমিবিলাকক বদনাম কৰিছে।

ঃ ৰংমিলি বস্তিৰ কাংবুৰা? তাৰ কথা নুহুনিবি। হি বত মাছ আছে। কাংবুৰা পৰা তাকে আমি খেদাইছে। হি এতিয়া ৰংমিলি কাংবুৰা নহয়। ছিংনতহে কাংবুৰা।

ঃ ভাল কৰিছে। আপুনিহে ৰাজা।—সন্তুষ্টিৰ হাঁহি মাৰি দিল বাহাদুৰে হাবেছিক'ৰ কায়ক প্ৰশংসা কৰিলে।

ঃ ভয় নাই আছে, বাহাদুৰ। এতিয়া যাবি। বটলটো দুচুৰা দিনাতে নিবি। হ'ব না?

ঃ হব, হব। আমি খুউব খুচি হৈছে। আপনাকে দিক্‌দাৰি দিছে। বেয়া নাই পাবদেই গাঁওবুঢ়া।

তিনিও হাবেছিক'ৰ পৰা বিদায় ল'লে। সিহঁতে আঁতৰি যোৱাৰ লগে লগে হাবেছিক'ই চিগাৰেটৰ পেটেকটোলৈ চাই ভাবিলে—এনে চিগাৰেট কোনে খাবলৈ পাইছে? স্বয়ং কাৰবি ৰজা লিন্দকপ'ৰ ভাগ্যতো মিলা নাইকিয়া। আৰু ছাৰইক তেৰাং? সি এটা মামুলী চাঁহী পোকহে!

ছাৰইকৰ প্ৰতি ঈৰ্ষাৰ ভাব তাৰ বেছি হ'বলৈ ধৰিলে। দিল বাহাদুৰে দিয়া মদ অকণমান বাতিটোত ঢালি কেইঢোকমান সি গিলিলে।

হাবেছিক'ৰ কায-ক্ষমতাৰ অপপ্ৰয়োগত, স্বেচ্ছাচৰিতাতহে প্ৰকাশ পাবলৈ ধৰিলে। পৰশ্ৰীকাতৰ স্বভাৱে তাৰ স্বেচ্ছাচাৰী মনোভাবক ইন্ধন যোগালে। সি হৈ পৰিল—ক্ষমতালোভী ঘোৰ স্বেচ্ছাচাৰী, ছ'লাংদ'ৰ৫৬ এক সন্ত্ৰাসৰ ধূমকেতু।

এটি দুটি কৰি বৈঠালাংছ'ৰ বিস্তীৰ্ণ সমতলৰ পলসুৱা মাটিবোৰ নেপালী খুটিৰে ভৰি পৰিল। মদ-বটলেৰে ভালৰি বোলাই আত্ম-গৰ্বত ওফন্দি পৰা হাবে-ছিক'ৰ সহায়ত দৰং আৰু লংকাৰ নেপালীবোৰে মাটি খাবলৈ ধৰিলে—অবাধে। ক্ষমতা আৰু মদৰ নিচাত অন্ধ হৈ সি প্ৰায়েই কয়—"এই যিমান পাহাৰ আছে, আমাৰ লংৰি। আমাৰ মাটি। তোমাৰ খাবি না?" ইফালে তাৰ নিজৰ গাঁওখন আৰু জুমতলীবোৰত টঙাবনে আগুৰি ধৰালৈ তাৰ দৃষ্টি নাই। পলসুৱা মাটিৰ অভাৱত থলুৱা কাৰবিসকলে শিল আৰু বালিৰে ভৰা পাহাৰৰ বুকুত 'লুখিমা' গজাবলৈ বৃথা চেষ্টা কৰিবলৈ ধৰিলে। সোণালী ধানৰ থোকবোৰৰ সলনি টঙা বনৰ শুকুলা ফুল জুমতলীত ভৰি পৰিলহি। কাৰবিসকল দিনে দিনে দাৰিদ্ৰ্যৰ কৰাল গ্ৰাসত পতিত হ'বলৈ ধৰিলে। বাহিৰৰ পৰা অহা নেপালীবোৰ বৰপানীৰ মৰম পাই নোদোকা হ'ল। খুটিবোৰ, ডেৰাবোৰ লাহে লাহে টিনৰ ঘৰলৈ ৰূপান্তৰিত হ'ল। কাৰবিৰ চাংঘৰবোৰ জহি-খহি যাবলৈ ধৰিলে অৱহেলাৰ, অদূৰদৰ্শিতাৰ চৰম নিলজ্জতাৰ পৰিণতিৰে।

জধে-মধে পলসুৱা মাটিবোৰ বহিৰাগতক বিলাই দিলে নিজৰেই বিপদ বুলি ছাৰইকে কৈছিল। সি কথাবোৰ কৈ হাবেছিক'ৰ ৰঙা চকু দুগুণেহে জ্বলালে। দুয়োখন গাঁৱৰ মাজৰ সমতল মাটিখিনি সমানে ভগাই খাবলৈ পৰামৰ্শ দি সি হাবেছিক'ৰ গালিহে খালে। স্কুল পাতিবলৈ মন কৰি সি বিফল হ'ল—হাবেছিক'ৰ কাৰণেই।

ছাৰইকৰ কথাবোৰ তাৰ সহ্য নহ'ল। দৰবাৰ গঠনৰ অন্তৰালত থকা ধম সংঘাতকে কেন্দ্ৰ কৰি, লংৰি অপৱিত্ৰ কৰা অপৰাধত তাৰ বিচাৰ কৰা হ'ল। লংৰিৰ হাবেসকলৰ দুৰ্বল চিত্তৰ সুযোগ লৈ ছাৰইকৰ পৰা গাঁৱৰ ছাৰবাছাৰ পদ খহাবলৈ পাই সি সুস্থিৰ নিশ্বাস পেলালে।

---

৫৬ কাৰবি শাসনতন্ত্ৰৰ অধীনত থকা সাধাৰণ ৰাইজ।

দিল বাহাদুৰে দিয়া ছাগলীৰ মঙহ আৰু ফটিকা খাই হাবেছিক'ই ভাবিলে—মই লংৰিৰ ভূ-স্বামী। মোৰ আঙুলিৰ আগত লংৰিখন কঁপি থাকে। মোক নতুন কথা শিকাবলৈ ছাৰইক তেৰাং কোন ?

## চৌবিশ

আঘোণৰ কুঁৱলী ফালি ছাৰইকৰ চোতালত পুৱাৰ ৰ'দজাক পৰিছেহি। জুহালৰ কাষত বহি ছাৰইক আৰু ঘৈণীয়েৰ কাছাং ৰংহাংপী দুয়ো চাহ খাই আছে। দুখ মনেৰে ঘৈণীয়েকে ক'লে,

ঃ মানুহে কৰিব নোৱৰা কাম একো নাই। জোন-বেলিবোৰে চাই আছে নহয়। ঈশ্বৰ নিশ্চয় আছে। ছাৰবাছাৰ মান আমাক নালাগে। সেই মানটোত-কৈয়ো ভাতমুঠিহে আচল কথা। ভাতমুঠি হ'লে, মান, সন্মান নিজেই আহিব। এতিয়া মান্দু৫৭ৰ ধানখিনি ঘৰ সুমুৱাব পাৰিলেই ৰক্ষা। বিছ'বাছা, ফেৰাংকে এইসকলৰ লগত আলোচনা কৰি সোনকালে ধান অনাৰ ব্যৱস্থা কৰিব লাগে।

বিষণ্ণ মনেৰে বহি চাহ খাই থকা ছাৰইকে ক'লে,

ঃ ধানখিনি অনাৰ ব্যৱস্থা হ'ব বাৰু। কিন্তু ছাৰবাছাৰ পদটো বলেৰে আঁজুৰি নিয়া বাবেহে দুখ পাইছো। লংৰিৰ বিচাৰৰ হৈ এনে অন্যায় বিচাৰ কৰা বাবেহে মোৰ মনে কষ্ট পাইছে। মই বজিছোঁ গাব নোপাই শত্ৰু হৈছ। ছিংনতক বৰ ভাল ল'ৰা বুলি ভাবিছিলো। উম লাৰঙৰ হাবেই আপত্তি কৰিছিল হেনো, কিন্তু ছিংনতেনো খুড়াকৰ হৈ হাবেসকলৰ আগত এষাৰো প্ৰতিবাদ কিয় নকৰিলে ? হাবেছিব'ই উপযাচি দিয়া ছাৰবাছাৰ পদটো ৰংমিলিৰ ৰাইজক নজ-নোৱাৰৈ সি কিয় গ্ৰহণ কৰিব লাগে ? লাংকুং৫৮ হাবে বিচাৰ-চ'ৰাত উপস্থিত নাছিল হেনো। তেওঁ থকা হ'লেও এনে অন্যায় বিচাৰ নহ'লহেঁতেন।

ঃ এৰা অমফুৰ দেউতাক, সিদিনা ৰাতিৰ সপোনটো যে ইমান সোনকালে ফলিয়াব, ভাবিবই পৰা নাছিলোঁ। হাবেছিক'ই হাঁহি হাহি আপোনাক হাবেৰ আসনত বহুৱাৰ অথ এতিয়াহে বুজিলোঁ। হেমফু দেৱতালৈ কুকুৰা এটা আগ বঢ়াবলৈ কওঁ কওঁ বুলিও আপোনাক কোৱাই নহ'ল। কি যে কপাল !—চাহৰ বাতিত শোহা মাৰি ঘৈণীয়েকে দুখ মনেৰে কথাবোৰ ক'লে।

ঃ ছাৰবাছাৰ গধুৰ বোজা ছিংনতে লৈছে লওক। সি কিমান দিন ছাৰ-বাছাৰ কাম চলাব ? সি টুনি চৰাইহে, বেছি ওপৰলৈ সি উৰা মাৰিব নোৱাৰে।

---

৫৭ জুমতলীৰ টঙিখনৰ কাষতে সজা পঁজাঘৰ।
৫৮ নৈপৰীয়া। ছাৰছিং তেৰণ হাবেৰ পৰিচিত নাম।

এইদৰে দুয়ো কথা পাতি থাকোঁতে ৰিছ বাছা, বুৰতিমেন, ফেৰাংকে—তিনিও ছাৰবাছাৰ ঘৰলৈ উঠি আহিল। প্ৰত্যেকৰে মুখত বিষণ্ণ ভাব। ছাৰইকৰ কাষতে তিনিও বহিলহি।

ঃ আমি চাহ খালোঁৱেই। তোমালোকৰ কথা পাতিছিলোঁহে, আহি পালা-হঁকেই। —ছাৰইকে ক'লে।

এৰা, খবৰটোৱে আমাক বিব্ৰত কৰি তুলিছে। আমালৈ কোনো খবৰ নিদিয়া-কৈনো হাবেছিক'ই আমাৰ গাঁৱৰ ওপৰত কেনেকৈ বিচাৰ কৰিব পাৰিলে?—খং আৰু বিৰক্তিত ৰিছ'বাছাই ক'লে।

ঃ আমাৰ গাঁৱৰ ছাৰবাছাৰ ওপৰত বিচাৰ কৰিবলৈ তেওঁলোক কোন? লংৰিৰ বিচাৰপতি হ'ল বুলিনো আগ-গুৰি নভবাকৈ বিচাৰ কৰিব লাগেনে? বি-হেনৰু নে বি-হেনৰুৱেই।৫৯ নামে-ধামে ঠিক মিলিছে। সেই গাঁওখনে সঁচাকৈয়ে আমাৰ গাব খজুৱতিহে বঢ়াইছে। —বুৰতিমেনে ক্ষুব্ধ হৈ ক'লে।

ঃ বি-হেনৰুৰ হাবেছিক'ই ছিংনত তেৰাঙকহে ছাৰবাছাৰ উপযুক্ত লোক বিচাৰি পালেগৈ। লংৰিৰ বিচাৰপতি হৈ সি নাজানিলে নেকি বাপেকৰ লেখীয়া লোক থাকোঁতেই পতেক হেন ল'ৰা এজনে কেনেকৈ মান খাব পাৰিব? ই দেখাতেই অন্যায় হৈছে। ঈৰ্ষাৰ কাৰণেই তাৰ চকু দুটাও কণা হ'ল হবলা। আৰু এই ছিংনত তেৰাং? তাক সোনকালেই আমাৰ গাঁৱৰ পৰা আঁতৰাব লাগে।

—লংৰি হাবেসকলৰ বিচাৰৰ ওপৰত খঙেৰে ফেৰাংকেই কটুক্তি কৰিলে।

সিহঁতৰ কথাবোৰ ছাৰইকে একান্তমনে শুনি আছিল। সিহঁতলৈ চাই ছাৰইকে ক'লে

ঃ ছাৰবাছাৰ কাৰণে মোৰ লোভ নাই। মোৰ প্ৰতি গাঁওখনৰ প্ৰতি অন্যায় বিচাৰ কৰাৰ বাবেহে মনত আঘাত পাইছো। এই গাঁওখন মোৰ আজো ককাৰ দিনৰ। এই গাঁওখনৰ হাঁহি আৰু অশ্ৰুৰ লগত মোৰ প্ৰতি সিৰা-উপসিৰাৰ সম্বন্ধ। মোৰ গাঁওখনৰ লগতে আন দহখন গাঁৱৰ ৰাইজেও চাহিবলৈ শিকক বুলি ভাবোতেই যদি লংৰি অপবিত্ৰ কৰাৰে বজালে তেন্তে মই নিৰুপায়। মোৰ মনৰ দুখ এইখিনিতেই।

ঃ আমি হাবেছিক'ৰ বিচাৰ নামানো। ছিংনত তেৰাঙক আমাৰ গাঁৱৰ ছাৰবাছা বুলি আমি চিনি নাপাওঁ। আপুনিহে আমাৰ গাঁৱৰ ছাৰবাছা। ইয়াতকৈ আমি বেলেগ কথা ভাবিবকে নোৱাৰোঁ —বিছ'বাছাই ছাৰইকৰ গুৰিত মদ এবটল মান স্বৰূপে আগ বঢ়াই ক'লে।

ঃ ছিংনতে হাবেছিক'ৰ ঘৰত ছাৰবাছাৰ মান খায় হাবেৰ মান খায়, খাই থাকক। আমাৰ ইয়াত সেই সন্মান সি বেতিয়াও পাব নোৱাৰে।—ফেৰাংকেই জোৰেৰে কথাবোৰ ক'লে।

---

৫৯ হেনৰুৰ শব্দগত অৰ্থ হ'ল কচুৱনি বিল।

ঃ সেয়া ৰাইজেহে জানে। ৰাইজতকৈ ডাঙৰ হ'বলৈ যোৱাটো কাৰো উচিত নহয়। হাবেছিক' মানী ব্যক্তি কিন্তু সি জনা উচিত ধান যিমানেই ভাল হয় তাৰ থোকবোৰ তললৈ দোঁ খায়। ছাৰইকে গহীনাই মন্তব্য কৰি যৈণীয়েকক ক'লে

ঃ হেৰা, ৰিছু'বাছাহঁত আহিছে এবটলমান নাইনে ?

ইমান পৰে আলোচনাবোৰ শুনি কাছাঙে আলহী সোধাৰ কথা পাহৰি আছিল। তাই ঘৰৰ ফালে চাই অমফুক মাতিলে

ঃ অমফু ! দাম-বুক৬০ কোঠাতে মদ এবটল আছে, লৈ আনচোন আই।

ঃ হেমাইৰ খবৰ পাইছেনে বিবা ?—ফেৰাংকেই সুধিলে।

ঃ আছে। সি ভালেই আছে। মাষ্টৰৰ লগত আছে যেতিয়া তাৰ কাৰণে বিশেষ চিন্তা নাই। মনীন্দ্ৰ মহাজনৰ আগত খবৰ পঠিয়াইছে, সি পৰীক্ষা দিহে ঘৰলৈ আহিব।—ছাৰইবে ক'লে।

ঃ হওক, হওক। গাওঁখন অন্ততঃ উজ্জ্বল হ'ব।—বিছু'বাছাই ফলাগিলে।

ঃ এৰা বোপাই, হেমাইৰ কাৰণে মোৰ ইমান চিন্তা হৈছে।

কাছাঙৰ কথা শুনি ৰিছু'বাছাই ক'লে,

ঃ পঢ়িবলৈ গৈছে, ভালেই কৰিছে নী। আমিবোৰ কণা হ'লোৱেই। সি শিকি-বুজি আমাক পোহৰ দেখুৱাব পাৰিব। তুৰএৰ মৌজাদাৰৰ ল'ৰা কেইটা হোজাইত পঢ়ুৱাইছে। দিন-কালৰ কথা জানে কাৰণেহে মৌজাদাৰেও পঢ়ুৱাইছে। আমাৰ ফু কাংবৰাই হক কথা ভাবিহে বোপাক পঢ়ুৱাইছে। ইয়াত বেজাৰ কৰিবৰ কি আছে ?

মদ এবটল লৈ অমফু ওলাই আহিল। বটলটো মাকক দিলেহি। ছাৰ-ইকৰ হৈ ফেৰাংকেই মদৰ বটলটো বিছু'বাছাৰ সন্মুখত দি প্ৰতিমান আগবঢ়ালে। পৰিবেশ লঘু কৰাৰ ইচ্ছাৰে বুৰ্বাতিমেনে অমফুলৈ চাই ধেমালি কৰি ক'লে

ঃ অমফু ডাঙৰেই হ'ল। কেতিয়ামানে বিয়াৰ মদ খাবলৈ পাওঁ জানো ?

তাই লাজ কৰি 'হচ' বুলি ভিতৰ সোমালগৈ।

ঃ এৰা বোপাই, ছোৱালী বুঢ়ীয়েই হ'ল। দৰানো পাওঁ ক'ত ? তাতে এই আপদটো লম্ভিলহি। ভাবিছিলোঁ মান্দুৰ ধানখিনি চপাই খৰালি কালত তাইৰ বিয়াখন পাতো, কিন্তু বিপদ দেখোন কপালৰ পৰা নুগুচাই হ'ল।—কাছাং ৰংহাংপীয়ে বিষাদ মনেৰে ক'লে।

ঃ এহ নী, কিহৰ চিন্তা। সৰিয়হ ফুল যেন ৰূপ তাইৰ, দৰা নাপাবনে ? মান্দুৰ ধানখিনি বাৰু ভাল দিন-বাৰ চাই ৰাইজেই কাটিয়াই দিম। কিটোনো কথা ?

—ফেৰাংকেই কথাবোৰ কৈ কৈ প্ৰত্যেকৰে আগত বাতিবোৰ দি গ'ল।

---

৬০ কাৰবি ঘৰঘৰত সাধাৰণতে দুটা কোঠা থাকে। কাম আৰু কুত। কুত কোঠাৰ জুহালৰ পিছ কোঠাক দাম বুক কয়।

ছাৰবাছাই আগ বঢ়োৱা বটলটোৰ মদখিনি বিলাই দিলে। তাৰ পিছত ৰিছ'বাছাই দিয়া বটলৰ মদখিনিও বিলাই দি ফেৰাংকেই বহিলহি। দেৱতালৈ তৰ্পণ কৰি সকলোৱে বাতিত মুখ দিলে।

ঃ এৰা, ধানখিনি আনিব লাগিছিল। বাইজৰ আজৰি হ'লেহে।—ছাৰইবে ক'লে।

ঃ ধান কটিয়াবলৈ অহা পুণিমাৰ দিনাখনেই ভাল হ'ব। বৰ্বতিমেনে কি ভাবে ?—মদ এঢোক খাই ৰিছ'বাছাই ক'লে।

ঃ অঁ, বৰ ভাল দিন হ'ব। মই গাঁৱৰ মানুহবোৰকো জনাই দিম।—বুৰতিমেনে ক'লে।

এইদৰে চাৰিও একেলগে বহি মদ-পানী খাই গাঁৱৰ পৰিস্থিতি সম্বন্ধে আলোচনা কৰিলে। ছাৰইকৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰি গাঁওখন এটা মুঠিত ৰাখিবলৈ তিনিও দৃঢ়-প্ৰতিজ্ঞ হ'ল। আলোচনাৰ অন্তত ৰিছ'বাছাহঁত ঘৰাঘৰি গ'লগৈ। কাছাঙো ঘৰৰ ভিতৰ পালেগৈ।

ছাৰইকে চালখনৰ ওপৰলৈ চালে। ওলমি থকা হাবেছিক'ৰ কিদ'টোলৈ চকু গ'ল। ধপাত জ্বলাই সি ভাবিলে—শুদ্ধ আৰু ন্যায়ৰ ভাবমূৰ্তি লৈ ৰেংবংহমে কিদ'ৰ সৃষ্টি কৰিলে। কিন্তু ক্ষমতালোভী, স্বেচ্ছাচাৰী হাবেছিক'ৰ হাতত পৰি ন্যায়ৰ প্ৰতীক এই কিদ'ই অন্যায়ৰ জঘন্যতম ৰূপৰ বাহনলৈ পৰিণত হ'ল। কিদ'ৰ তমাল-গাঁথি আৰু তাৰ পাকবোৰত অন্যায়ৰ বীটবোৰে বাহ ল'লেহি। ইয়াৰ প্ৰতিকাৰৰ পথ কি ? দুকুৰি দহ বছৰীয়া ছাৰইকৰ হিয়াৰ পৰা দীৰ্ঘ নিশ্বাস ওলাই আহিল। কাৰ্বি লাংপিৰ নিকা পানীয়ে জানো হাবেছিক'ৰ অন্যায়ৰ চেকা-বোৰ গুচাব পাৰিব ? আৰু ছিংনত ? বুজিব পাৰিছোঁ। প্ৰকৃততে লোভ দেখুৱাই হাবেছিক'ই তাক যন্ত্ৰৰ দৰে চলাইছে। তাক গাঁওখনৰ বান্ধোন এৰাই যাবলৈ দিয়া উচিত নহ'ব। সত্যক জানো সদায় ঢাকি ৰাখিব পাৰিব ?

কথাবোৰ ভাবি সি মুখৰ ধোঁৱাখিনি এৰি দি'ল নিৰংকুশভাৱে।

## পঁচিশ

ৰংমিলি গাঁৱৰ ৰাইজে আজি অমফুইঁতৰ ন-ধান কটিয়াইছে। ৰিছ'বাছাৰ আমন্ত্ৰণক্ৰমে পাহাৰৰ জুমতলীলৈকে সকলোৱে ওলাই গ'ল পুৱাতেই। গুটি ধানৰ বোজাসহ ধীৰে ধীৰে আহি থকা ৰংমিলিৰ ৰাইজক ছাৰইকে দেখা পালে। ৰাইজৰ ঐকান্তিক সঁহাৰি দেখি ছাৰইকৰ দুচকুৰেদি আনন্দৰ লোতক বৈ আহিল অজানিতে। ইমান মৰম, ইমান চেনেহৰ এনাজৰী জানো হাবেছিকৰ কু-চক্ৰান্তই ছিগিব পাৰিব ? তাৰ নিষ্ঠুৰতাই, অন্যায় বিচাৰবোৰে বৰং ৰংমিলিক আৰু বেছি শক্তিশালীহে কৰি তুলিলে।

বাটৰ কেঁকুৰিত ভাঁজ লোৱাৰ লগে লগে শাৰী পাতি আহি থকা ৰাইজৰ মুখবোৰ স্পষ্টকৈ দেখা গ'ল। ধান কটিওৱা উৎসৱত ছিংনতৰ ল'ৰা কেইজনকো দেখি ছাৰইকে ভাবিলে—ছিংনতে সহযোগ নকৰিলেও তাৰ ল'ৰামখাই সহযোগ কৰিছেহি। এইয়া বৰ ভাল কথা। উঠি অহা ল'ৰা-ছোৱালীবোৰ এটা মুঠিত থাকিলে কোনেও ৰংমিলিৰ ভেঁটি খহাব নোৱাৰে। ভাল-বেয়া গুণৰ পৰা মানুহে সহজতে হাত এৰাই চলা টান। ছিংনতেও নিশ্চয় কিবা প্ৰলোভনত পৰি মোক ভুল বুজিছে, মোৰ বিপক্ষে সি পথ লৈছে। গাঁৱৰ মানুহবোৰ এক হৈ থাকিলেই সময়ত সি ভুলবোৰ সংশোধন কৰি ল'ব। এইদৰে ভাবি চাই থাকোতেই ৰাইজ আহি পদূলি-মুখ পালেহি। হাঁহি-ধেমালি কৰি আহি থকা ৰংমিলিৰ ৰাইজৰ মুখত দুখবোধ আজি আৰু নাই। নিৰ্মল শ্ৰমৰ আনন্দ, ত্যাগ আৰু সহযোগিতাৰ মন্ত্ৰত সিহঁত আজি উদ্বুদ্ধ। কথাবোৰ ভাবি ছাৰইক চাংঘৰৰ পৰা মাটিলৈকে নামি গ'ল আৰু ন-লখিমীক আদৰি অনা ৰাইজক অভ্যৰ্থনা জনালে।

সাজ লগাৰ আগে আগে ন-ধান কটিওৱা কাম শেষ কৰিলে। যোৱা বছৰতকৈ এইবছৰ ধান যথেষ্ট ভাল। পেলুং[৬১] কাপোৰেৰে বন্ধা দীঘল মোনাত সাধাৰণতে এদাং ধান ধৰে। এনে মোনাৰে বন্ধা মানতুং[৬২]ৰ মাধ্যমত নাৰবিসকলে বছৰৰ খেতিৰ ধান গণনা কৰে।

এইবছৰ ছাৰইকে ডেৰশটা মানতুং পাইছে। জুম খেতিত ইমানতকৈ বেছি ধান পোৱাটো সাধাৰণতে আশা কৰিবই নোৱাৰি। ছাৰইকৰ চ'ৰাঘৰত বহি ধপাত পাণছালি খাই ধানৰ হিচাপ কৰি বিছ'বাছাহতে স্ফূৰ্তি কৰিছে। ন-ধান কটিওৱা আনন্দত চ'ৰাঘৰত বহি সিহঁতে লাওপানী খাইছে।

আজি ছাৰইকৰ ঘৰত ন-লখিমী আহিছে।

ছাৰইক তেৰাং এতিয়াও ৰংমিলিৰ ছাৰবাছা। হাবেছিক'ই নামানিলেও ৰংমিলিৰ ৰাইজে মানে তাক শ্ৰদ্ধা কৰে। ছাৰবাছাৰ ঘৰত ন-লখিমী অহা মানেই গাঁওখনলৈকো অহা। সেয়ে আজি উৎসৱৰ দিন শুভ দিন। আজিৰে পৰা ৰংমিলিয়ে হাহিব নতুনকৈ। নতুন মন্ত্ৰেৰে বলীয়ান হ'ব ৰংমিলিয়ে। ছাৰবাছাৰ চোতালত আজি হ'বলগীয়া 'হাচ্ছা-কেকান'[৬৩] নৃত্যত সেই মন্ত্ৰৰো বোধন হ'ব। ৰংমিলিৰ ডেকা-গাভৰুৱে সেই মন্ত্ৰত দীক্ষা লৈ ন-লখিমীক আদৰিব চিৰ পৰিচিত ৰীতিৰে।

আঘোণৰ পূৰ্ণ জোনটোৱে বহু উত্তৰফালৰ পৰা ভুমুকি মাৰিলেহি। এখন ৰঙচুৱা ডলাহেন জোনটোৱে ক্ৰমে সৰু হৈ ঘূৰণীয়া কাঁহীৰ আকৃতি ধাৰণ কৰিলে। খৰকৈ ওলাই অহা জোনটো এটা সময়ত থিৰ হ'ল আৰু ৰংমিলি গাঁওখনক

---

৬১ কপাহী সূতাৰে বোৱা এবিধ তল-পৰা কাপোৰ। এনে কাপোৰত দীঘলে ছয় হাত আৰু পুতলে হাত থাকে।

৬২ এমোনা, এটোপোলা।

৬৩ ধান চপোৱা কাৰ্যৰ সামৰণি নৃত্য।

পোহৰ কৰিলেহি। ছাৰইকৰ চোতালখনো পোহৰ হৈ পৰিল। জোনৰ পোহৰত ডেকাইঁতে হাচ্ছা নৃত্যৰ প্ৰস্তুতি চলাইছে।

অমফু, কাদম, কাছাং আৰু বহুতো।

ৰংমিলিৰ ব্যস্ত গাভৰু এইজাক।

ব্যস্ততাই সিহঁতলৈ আনি দিছে আনন্দৰ প্ৰেৰণা।

আকাশৰ জোনটিৰ দৰেই বিমল সিহঁতৰ আনন্দ।

কাদম আৰু কাছাং—দুয়ো জিৰছুঙৰ দায়িত্বশীল গাভৰু। নত্যৰ হৰ-ফুমাং৬৪ সিহঁত দুয়োয়ে আজি প্ৰথমে স্পৰ্শ কৰিব লখিমী হাতেৰে। দুয়ো ন-সাজ পিন্ধি হৰ ফুমাঙৰ কাষলৈ আগবাঢ়ি আহিল। ভক্তিসহ হৰ ফুমাং স্পৰ্শ কৰিলে। নতুন ছীখনেৰে৬৫ কাদমহঁতে কলহৰ মদখিনি ছেকিবলৈ ধৰিলে। ছীৰ মাজেৰে সৰকি যোৱা মদৰ ৰসখিনি যেন কাদমহঁতৰ অফুৰন্ত চেনেহৰ নিজৰাহে। তাহাঁত দুয়ো যেন ন-লখিমীৰ জীয়ৰীহে। প্ৰয়োজনীয় সা-সঁজুলিৰে দিহা-পৰামৰ্শ দি অমফুৱে সখীয়েকহঁতক সহায় কৰিছে অক্লান্তভাৱে। নিজৰ দুখ-ভাগৰলৈ কেৰেপ নকৰি, হিয়া উবুৰিয়াই আনন্দ দান কৰিব পৰাটোৱেই যেন নাৰী জীৱনৰ চিৰন্তন সঁচা ৰূপ বুলি তাই উপলব্ধি কৰিলে। নাৰী-সৌন্দৰ্যৰ ৰহস্যময় ৰূপ ইয়াতেই লুকাই আছে।

ব্ৰ'ফং ইংতি, ছেং তেৰণ, লাংবিৰিক।

এজাক ডেকাৰ মাজত বহি সিহঁতেও চোতালত জুৰ লৈছে। ডেকাজাকে কথা পাতি হাহিছে, ধেমালি কৰিছে। সিহঁতৰ মনৰ পৰা আজি দুখৰ ভাৱবোৰ আঁতৰি গৈছে। গাভৰুহঁতে বিলাই দিয়া চেনেহৰ মদ খাই সিহঁতে হাচ্ছা নত্য কৰিব। আজি নিশা সমাজৰ আগত নিৰংকুশভাৱে গীত গাই, নত্য কৰি আনন্দ কৰিব। এই আনন্দৰ খলকনি যেন ছাৰইকৰ চোতালৰ পৰা সমগ্ৰ গাঁও আৰু জিৰছুঙৰ 'তেৰাং' ঘৰলৈকে বিয়পি একাকাৰ হৈ পৰিল। জিৰছুঙৰ তিক্ততাবোৰ ছাৰইকৰ চোতালখনে ধুই আজি মিঠা কৰি তুলিলে।

ব্ৰ'ফং আৰু ছেং।

ৰংমিলি গাঁৱৰ দুয়ো ক্লেংছাৰপ' আৰু ক্লেংদুন।

দুয়োৰে মূৰত জিৰছুঙৰ গধুৰ দায়িত্ব। লখিমী গজাবলৈ গৈয়েই জিৰছুঙৰ চাংখন এলান্ধুকলীয়া হৈছিল। ন-লখিমীৰ আদৰণিয়ে সেই এলান্ধুবোৰ নোহোৱা কৰিলে। সোণ বৰণীয়া লখিমীৰ হাঁহিত সিহঁতেও হাঁহিলে, নতুনকৈ। ছাৰবাছাৰ চোতালত, অমফুহঁতৰ চোতালত আজি দুয়ো একেলগে বহিছে। একেখন চোতালত, একেখন আকাশৰ তলত আৰু একেটি জোনৰ পোহৰত বহি থকা সিহঁত দুজনলৈ চাই এক গভীৰ আবেগত ছাৰইকৰ মন-প্ৰাণ নাচি উঠিল। এই মিলনৰ সাৰ্থকতা উপলব্ধি কৰি অমফুৱেও ভাবিলে এই আনন্দ যেন চিৰদিন অটুট হৈ থাকে।

---

৬৪ মদ খোৱা এবিধ ডাঙৰ মাটি কলহ।

৬৫ বাঁহৰ কাঠিৰে সজা সেৰেঙা ছেকনী। ইয়াৰে পোহন মদ ছেকা হয়।

হাচ্ছা নৃত্যৰ মদটোপাল গ্ৰহণ কৰিবলৈ ৰ'ফং আৰু ছেং দুয়ো আসন পাৰি বহিল। ফানকুয়ে সকলোবোৰ যতনাই দিলে। ক্লেংদুন-ক্লেংছাৰপ'ৰ আগত একোটিকৈ বাতি থ'লে। বাতিৰ তলত বেঁতৰ ধুনীয়া ফুলাম তলিচা। ঘূৰণীয়া কলপাতেৰে একোখনকৈ বাতিৰ মুখ ঢাকনী। মুখ ঢাকনীৰ সোঁমাজতে বহল ঘূৰণীয়া ফুটা। তাৰ চাৰিওকাষে সৰু সৰুকৈ আৰু নটা ফুটা। ইয়াতো সেই দশো দিশৰ মহান দৰ্শনৰ সত্য ক্লেংদুন ক্লেংছাৰপ'ৰ বাতিত প্ৰকাশ্যমান হৈ পৰিল। বসুধাৰ সত্যটো যেন কাৰবি দশনত প্ৰতীয়মান ৰূপে দেখা দিলেহি।

নিয়মৰ মদ আনিবলৈ ক্লেংছাৰপ'ই চিন হাক কেথেক আদেশ কৰিলে। ক্লেংছাৰপ'ৰ পৰা আহ বান পাই কাদম আৰু কাছাঙে কাঠৰ পাত্ৰ ছেৰ'ত৬৬ মদ লৈ ওলাই আহিল।

বাহিৰত ফটফটীয়া জোনাক। ৰাইজৰ আগত আজি নিশা ৰংমিলিৰ ক্লেংদুন-ক্লেংছাৰপ'ই সান'ন্দ হাচ্ছা নৃত্যৰ মদ গ্ৰহণ কৰিব। কাদমহঁতৰ লিহিৰী হাতেৰে ঢালি দিয়া চেনেহৰ মদ টোপাল আগধৰি খাবলৈ পোৱাটো গধুৰ দায়িত্ব পালনৰ অমৃতময় ফলহে।

কাছাঙে আলফুলকৈ ছেৰ'টো ধৰিলে। কাদমে সোঁ পেটতে ফুটা থকা সৰু লাওৰ পাত্ৰৰে ছেৰ'ৰ পৰা মদ লৈ ক্লেংছাৰপ'ৰ বাতিত লাহেকৈ বাকিলে। জোনৰ পোহৰত তাইৰ ৰূপ দুগুণে চৰিল। তাইৰ সুকোমল গাল দুখন, ওঁঠ আৰু চকু দুটালৈ ক্লেংছাৰপ'ৰ চকু দুটাই বগাই ফুৰিলে। জোনৰ পোহৰতকৈয়ো কোমল তাইৰ মুখৰ লাবণ্য—সি অনুভব কৰিলে। ঢাকনীৰ সোঁমাজেৰে মদ ঢালোতে, ডেকাবোৰে কাদমক জোকালে—

ঃ ঢাকনীৰ ফুটাটো তেনেই সৰু। চাই-চিন্তি চলিবা।

ঃ এ——ক্লেংছাৰপ ৰ বাতিত দেখোন মদেই দিয়া নহ'ল। ফুটাটোৰ বাহিৰতহে মদখিনি পৰিল হবলা।

ঃ জোনৰ পোহৰত ফুটাটো নেদেখিলে হবলা?

লাহে লাহে মদ ঢালি থকা কাদম-কাছাঙক জোকাই ডেকাবোৰে গিজনী মাৰি হাঁহিলে। চ'ৰা ঘৰত বহি থকা ৰাইজেও ডেকাবোৰৰ ধেমেলীয়া কথা শুনি হাঁহিলে। মুখৰ লাগ-বান্ধ নথকা বুঢ়ী দুজনীমানে হংকুপৰ পৰাই অশ্লীল শব্দ প্ৰয়োগ কৰি ধেমেলীয়া পৰিবেশত ইন্ধন যোগালে। অশ্লীল মাতবোৰ শুনি ছাৰইকৰ চাংঘৰ হাঁহিত তল-ওপৰ হ'ল। ধীৰে ধীৰে তৰল হাহিবোৰ নিজম পৰি আহিল। এনে বিমল হাঁহিয়ে মানুহখিনিৰ অন্তৰ ধুই নিকা কৰি পেলালে। জোনৰ নিৰ্মল পোহৰৰ দৰেই সিহঁতৰ মনবোৰো পবিত্ৰ হ'ল—স্নিগ্ধ হ'ল।

জিৰছুওৰ আন ডেকাবোৰকো নিয়মৰ মদ বিলাই কাদম আৰু কাছাং দুয়ো ঘৰত সোমালগৈ। হান মি-হান্ ময় (মদৰ সাজ-বস্তু) প্ৰত্যেকৰ আগে আগে ফানকুয়ে বিলাই যাবলৈ ধৰিলে। বিছ' দেৱতালৈ মদ তৰ্পণ কৰিবৰ বাবে

---

৬৬ নলী লগোৱা কাঠৰ পাত্ৰ বিশেষ। ইয়াৰে মদ বাকিবলৈ ব্যৱহাৰ কৰা হয়।

ক্লেংছাৰপ'ক ক্লেংদুনে অনুৰোধ জনালে। জিৰছঙৰ মান অনুসৰি আন বিষয়ববীয়া ডেকাবোৰকো মদ তৰ্পণৰ অনুৰোধ জনালে। সমূহীয়া প্ৰাৰ্থনাৰে ৰিছং দেৱতালৈ মদ তৰ্পণ কৰি মদ পান আৰম্ভ কৰিলে। ডেকাবোৰৰ লগতে চ'ৰাঘৰৰ ৰাইজেও মদ খাবলৈ ধৰিলে। মদপান চলি থকাৰ লগতে ক্লেংদুন-ক্লেংছাৰপ'ক হাচ্ছা নৃত্য আগ বঢ়াবলৈ ডেকাসকলে আহ্বান কৰিলে।

ছাৰবাছাকে ধৰি গাঁৱৰ লোকসকল শাৰী শাৰীকৈ বহি হাচ্ছা নৃত্য চাবলৈ ৰৈ আছে। তিৰোতাসকলেও হংকুপৰ জুহালত বহি হাচ্ছা নৃত্যৰ বাবে অপেক্ষামান হৈ আছে। জোনৰ পোহৰত ডেকাবোৰে আনন্দেৰে মদ পান কৰি আছে। গাভৰু সকলেও বৰ ঘৰত হাচ্ছা নৃত্যৰ বাবে ৰন্ধন কাৰ্যত ব্ৰতী হৈছে।

ছাৰবাছাৰ চোতালত ক্লেংদুন-ক্লেংছাৰপ'ই নৃত্য কৰিব, গীত গাব। জিৰ-ছঙৰ পূত-মন্ত্ৰেৰে দীক্ষিত ডেকা জীৱনত এনে আনন্দ জানো দুনাই আহিব ?

ৰিছ' দেৱতাৰ আনন্দ-বিনোদনৰ কাৰণে ৰ'ফং আৰু ছেং দুয়ো ধীৰে ধীৰে নৃত্য কৰি গীত গালে ঃ

এ——এহা——হা——হা,৬৭
হৰছ' হৰ কুলিয়া——কু——উক।
এ——এহা——হা——হা।
এহা——হা——হা।
হা হে নাংপুনা লুঞ্চে।
লঞ্চে আংমুং ফুদাম মে।
এহা——হা——হা।
এহা——হা——হা।
হৰছ' হৰ কুলিয়া——কু——উক।

ক্লেংদুন-ক্লেংছাৰপ'ৰ মিলন নৃত্যত ছাৰবাছাৰ চাংঘৰ কপি উঠিল। মৃদু নৃত্যৰ ছন্দই এক অনাবিল আনন্দ নমাই আনিলে। ৰংমিলি গাঁৱৰ গায়ন বুঢ়া লুঞ্চেক নৃত্য কৰিবলৈ অনুৰোধ জনালে। ডেকাসকলৰ আহ্বান শুনি লুঞ্চেপ'ই বহি থাকিব নোৱাৰিলে। হাত দুখন ওপৰলৈ কৰি দুপিয়াই দুপিয়াই সি নৃত্য কৰিলে। লুঞ্চেপ'ৰ নৃত্য চাই সকলোৱে আনন্দ কৰিলে। আঘোণৰ জোনটিয়ো মূৰৰ ওপৰলৈ আহি থৰ লাগি ৰ'ল। হাচ্ছা নৃত্যৰ আনন্দত জোনটিয়েও যেন পাহৰি গ'ল—গতিৰ কথা, সময়ৰ কথা। নিৰ্মেঘ আকাশৰ সহস্ৰ তৰায়ো যেন নৃত্যৰ ছন্দত নাচি উঠিল।

লুঞ্চেপ'ই কিছু সময় নৃত্য কৰি নিজ আসনত বহিলহি। হাচ্ছা নৃত্যৰ প্ৰাচীন ইতিহাস সুঁৱৰি সি গীত গালে। ক্লেংদুন-ক্লেংছাৰপ' দুয়ো নৃত্য সামৰি নিজ আসনত বহিলগৈ। মদ খাই খাই একান্তমনে সিহঁতেও গীতবোৰ শুনিবলৈ ধৰিলে ঃ

---

৬৭ নৃত্যৰ ছন্দৰ লগত মিল ৰাখি উচ্চাৰিত হোৱা আনন্দ প্ৰকাশক কিছু ধ্বনি; এনে গীতৰ বিশেষ অৰ্থ নাথাকে।

এ ৱানদেত মিৰ ছেংলং
ইৰূ কাছেন আচিফং
কপ্লি পালাংহে কলং,
চিফং দন-ছুৰি প্লেংচেং
চিফং কিমপেত লাং দুথম ।

কাছেন ককাৰ দিনত কাববিসকলে কপিলী আৰু কলং নৈৰ পাৰত বসতি কৰিছিল। সেই বৃহৎ গাঁওখনৰ লগত হাচ্ছা নৃত্যৰ এক নিবিড় সম্পৰ্ক। ককা কাছেনেও নৃত্য কৰিছিল, লখিমীক নৃত্য-গীতেৰে আদৰণি জনাইছিল। লুঞ্চেপ'ৰ গীতে ৰংমিলিৰ বৃদ্ধসকলৰ সন্মুখত যেন হেৰাই যোৱা অতীতটোকহে ঘূৰাই আনিলে। তাৰ গীতৰ কথা আৰু সুৰে ছাৰইকৰ চোতালখন গহীন কৰি তুলিলে।

কাছেন ককাৰ ঘৰতো গাঁৱৰ বৃদ্ধসকলে শাৰী শাৰীকৈ বহি আজিৰ দৰেই হাচ্ছা নৃত্যৰ মদলৈ অপেক্ষা কৰিছিল। নৃত্যৰ মদ বিলাবলৈ ডেকাসকলক আহ্বান কৰিছিল। লুঞ্চেপ'ই মধুৰ সুৰত গীত গাই গ'ল ঃ

কাথি চংমি পাথিৰক্লং
ছাৰ ছাৰ চংমেই পাংকাংবং,
ছাৰ চাৰ ছেৰ হাৰলুং দেংৰণ
থা'ৰ জবলাং নাংমে নন।

গীত শুনি ৰংমিলিৰ বৃদ্ধসকলে আনন্দত মৃদু হাঁহি মাৰিলে। লিন্দকেও মূৰ দুপিয়াই গীতৰ অৰ্থ অনুভৱ কৰিলে। মনৰ আনন্দত বাতিত থকা মদখিনি একোবাতে গিলি দিলে। লিন্দৰে অনুভৱ কৰিলে যেন ককা কাছেনৰ চ'ৰাঘৰতহে সি বহি আছে।

কাছেনৰ যুগতো জিবছুং আৰু হাচ্ছা নৃত্যৰ আদৰ আছিল। ছ'দাৰকেথে, বাৰলন--এইসকলে কাছেনৰ চোতালত ঘূৰি ঘূৰি তিনিপাক নৃত্য কৰিছিল। নৃত্যৰ মৃদু ছন্দত সিহঁতৰ গাৰ চোলাবোৰৰ ফুলাম দহি সূতাবোৰ নাচি উঠিছিল। লুঞ্চেপ'ৰ গীতৰ মূৰ্চ্ছনাত সেই ছবিখনি স্পষ্ট হৈ উঠিল ঃ

নুৰদুন ছ'দাৰ পেন বাৰলন
হাচ্ছা কান আচৰ আৰন
হাচ্ছা কাননন ক্লং পাকথম;
জেংবি আপ্রে পাংতেন বং
হাচ্ছা কানৰা পাংদুকজন।

ৰংমিলিৰ লুঞ্চেপ'ই হাচ্ছা নৃত্যৰ নীতি-নিয়মৰ গীত গাই ডেকাসকলক উদ্বুদ্ধ কৰি তুলিলে। ইয়াৰ ঐতিহ্য আৰু সৌন্দৰ্যৰ কথা সোঁৱৰাই ডেকাসকলৰ মন-প্ৰাণ আপ্লুত কৰি তুলিলে। এনে নৃত্য-গীতৰ অফুৰন্ত আনন্দৰ শেষ ক'ত? কাছেনৰ চোতালতো ডেকাসকলে পাহৰি গৈছিল—সময়ৰ কথা, ভোক-পিয়াহৰ কথা। তাহানিখনো বুঢ়াসকলেহে ডেকাসকলক সময়ৰ কথা সোঁৱৰাই দিবলগীয়া হৈছিল ঃ

মিৰ কাছাত ছেংলং
পানিং বেহেমপি ছুক চন,
নিংৰে হাচ্ছা পাদেৰজন।
হিংচং ৰ'ছুক তালিৰং
থাৰে ল' আনি তি নন।
আংদেং নাংৰত লংথম থম
হেমতুন, তিফলাকছি আৰন,
চকচেতে আদায় দ' লাছন
আদায় দুমা ক ক থম থম

হাচ্ছা নত্যৰত ডেকাসকলে সময়ৰ কথা পাহৰি গৈছিল। হালিপৰা আকাশৰ কালপুৰুষটি দেখি নত্য সামৰিবলৈ ঘোষণা কৰিছিল। আগলি কলপাতৰ ঠাৰিত তিনিটাকৈ ন ঠাইত ৰেপ দি নত্যৰ সামৰণি মৰা হৈছিল। সুৰুয ওলালেই যে তিনিখিলাকৈ গোটা ধপাত দি দায় ভৰিব লাগিব।

এইদৰেই গীত আৰু নৃত্যৰে ছাৰইৰ ঘৰত মদ-ভাত খাই ন-লখিমীক আদৰণি জনালে। হাচ্ছা নৃত্যৰ সামৰণিৰ লগে লগে জোনৰ পোহৰো আঘোণৰ কুঁৱলীত শেতা হৈ পৰিল। পূবৰ নিয়মৰ স্মৃতি ৰক্ষা কৰি ছাৰইকে ৰিছ'বাছাক হাচ্ছা নত্যৰ সমাপ্তি ঘোষণা কৰিবলৈ ক'লে। নত্য সমাপ্তিৰ পিছত মদ-ভাত খাই ঘৰা-ঘৰি গ'ল। নিজম পৰি থকা গাঁওখন কুকুৰৰ ভৌ-ভৌৱনিত সাৰ পাই উঠি পুনৰ লাহে লাহে নীৰৱ পাৰ যাবলৈ ধৰিলে। উৰুমি লাগি থকা ছাৰইকৰ ঘৰখনো এতিয়া জুহালৰ জুইৰ দৰেই উত্তাপহীন, নিস্তেজ হৈ পৰিল।

## ছাব্বিশ

হাচ্ছা নত্য সামৰণি পৰা আজি তিনি দিনেই হ'ল। ভাতলিৰ ধানখিনি ঘৰ আহি পোৱাত, অমফুহঁতৰো কাম কিছু পাতলিল। সৰিয়হ শাক বিচাৰি যোৱাৰ ইচ্ছা কৰি অমফুৱে কাদমহঁতক লগ ধৰিলেগৈ।

কাদম, কাছাং আৰু অমফু।

সৰু সৰু খাং লৈ তিনিও সৰিয়হতলি পালেগৈ।

আবেলিৰ মিঠা ৰ'দে সৰিয়হ তলীডোখৰ বেছি মিঠা কৰি তুলিছে। নৈৰ পাৰত থিয় দি অমফুৱে চাই পঠিয়ালে ফুলি থকা বিস্তীর্ণ সৰিয়হতলীলৈ। উৰিফুৰা বিচিত্ৰ ৰঙৰ পখিলা আৰু গুণ গুণ কৰি ফুলৰ ৰেণু আহৰণৰ কৰা মৌ-মাখিবোৰ দেখি অমফুৱে ভাবিলে—কি বিতোপন এই সৰিয়হ তলি। অকাই-পকাই বৈ যোৱা বৰপানীখনো অপৰূপভাৱে অমফুৰ দুচকুত উজলি উঠিল। বতাহত

ঢৌ খেলি থকা সৰিয়হ ফুলবোৰ দেখি অমফুইঁত আনন্দত অধীৰ হ'ল। শান্ত হৈ থকা আকাশখনৰ দৰেই বিস্তৃত আৰু সীমাহীন সেই আনন্দ।

ফুল নুফুলা কুমলীয়া সৰিয়হ গছৰ পাত বিচাৰি তিনিও বুটলিবলৈ ধৰিলে। এমুঠি শাক খাংটোত ভৰাই কাদমে ক'লে—

ঃ ঐ নেং চোৱাচোন, ইমান ধুনীয়া সৰিয়হ ফুলবোৰ।

অমফু আৰু কাছাঙে নিস্তব্ধ হৈ শাক বুটলি আছিল। ফুলি থকা সৰিয়হ ফুলবোৰলৈ মূৰ তুলি চাই অমফুৱে ক'লে—

ঃ সঁচাকৈয়ে নেং, সৰিয়হ ফুলবোৰ বাৰুকৈয়ে ধুনীয়া। মোৰ যে কিমান আনন্দ লাগে। এইবোৰৰ মাজত মনৰ দুখবোৰৰ কথা পাহৰা যায়, জানা। মানুহৰ মনবোৰো ইহঁতৰ দৰে সুন্দৰ হোৱাহেঁতেন।

ঃ তেতিয়াহ'লে আমি হাঁহিয়েই থাকিব পাৰিলোঁহেঁতেন, নহয়নে নেং ?— কাদমে ক'লে।

"অঁতো" বুলি কৈ অমফুৱে শাক তোলাত মনোনিবেশ কৰিলে।

কাছাঙে শাক তুলি তুলি কথাবোৰ শুনি গৈ আছিল। কাদমৰ হাঁহি আৰু আনন্দবোৰে তাইক আজি আমনি দিয়া হ'ল। হাচ্ছা নৃত্যৰ নিশা ডেকাবোৰে কাদমক প্ৰশংসা কৰা দেখি মনৰ গোপন কক্ষত তাইৰ ঈৰ্ষাৰ ভাব উদয় হৈছিল। কথা উলিওৱাৰ ছলেৰে তাই সুধিলে—

ঃ হাচ্ছা নৃত্যৰ আনন্দতকৈয়ো এই সৰিয়হ ফুলবোৰ বেছি মধুৰ আৰু ধুনীয়া নেকি নেং ?

ঃ ইচ নেং কাছাঙৰ কথাটো চোৱা। সৰিয়হ ফুলৰ লগত হাচ্ছা নৃত্যৰ সম্পৰ্ক ক'তনো বিচাৰি পালে ?

কথাখিনি কৈ তাই খিল খিলাই হাহিলে। তাইৰ হাহিৰ ধ্বনিবোৰ সৰিয়হ ফুলৰ ঢৌৰে সৈতে একাকাৰ হৈ দূৰৰ পাহাৰত যেন হেৰাই গ'ল।

ঃ নেং, কাদমে কথাই প্ৰতি হাঁহে তাই। মনৰ আনন্দৰ কথা কওঁতে নেঙে আন কথাহে বুজিলে—কাছাঙে ক'লে।

ঃ মই কি বেলেগ বুজিলো ?—হাহি সামৰি কাদমে ওফন্দ পাতিলে।

দুয়োৰো কথাত বিৰক্তিৰ ভাব। অমফুৱে কথাটো মন কৰিলে। তাই পৰিস্থিতি স্বাভাৱিক কৰাৰ উদ্দেশ্যেৰে মাত লগালে—

ঃ নহয় নেং কাদম, কাছাঙে কোৱা কথাটো মই বুজিব পাৰিছোঁ।

ঃ কি ধৰণে তুমি বুজিছা ?—অভিমান কৰি কাদমে প্ৰশ্ন কৰিলে।

ঃ নেং কাছাঙে ভবা কথাটো সচা। হাচ্ছা নৃত্যৰ আনন্দতকৈয়ো সৰিয়হ ফুলে দিয়া আনন্দ শ্ৰেষ্ঠ হ'ব নোৱাৰে।

ঃ কিয় ?—পাত ছিগা এৰি কাদমে আচৰিত হৈ সুধিলে।

ঃ সৰিয়হ ফুলৰ আনন্দ ইহঁতৰ ৰংবোৰৰ দৰেই ক্ষন্তেকীয়া; কিন্তু ৰংহীন হাচ্ছা নৃত্যৰ আনন্দ চিৰদিনীয়া।—সৰু ছোৱালীক বুজোৱা দি তাই কাদমক বুজনি দিলে। এবো বুজি নাপাই তাই সখীয়েকৰ মুখলৈ অঁকৰাৰ দৰে চাই ৰ'ল।

ঃ তুমি বুজি পোৱা নাই নেং ?

ঃ ওঁহো, তোমালোকৰ কথাবোৰ মই একোকে বুজা নাই ।

কাদমৰ কাষ চাপি অমফুৱে ক'লে—

ঃ জিৰছুঙৰ তিক্ততাখিনি হাচ্ছা নৃত্যই মধুৰ কৰিলে । ক্লেংদুন-ক্লেংছাৰপ'ৰ মাজত থকা ক'লা ডাৱৰ আঁতৰি গ'ল । মানুহৰ অন্তৰ মিলাব পৰা সমান আনন্দ এই পৃথিৱীত আৰু কি থাকিব পাৰে ! নেং কাছাঙৰ কথাৰ অৰ্থ সেয়ে ।

ঃ ঔ আই ! নেং কাছাঙে কেতিয়াৰ পৰা এনে কথা ক'বলৈ শিকিলে ? অঁকৰাৰ দৰে ইমান সময়ে কথাটো বুজিবকে নোৱাৰিলোঁ পাই ।

এই বুলি কৈ তাই পুনৰ খিলখিলাই হাঁহিলে । এই হাহিত কোনো জটিলতা নাই ঃ বাষৰ নৈৰ পানীৰ দৰেই নিমল আৰু স্বতঃস্ফূৰ্ত তাইৰ হাঁহি ।

ঃ কওঁ বুলি মই একোকে ভবা নাছিলোঁ । অমফু নেঙে নিয়াৰিকৈ বুজাই দিয়াত মোৰো মনটো মুকলি লাগিছে ।—কাছাঙে ক'লে ।

ঃ আমাৰ ক্লেং ছাৰপ' কেনেকুৱা বাৰু ?—অমফুৱে কাছাঙক সুধিলে ।

ঃ ক্লেংছাৰপ' ? সি অলপ নিষ্ঠুৰ আৰু স্বেচ্ছাচাৰী স্বভাৱৰ ।

ঃ অকল সিমানেই নহয় সি কামুক আৰু প্ৰতিশোধপ্ৰিয় ডেকা ।

—ক্লেংছাৰপৰ চৰিত্ৰ সমালোচনা কৰি কাদমে ক'লে ।

ঃ তুমি ক্লেংছাৰপ'ৰ কথা কিয় ভাবিলা ?—কাদমে অমফুক সুধিলে ।

ঃ এনেয়ে । জিৰছুঙৰ লগত তোমালোকৰ ঘনিষ্ঠ সম্বন্ধ থকা বাবেহে সুধিলোঁ । ক্লেংদুনৰ লগত তাৰ মিল হ'বনে বাৰু ?

ঃ তুমি বৰ জটিল প্ৰশ্ন কৰিলা । মানুহৰ মন বুজা টান নেং !

ঃ এৰা, ক্লেংদুন আৰু ক্লেংছাৰপ'ৰ মিলন হ'লে আমাৰ গাঁওখনৰ হাহি অম্লান হৈ থাকিলহেঁতেন ।—গহীন ভাবত অমফুৱে ক'লে ।

অমফুৰ মনটো হঠাতে বুজা-নুবুজা ভাব ৰাজ্যত ডুব গ'ল । গাঁওখনৰ হাহিৰ অক্ষুণ্ণতাৰ বাবে যেন বহুতো ত্যাগৰ প্ৰয়োজন তাই উপলব্ধি কৰিলে । নৈৰ সিপাৰৰ আহি থকা ম'হজাকলৈ চাই অমফুৱে ভাবিলে । শাক নিছিগি আতৰলৈ চাই থকা দেখি কাদমে অমফুক সুধিলে—

ঃ কি হ'ল নেং ! কি চাইছা ?

ঃ সৌজাক ম'হ আমাৰ গাঁৱৰ হয়নে ?

ঃ সেয়া বি-হেনৰ গাঁৱৰহে ।—কিছু সময় নিৰীক্ষণ কৰি কাছাঙে ক'লে ।

ঃ তুমি কেনেকৈ জানিলা ?—কাদমে সুধিলে ।

ঃ বগা ৰঙৰ ম'হ আমাৰ গাঁৱত নাই । বি-হেনৰ গাঁৱতহে এনে ম'হ দেখিছিলোঁ । —কাছাঙে ক'লে ।

এইদৰে কথা পাতি তিনিও শাক তুলিলে । কিছু সময়ৰ মূৰত শাক তোলা হ'লত নৈৰ পাৰৰ মুকলি ঠাইত বহি সিহঁতে জুৰ ল'লেহি । গাত লাগি থকা সৰিয়হ ফুলবোৰ অমফুৱে গুচালে । খাঙৰ ভিতৰত থকা শাকবোৰৰ পৰা দুই-এডাল

ফুলিৰ ধৰা সৰিয়হৰ ছেঁইবোৰ কাছাওে বাছি উলিয়ালে। সিপাৰৰ সৰিয়হ ফুলবোৰলৈ চাই কাদমে ক'লে—

ঃ খন্তেকীয়া হ'লেও সৰিয়হ ফুল যে চায়েই ভাল লাগে।

ঃ তুমিও ইন্দ্ৰকন্যাৰ দৰেই সৰিয়হ ফুলত মুগ্ধ হ'ব বিচাৰিছা হবলা।

—কাছাওে ধেমালি কৰি ক'লে।

ঃ ইন্দ্ৰকন্যা ?—আচৰিত হৈ কাদমে সুধিলে। অমফুৱেও কাছাওৰ মুখলৈ ঘূৰি চালে।

ঃ কিয়, সেই অভিশপ্তা ময়ূৰীৰ কাহিনীটো !

ঃ এ' সেই সাধুটো। তোমাৰো ভাল মনত আছে।

তিনিও আপোন মনেৰে কথা পাতি আছিল। বি-হেনক্ৰৰ ম'হজাক সিপাৰৰ সৰিয়হতলীৰ কাষ পালেহি। আবেমিৰ ব'দজাৰ পিঠিত লৈ অমফুহঁতক বহি থকা গুৱালকেইজনে দেখা পালে। দুজনমান ওৱালে অমফুহতক জোকালে—

ঃ সেইজাক ক'ৰ গাভৰু ? ৰংমিলিৰ নেকি ?

সিপাৰৰ পৰা কাবোবাৰ মাত শুনি অমফুহঁত উভতি চালে। সুকুষৰ পোহৰ পৰি তিৰবিৰাই থকা পানীখিনিয়ে তাহাতৰ চকুত চাং মাৰি ধৰিলে। চকুত হাতেৰে আঁৰ কৰি কাদমে ক'লে—

ঃ অঁ ৰংমিলিৰ

অ, ছাৰবাছা নোহোৱা ভিকহু গাঁৱৰ গাভৰু।

ডেকা ল'ৰামখাই গিজনি মাৰি হাহিলে। অমফুহতে অপমানিত অনুভৱ কৰিলে।

তিনিও থিয় দিলে।

ঃ মুখ চণ্ডালি কথা কবিচোন।—কাদমে ওফন্দ পাতি ধৰিলে।

শাক ভৰা খাং পিঠিত তুলি অমফুৱে খোজ ললে। সখীয়েকৰ যোৱা দেখি কাদমহঁতেও পাছে পাছে খোজ ললে। অমফুহঁত আতৰি যোৱা দেখি গুৱালবোৰে আসৈ পাই আৰু বেছিকৈ জোকাবলৈ ধৰিলে। বি-হেনক্ৰৰ গুৱালবোৰৰ তাচ্ছিল্যো-পূৰ্ণ কথালৈ অমফুহতে কাণ নিদিলে। লাহে লাহে সৰিয়হতলী অতিক্ৰম কৰি আহিল। ওৱালবোৰৰ হাহি-খিকিন্দালিবোৰ নুশুনা হ'ল।

বি-হেনক্ৰৰ ল'ৰাবোৰ বৰ গৰিত। কথাই পাতিব নাজানে।—কাদমে নীৰৱতা ভংগ কৰি ক'লে।

ঃ এৰা, হাবেছিক'ৰ গাঁৱৰ ল'ৰা হৈ অলপো ভদ্ৰতা নাজানে।

ঃ গছ লৈহে গুটি। হাবেছিক' ভাল হ'লেহে গাৱৰ ল'ৰা-ছোৱালীবোৰো ভাল হ'ব।—অমফুৱে কাছাওৰ প্ৰত্যুত্তৰ দি ক'লে।

এনে অপমান অসহনীয়। ছেং ককাইক কৈ দিমগৈ।

—খং আৰু বিৰক্তিৰে কাদমে ক'লে।

ঃ নেং এইবোৰ কথা কৈ ৰণ এখন নলগাবা, আমাৰেই শপত। দেউতাক ছাৰবাছা পদৰ পৰা আতৰোৱাৰ কাৰণে ৰাইজ এনেই খং খাই আছে। তাতে,

এইবোৰ কথা শুনিলে আৰু জ্বলি উঠিব। এইবোৰ গুৱালৰ কথাই আমাক একো'ক চুবহি নাৱাৰে। বি-হেনৰূৰ খজুৰতি সিহঁতৰ নিজৰ গাতহে লাগিব।—অমফুৱে কাদমক বুজালে।

অমফু, কাদম আৰু কাছাং, তিনিও গাঁও পালেহি। সিহঁতৰ মুখত ঘনীভূত বিষাদৰ ছাঁ। ৰাংচালী কাদমজনীয়েও মুখখন ওন্দোলাই পেলালে। সিহঁতৰ বাবে এইয়া এক অবৰ্ণনীয় বেদনা। অমফুৱে চাঙৰ জখলাত উঠি দূৰৰ পাহাৰ-খনলৈ চাই পঠিয়ালে। পাহাৰবোৰ লাহে লাহে ধোঁৱা বৰণীয়া হৈ উঠা তাই দেখিলে। মাৰ যাবলৈ ধৰা সৰুযটো কিবা যেন অব্যক্ত বেদনাৰে বিধুৰ তাই এনে উপলব্ধি কৰিলে।

## সাতাইশ

বৈঠালাংছ'।

এইগা নতুন নাম, এতিয়াৰ চিনাকি নাম। বৰপানীয়ে চুই যোৱা এখনি সৰু ঠাই এই বৈঠালাংছ'।

মৰ লগাকৈ ই ধুনীয়া। টীকা পাহাৰৰ পৰা নামি অহা যেন এগৰাকী ষোড়শীহে।

এই ঠাইখনৰ প্ৰাচীন নাম ৰ'থাত লাংছ'।

ৰ'—থাত —লাংছ' ?

কুকুৰা কটা নিজৰা! ইমান ভয় লগা নাম কিয় ? টীকাৰ বনাঞ্চলৰ পৰা ওলাই অহা এই ৰূপহী নিজৰাটিৰ গাত কোনে কালিমা সানিলে ? তেন্তে কাজিৰ বেপীয়ে ভয় কৰি থকা টীকাৰ দেওবোৰ এই নিজৰাইদি ওলমি আহিছিল নেকি ?

হ'বও পাৰে।

টীকা ছাৰপ'ৰ মহিমা অপাৰ। তেওঁ নোৱৰা কাম কি আছে ? কুকুৰা চৰাই কাৰবিৰ ৰক্ষা-কবচ। কুকুৰা এটি উছগা কৰি সম্ভাব্য বিপদৰ পৰা মুক্ত হোৱাৰ এইয়া কাৰবিসকলৰ চিৰাচৰিত প্ৰথা। কুকুৰা চৰাইৰ কেঁচা তেজেৰে সেই অপদেৱতাবোৰৰ অতৃপ্ত ক্ষুধা দূৰ কৰাইছিল। জিৰ জিৰ কৈ বৈ অহা এই সৰু নিজৰাটিয়ে দেৱতা আৰু মানুহৰ মিলনৰ চিৰন্তন সাক্ষ্য বহন কৰি আহিছে আজিকোপতি। এই পূত সলিলৰ পাৰত বহি কাৰবিসকলে কুকুৰা উছগা কায সম্পন্ন কৰিছিল বাবেই এই নিজৰাটিৰ নাম ৰ'থাত লাংছ'।

কাৰবিসকলৰ এইয়া অতি চিনাকি নাম। কাৰবি জীৱন মুক্তি-প্ৰদায়িনী বাবেই এই নিজৰাটি তেওঁলোকৰ ইমান আপোন। এই তিনিটা শব্দৰ বিভ্ৰাট ঘটিয়েই সাধিত হ'ল এটি নতুন নাম—বৈঠালাংছু'।

ভৈয়াম আৰু পাহাৰৰ এক সংমিশ্ৰণৰ মিলনভূমি—

এই বৈঠা—লাংছু', এটি নতুন যুগৰ মূল্যায়ন।

বৰপানীৰ পূব পাৰৰ সমান ঠাইখনৰ ওপৰেদি ৱ'থাত লাংছু' বৈ আহি কাৰ্বি লাংপিত পৰিছেহি। এই নিজৰাৰ পাৰত উত্তৰমুখী কৰি তিনিটামান টিনৰ ঘৰ। ঘৰবোৰ দীঘল। গুদাম-ঘৰ লেখীয়া। বেৰ কেইখনো কাঠৰ তক্তা লগোৱা। টিন ঘৰৰ মুখেদি টীকালৈ যোৱা এটি সৰু বাট। এই ঘৰবোৰ ৰামধন কেঞ্জাৰ। কেঞ্জা দোকানৰ কিছু নিলগত এটি খেৰী দোকান-ঘৰ। সেয়া মুনীন্দ্ৰৰ দোকান। বুঢ়া দোকানীজনৰ সম্পূৰ্ণ নাম মুনীন্দ্ৰ ৰায়। টীকা মিছনবো বহু পূৰ্বেই মুনীন্দ্ৰই আহি দোকান দিছিলহি। কোন কাৰবি ডেকাই মুনীন্দ্ৰৰ দোকানৰ বিড়ি নোহোপ্ৰাকৈ আছিল বাৰু ? তাৰ দোকানক লৈয়েই গীতৰেই সৃষ্টি হ'ল ঃ

কেংছাং মনি আদুকান
বিৰি মংৰা ছাংছিনাং।

এখণ্ডেক জিৰ্বাণ লোৱাৰ ছলেৰে মুনীন্দ্ৰৰ দোকানৰ বিড়ি হুপিবলৈ ডেকাসকলে পাহৰা নাছিল। লগতে পাহৰা নাছিল—মুনিৰ দোকানৰ মিঠা-গুৰ 'নকলাং' দি প্ৰেমিকাৰ মনৰ সম্ভেদ ল'বলৈ। মন বিনিময়ৰ মিঠা টানবোৰ দেখি মুনীন্দ্ৰয়ো হাঁহিছিল আৰু এখাপমাচ গুৰ বেছিকৈ দি সিহঁতৰ মনবোৰক বেছি মিঠা কৰি তুলিছিল। পাহাৰৰ পৰা নামি অহা ডেকা-গাভৰুৰ মন বিনিময়ৰ সহজ বাটেৰে সিও মন বিনিময় কৰিছিল পাহাৰৰ লা, কপাহ, তিলৰ লগত। সেইবোৰে এসময়ত মুনিৰ দোকানত গোট খাইছিলহি। সপ্তাহৰ মূৰে মূৰে নাৱত ভৰাই কামপুৰলৈ চালান দিছিল। কিন্তু মিছনেৰী অহাৰ লগে লগে কেঞ্জা মহাজনেও ঘাটি পাতিলেহি। মুনীন্দ্ৰ ৰায়ৰ ব্যৱসায়ৰ চকৰিও ঘূৰিল। নিমখ, কাপোৰৰ লগত কলীয়া কানি আমদানি কৰি পাহাৰত বিয়পাই দিলেহি। কানিৰ মায়াৰে মোহিত হৈ পাহাৰৰ লা-কপাহবোৰো ৰামধন কেঞ্জাৰ গুদামত সোমাই পৰিল। মুনীন্দ্ৰ ৰায়ৰ দোকানখনে ক'লা ব্যৱসায়ত হাৰ মানিবলৈ বাধ্য হ'ল। ব্যৱসায়ত তৰল পৰিলেও কাৰবিৰ চকুত পূবৰ মুনীন্দ্ৰই থাকি গ'ল।

এই দোকান কেইখনক লৈয়েই বৈঠালাংছু'ত এক সুকীয়া পৰিবেশৰ সৃষ্টি হৈছিল। অন্য নহ'লেও এখনি সাপ্তাহিক মংগলবৰীয়া হাট বহিবলৈ ল'লে। এইয়া ছাৰমুং বাছিক'ৰ সুচিন্তাৰ ফল। হাটখনে ভৈয়ামৰ লগত জল-পথৰ সংযোগ সু-নিশ্চিত কৰিলে। এই হাটৰ যোগেদি ভৈয়াম আৰু পাহাৰৰ মাজৰ ভাবৰ আদান-প্ৰদানো সহজতৰ হ'ল। বাণিজ্যই বিচিত্ৰ মানুহৰ সংস্পৰ্শ ঘটায়। বৈঠালাংছু'ৰ প্ৰাচীন ৰূপৰ লগতে মানুহৰ মনবোৰকো হাটখনে সলনি কৰি পেলালে।

উকা হৈ থকা বৈঠালাংছু’ ঘাটত পুৱাৰ কুৰঁলি ফালি ফালি নাও তিনিখন লাগিলহি। নিৰ্জন ঘাটত কিহবাৰ উমান পাই কাউৰী কেইজনীমানে কা—কা কৰি আৰাও লগালে। নাৱৰ পৰা পাৰত নমোৱা বস্তু-বাহানিৰ টুং-টাং শব্দবোৰে নৈৰ ঘাটখন স্পন্দিত কৰি তুলিলে।

দুভাঁৰমান বেলি হওঁতেই পাহাৰৰ পৰা দলে দলে হাটৰ মানুহবোৰ নামি আহিল। লা, কপাহ, তিলৰ পৰা আৰম্ভ কৰি কচু, বেঙেনা, জলকীয়া আদি বিকিবলৈ পিঠিত বান্ধি মানুহবোৰ আহিছে। এইবোৰৰ বিনিময়ত নিমখ আৰু শুকান মাছকে আদি কৰি অন্যান্য দ’গতিয়াল বস্তুবোৰ খৰিদ কৰিব। সুদূৰ ছু’চ্ছেং, ৰংমান্দু, উমতিলিৰ পৰাও কাৰবিসকলে বস্তু বিকিবলৈ বৈঠালাংছু’ হাটলৈ আহে। বস্তু বিকাৰ লগতে লৈ আহে সুখ-দুখৰ সংবাদবোৰ। উভতি যাওঁতে লগত লৈ যায় বহিজগতৰ বা-বাতৰি। এইদৰেই দুৰ্গম পাহাৰীয়া অঞ্চলবোৰে ভৈয়ামৰ লগত সংযোগ ঘটায়। হাটত লগ পোৱা বিচিত্র মানুহৰ সংমিশ্রণে এখনি বহল দেশৰ কথা কাৰবিসকলক উপলব্ধি কৰাত সহায় কৰে।

ছাৰইকো হাটলৈ ওলাই আহিল।

বৈঠালাংছু’লৈ যোৱা সিহঁতৰ বাটটো সৰু আৰু লুংলুঙীয়া। ৰ’থাত লাংছু’ জুৰিৰ তলগঁঠীয়া পানী পাৰ হৈ মুনীন্দ্ৰ ৰায়ৰ দোকানৰ আগত সি ওলালহি। ৰামধন কেঞাই বাহিৰত বহি কপাহ জোখা চাই আছিল। ছাৰইকক দেখি সি মাতিলে,

ঃ ৰাম ৰাম গাঁওবুঢ়া। অলপ কথা আছে, এই ফালে আহিবি।

কেঞাৰ মাত শুনি ছাৰইকে ঘূৰি চালে। অলপ পিছত আহিব বুলি হাতেৰে ইংগিত দি সি মুনীন্দ্ৰৰ দোকানত সোমাল। মুনীন্দ্ৰই চাংখনত বহি কিবা হিচাপ কৰি আছিল। ছাৰইকক সোমাই অহা দেখি মুনীন্দ্ৰই মাত লগালে,

ঃ কাৰদম গাঁওবুঢ়া। কেনে আছে?

“ভালেই আছোঁ” বুলি কৈ দোকানৰ চাংখনত ছাৰইকে বহি ল’লে। হিচাপৰ বহীখন থৈ মুনিয়ে বিড়ি এডাল আগবঢ়াই দি সুধিলে,

ঃ ফেৰাংকেৰ আগত খবৰ দিছিলোঁ, পাইছেনে?

অ’, পাইছোঁ। ল’ৰাটোৱে কি খবৰ দিছে?

ঃ কামপুৰ বজাৰত আপোনাৰ ল’ৰাটোক লগ পাইছিলোঁ। পৰীক্ষা ওচৰত কাৰণে সি ঘৰলৈ নাহে বোলে। খৰচহে অলপ পঠিয়াবলৈ কৈছে। আপোনাৰ ল’ৰাটো কিন্তু মানুহ হ’বদেই গাঁওবুঢ়া। আগৰ হেমাই আৰু নাই; সি বহুত সলনি হ’ল।

ঃ অঁ, তাৰ ভাগ্যত কি আছে নাজানো। পিছে, আপুনি এই কেইদিনতে কামপুৰলৈ যাব নেকি?—বিড়ি এহোপা মাৰি ছাৰইকে সুধিলে।

ঃ অঁ, মই পৰহিলৈ যাম। মোৰ হাততেই দিব পাৰিব। যাওঁতে লগত লৈ যাব পাৰিম।

ঃ ভাল বাৰু। বজাৰ কৰিবলৈ আছেই। মই উঠোহে।

ছাৰইকে বহাৰ পৰা উঠিল। এনেতে মুনীন্দ্ৰই মাত লগালে,

ঃ শুনিবলৈ পাইছোঁ, ভয়নে গাঁওবুঢ়া?

ঃ কি কথা?—যাবলৈ ওলোৱা ছাৰইকে তাৰ মুখলৈ চাই প্ৰশ্ন কৰিলে।

ঃ বৰহাবাই বোলে কিবা দোষ দি আপোনাক বিচাৰ কৰিলে? কথাটোনো কি?

ঃ ময়ো নাজানো, মুনি বাবু। ছিংনতহে এতিয়া আমাৰ গাঁৱৰ গাঁওবুঢ়া।

ঃ অ' হয় নেকি? সেই কাৰণেহে মই বৰহাবাইৰ লগত তাক ঘূৰি ফুৰা দেখোঁ। পিছে, বৰহাবায়ে এইটো ভাল কাম কৰা নাই। নেপালীৰ লগত হাত মিলাইছে বুলি মই জানো। এতিয়া মোৰ দোকানলৈকো সি নহা হ'ল। কেঞাৰ তাতহে বহি থকা প্ৰায়েই দেখা পাওঁ। কেঞাৰ লগত কিবা ফন্দি পাতিছে যেন পাইছোঁ। মোক দেখিলেই সি মুখখন ঘূৰায়। বাৰু, ভগৱান আছে নহয়। ইচ ইচ! মানুহে কি কাম কৰিব নোৱাৰে বাৰু।

ঃ বাৰু মুনি বাবু যাওঁ। ল'ৰাটোৰ কাৰণে কালিলৈ পঠিয়াই দিম।

ঃ ভাল ভাল। মাষ্টৰৰ ঘৰটো জানো যেতিয়া বস্তুখিনি দি আহিব পাৰিম। আপুনি চিন্তা কৰিব নালাগে।

মুনি বাবুৰ শলাগ লৈ লাহে লাহে ছাৰইক ওলাই আহিল। ৰামধন কেঞাৰ দোকানত সোমাবলৈ তাৰ ইচ্ছা নাছিল কিন্তু দোকানৰ পৰা ওলায়েই তাৰ চকুত পৰাত ছাৰইবে কেঞাজনৰ ওচৰলৈ খোজ ল'লে। ছাৰইক ওচৰ চপাত, সি ঠাট্টা কৰি সুধিলে—

ঃ গাঁওবুঢ়া মুনীন্দ্ৰৰ নকলাং৬৮তে বেছি মিঠা নাকি?

ৰামধন কেঞাৰ কথাৰ সুৰ সি বুজি পালে। সি একো নামাতি লা জুখি থকা পাল্লাখনলৈ চাই ৰ'ল। দহসেৰী দগাটোৰ লগতে তাৰ লগুৱাটোৰ ভৰিখনো পাল্লাখনৰ ওপৰত লগাই লা জুখি আছে। ঘটনাটো দেখি ছাৰইকৰ গা-মূৰ গৰম হৈ গ'ল। ছাৰইকৰ উপস্থিতিয়ে কেঞাজনৰ মনত একোৰেই প্ৰতিক্ৰিয়া সৃষ্টি কৰাব নোৱাৰিলে। এদাং লা যোতয়া কেঞাৰ পাল্লাত দহ সেৰহে হ'ল, লাৰ গৰাকীজন আচৰিত হৈ গ'ল। তাৰ চকুৱে-মুখে সন্দেহৰ ভাব প্ৰকাশ হোৱাত, ৰামধন কেঞাই তাক বুজালে

ঃ "তাহাকে ওজন আৱে। ওজনকে হক ল'। আদৰতা আৱে। এদাং ছিকা ইংকয়।"

লাৰ ওজন কমি যায়। ওজন লওঁতেও ভুল হোৱা নাই। এই বছৰ দৰো খুউব কম, এদাঙৰ দাম বিশ টকাহে।—ভঙা ভঙা কাৰবি ভাষাৰে সি বুজালে।

মোনে এশ-ডেৰশ দৰত বিকি অহা মানুহজনে আজিৰ দৰটো শুনি আচৰিত হৈছিল। লাৰ দৰ ইমান তললৈ নামিব বুলি সি ভবাই নাছিল। তাতে দেখ্ দেখ কৈ ওজন লওঁতে খেলি-মেলি হোৱা দেখা পাই সি ক'লৈ—

---

৬৮ ঃ গুৰ মিঠা।

ঃ ইচ মাহাজন, ছিকা ফ'কেপ তা আৰে দা ? ওজন ভি কৰিবি। হিটো তোৰ কি নিমিতে তাতে দিছে ? —বিৰক্তিত সি কথাবোৰ ক'লে।

অন্যায়ৰ প্ৰতিবাদ জনাবলৈকে তাৰ মুখত ভাষা নাই। ইচ আচ কৰিয়েই তাৰ মনৰ বিদ্ৰোহ ঘোষণা কৰিলে। ওজনত মানুহজনে সন্দেহ কৰা বুলি ৰামধনে বুজিলে। সি বিড়ি এডাল দি হাহি হাঁহি তাক বুজালে,

ঃ তাব পাউ ঠু ঠিক দি'ছ। তাৰ পাউমে পাঞ্চ সেৰ আছে। তোমাৰ লাহা সব মিল কৰি পোন্ধৰ সেৰ হৈছে। তোমাব পোন্ধৰ টাকা পাব। ক্ৰেক্ষ' লংপ' হে কাংবুৰা।—এইবুলি কৈ কৈ সি লাখিনি গুদামলৈ লৈ যাবলৈ লগুৱাটোক ক'লে। বিড়িৰ ধোঁৱাবোৰ এৰি সি ঢেকঢেক কৰি হাঁহিলে আৰু জেপৰ পৰা টকা পোন্ধৰটা মানুহজনৰ হাতত গুজি দিলে। টকাখিনি লওঁ নলওঁকৈ হাতত ল'লে আৰু থিয় দি চাই থকা ছাৰইকক ক'লে—

ঃ সেয়া লা আধা মোনৰ কম কেতিয়াও হ'ব নোৱাৰে।

ছাৰইকে একো নামাতিলে। ছাৰইকে বুজি উঠিল—এইয়া অন্যায়ৰ জীয়া ছবি। এইদৰেই অন্যায় কৰি আমাৰ তেজ শুহিব লাগিছে। ইয়ো বি-হেনৰাৰ হাবেছিক'ৰ বংশধৰ। এই শ্ৰেণীৰ মানুহবোৰ থকালৈকে আমাৰ সমাজত নতুন যুগৰ সূচনা সম্ভৱ জানো ?

ঃ মাহাজন এইটো অন্যায হৈছে নেকি ? পাল্লাত ভৰি দিয়া আমি দেখা নাই। আজিহে দেখিলোঁ। এইটো কেনেধৰণৰ ওজন ল'লে।—ছাৰইকে মাতিবলৈ বাধ্য হ'ল।

ঃ আপনি না বুজে গাওবুঢ়া। আপনিলোক জোখে এক পাল্লা, হামিলোক জোখে দুই পাল্লা। এইটো কেঞাৰ জোখ আছে। মুনিবাবু ভুল কৰিলেও হামি অলপভি অয়নাই না কৰিব। বৰহাবাই আমাৰ হথী আছে, জিৰপ' বানাইছে। আৰলেং ফালে হামি ভাল পাই মৰমভি কৰে। হামি কি নিমিত্তে অয়নাই কৰিব ? ছাৰইকক বুজাবলৈ চেষ্টা কৰি ৰামধন কেঞাই কথা বাৰ ক'লে। কথা কওঁতে তাৰ চকুৰ চেলাউৰি দুটাও উঠা-নমা কৰিছিল। কিছু সময় ৰৈ সি পুনৰ কলে,

ঃ আপুনি ছৰিছ আমাকে দিবি গাঁওবুঢ়া। আমি টাউন দৰ হিচাপত দিব। মুনিবাবু হেই দৰ দিব নাই পাৰিব। অ' লিন্দক কি ৰকম আছে ? আমাকে ছৰিছ ছদায় দিব আছে। বাজাৰতে আহিব নাকি ?

ছাৰইকৰ মনে মনে খং উঠিল। সবিয়হৰ দৰ টাউনৰ দৰত দিব ! চয়তানি বুদ্ধি তাৰ আছে ! আকৌ লিন্দকৰ খবৰ ছদায় লোৱাৰ খবৰ। লিন্দকৰ আচল যম এই ৰামধনেই। কানি বৰবিহ দি তাৰ জীৱনটো সিয়েই ধ্বংস কৰিলে। লিন্দক আৰু কেইদিন জীয়াই থাকিব সি জানো গম পাইছে ? ৰামধনে কথাবোৰ কৈ যোৱাৰ লগে লগে ছাৰইকে ভাবি গ'ল।

ঃ অ' লিন্দকৰ অৱস্থা ভাল নহয়। বহুত দিনৰ পৰাই তাৰ বেমাৰ হৈ আছে।—কেঞাৰ মনৰ প্ৰতিক্ৰিয়া চোৱাৰ ইচ্ছা কৰিয়েই লিন্দকৰ অসুখৰ খবৰটো দিলে।

কথাষাৰ শুনি কক্কা বিমৰ্ষ হে গ'ল। মানুহৰ জীৱনতকৈ ছদায় পাবলগীয়া সৰিয়হহে যেন তাৰ দৃষ্টিত মূল্যবান বুলি বোধ হ'ল; সি যেন কিছু অস্থিৰ হ'ল। সি একে উশাহত ক'লে—

ঃ তেন্তে আমাৰ ছৰিহ ছদায় কি ৰকম পাব হ' গাঁওবুঢ়া?

ঃ বেমাৰ ভাল হ'লে পাব। বাৰু যাওঁ। বজাৰতো কাম আছে।—এই-বুলি কৈ সি বজাৰৰ ফালে খোজ ল'লে।

বৰপানীৰ পাৰ'ত হাটখোলাটো। ছাৰইকে জুমৰ মাজত সোমাই গ'ল। অন্যায় কৰা দেখিও একোৰে প্ৰতিকাৰ কৰিব নোৱৰাত মানসিক দ্বন্দ্বত সি জৰ্জৰিত হৈ পৰিল। অন্যায় নিষ্পেষণৰ দ্বাৰা জৰ্জৰিত আৰলেং জাতিৰ ভাগ্যত মুক্তিৰ আনন্দ কেতিয়া দেখিবলৈ পাব?—সি ভাবিলে। হা'বছিক' তাৰ হাতৰ মুঠিত যেতিয়া ৰামধনৰ বিপক্ষে মাত মাতি জানো কিবা লাভ আছে? কথাবোৰ ভাবি ভাবি সি চৰু বেচা ঠাইখনৰ কাষ কেতিয়া পালেগৈ সি ক'বই নোৱাৰিলে। নৈৰ পাৰত ধৰমতুলৰ পৰা অহা মাটিৰ চৰুৰ লগতে নতুনকৈ এলুমিনিয়ামৰ বাচনবোৰ মেলি থোৱা সি দেখা পালে। ৰঙচুৱা ক'লা মাটিৰ চৰুবোৰৰ কাষতে এলুমিনি-য়ামৰ পাত্ৰবোৰ ৰ'দত জিকমিকাই আছিল। কেইজনমানে নতুন পাত্ৰবোৰৰ দৰ-দাম কৰি থকা দেখি ছাৰইকো কিছু সময় থিয় দি চাবলৈ ধৰিলে। এলুমিনি-য়ামৰ বাচন এটা লৈ এজনে দাম সুধি ক'লে—

ঃ পাতৰ আছে হ মাহাজন। আদৰ কিমান?

ঃ পাতল নহয় ঐ ককাই। এইয়া নতুন বস্তু চিলভৰৰ বাচন। দৰো সস্তা। লবি নেকি ককাই?

ঃ ইংআৰঅং। মে চ'প্লটৈজিবন। নাম নাংনে ক কাংবুৰা। —আন এজনে তাক কিনিবলৈ বাধা দিলে।

বুঢ়াৰ কথা বুজিব নোৱাৰি ধৰমতুলীয়া মহাজনে সুধিলে—

ঃ কি হ'ল ককাই? সি কি কৈছে?

ঃ নাই হ' মাহাজন। হেই নতুন বুস্তুটো জুইহে খাব। পাতৰ পাতৰ আছে বুলিহে কৈছে।

তাৰ কথাবোৰ শুনি মহাজনে হাঁহি মাৰি ক'লে—

ঃ মে নাখায় অ' ককাই। এইটো নিবি। নতুন বস্তু। হৰমু মেছেন।

নালাগে বুলি সিহঁতে মূৰ জোকাৰিলে। নতুন বস্তুৰ কোনো সঁজাত নাই বুলি ভাবি চিনাকি মাটিৰ চৰুকে সিহঁতে কিনিলে। ধৰমতুলীয়া চৰু যে সিহঁতৰ বহু দিনৰ চিনাকি।—ছাৰইকে ভাবিলে। চিকচিকিয়া এলুমিনিয়ামৰ চৰু কিনাৰ মানসিক প্ৰস্তুতি সিহঁতৰ এতিয়াও অভাৱ। ভাবি ভাবি ছাৰইক হাটখনৰ সিটো মূৰত থকা চাহৰ দোকানখনলৈকে খোজ ল'লে। গতানুগতিক হাটখনতকৈ আজিৰ হাটখনৰ এই নতুন বস্তুবোৰে এক আলোড়নৰ সৃষ্টি কৰিছে। বৈঠালাংছু' হাটখনৰ ইয়ো এক নতুন সংযোজন।

চাহ দোকানত বহি ছাৰইকে একাপ চাহৰ প্ৰয়োজন অনুভৱ কৰিলে। পিয়াহত তাৰ যেন কণ্ঠ শুকাই যোৱাৰ উপক্ৰম হৈছে। কেইটোমান চাহ খাই সি অলপ সুস্থিৰ বোধ কৰিলে। চাহ দোকানৰ কাষতে কাপোৰৰ দোকান দুখনে কাপোৰ বেচি আছিল। কাপোৰ দেখুৱাই গ্ৰাহক সংগ্ৰহ কৰা বেপাৰী কেইজনলৈ ছাৰইকে বহি বহি চাবলৈ ধৰিলে—

ঃ এই ক, কাংবুৰা। মেছেং মেছেং পে আছে, লবি। আদৰতা মেছেং আছে (ভাল ভাল কাপোৰ আছে, লবি। দৰ দামো সস্তা)।

ঃ এইফালে আহিবি ককাই থান আপে মেছেন আছে। নতুন নতুন।

বুঢ়া-বুঢ়ী এহালে দোধোৰ-মোৰ হৈ লং ক্লথ দেখুওৱা দোকানীৰ তাত সোমালগৈ। লং ক্লথ ডোখৰ চাই দাম সুধিলে—

ঃ থান আপে আদৰ ক'আন মাহাজন ?

ঃ গজ ইছি হিকি কেথম।

এক কথাতে হিকি কেথম ? নালাকে ক, ন ন।

নালাগে বুলি বুঢ়াজনে মূৰ জোকাৰিলে। মূৰ জোকাৰণি মৰাৰ লগে লগে তাৰ কাণ দুখনৰ ন'ৰিক৬৯ দুটাও অস্থিৰ হৈ জোকাৰ খালে।

ঃ এই কাংবুৰা কিমান দিবি ?

ঃ আৰ দুলি ইছি।

কাপোৰখন চাই দোকানীজনে ভাবিলে, আধলিকৈ বিক্ৰী কৰিলেও গজে প্ৰতি দুঅনা লাভ থাকে। দুঅনা আৰু অধিক লাভ পোৱাৰ আশাৰে সি বুঢ়াজনক ক'লে—

ঃ ইচ ককাই লোকচান হ'ব। বাৰু আনা কেপ দিবি। নতুন কাপোৰ আছে কাৰণে তাংকানক৭০ কমাইছে দেই ককাই।

কথাবোৰ কৈ কৈ কাপোৰখন কাটিলে। সুন্দৰকৈ জাপি কাপোৰডোখৰ বুঢ়াৰ হাতত তুলি দিলে। বুঢ়াই কাপোৰখন শুঙি হাঁহিলে আৰু বুঢ়ীজনীলৈ হাহি মুখেৰে আগ বঢ়াই দিলে। বুঢ়ীজনীয়েও শুঙি চালে। এক গভীৰ সন্তুষ্টিৰ ভাব বুঢ়ীৰ মুখত প্ৰকাশ পালে। দুঅনীয়া এটি আৰু আধলি এটিয়ে দোকানীলৈ আগ-বঢাই দি বুঢা-বুঢীহাল আঁতৰি গ'ল।

চাহ খাই থাকোতে ৰংমান্দুব মেনমিজি ছাৰইকৰ কাষত ওলালহি। ছাৰ-ইকক বহি থকা পাই সি উশাহ পোৱাদি পাই ক'লে—

ঃ বা ফু গাঁওবুঢ়া, কাৰদম দেই। আপোনাক লগ পাই ভালেই হ'ল। এটা জৰুৰী খবৰ আছে। আপোনাৰ ভালনে ?

ঃ অ', ভালেই আছোঁ চাহ এবাপ খাওক।

চাহ এগিলাচ অনাই মেনমিজিক দিলে —-জৰুৰী খবৰ জনাৰ ইচ্ছাৰে তাক সুধিলে,

---

৬৯ কাণৰ লতিত পিন্ধা পুৰুষৰ কাণৰ অলঙ্কাৰ।

৭০ বৃটিছ যুগৰ দুঅনীয়া মুদ্ৰা।

ঃ কিহৰ খবৰ নো ?

ঃ আমাৰ গাঁৱৰ ৰংপি ঘৰে আপোনালোকৰ ঘৰলৈ অহা সপ্তাহত আহিব। যেনে-তেনে আপোনাক খবৰটো দিবলৈ কৈ পঠিয়াইছে।

ঃ অ, কথাটোনো কি ? তামোল এখন চোবাই চোবাই সি সুধিলে।

ঃ মিতিৰ পাতিব হেনো।

ঃ অঁ, ভালৰে কথা। আহিব বিচাৰিছে যেতিয়া আহক। তিনি পুৰুষ ধৰি সিহঁতৰ লগত আমাৰ সম্বন্ধ। হাম ৰেণ এৰি অহাৰ পৰাহে আমাৰ মাজত আহ-যাহ কমি গ'ল।

ঃ তেতিয়া হ'লে ৰংপিঘৰক আহিবলৈ খবৰ দিম, নহয়নে ?

ঃ তেওঁলোকে যি ভাল দেখে। আমি কি কম নো ' —তামোল এখন দি ছাৰইকে ক'লে।

ঃ ভাল বাৰু। পিছে, কথা এটা শুনিব'ল পাইছোঁ।

ঃ কি কথা ?

ঃ লংৰি হাবে বোলে আপোনাক কিদ' দিছে ?

এইটো কি কথা ? —ছাৰইকে দিয়া তামোলখন চোবাই চোবাই সি ঘটনাটো জানিবলৈ বিচাৰিলে।

ঃ জানো ফু, ময়ো বুজা নাই। সম্ভৱ তাৰ হাতত ক্ষমতা আছে বাবেই সি বিচাৰ চলাইছে। মোৰ ইয়াত দুখ কৰিবলৈ কি আছে !— হাঁহি হাহি ছাৰইকে ক'লে।

ঃ এহ এইদৰে জধে-মধে বিচাৰ কৰিলে ভাল হ'ব'নে ? হাবেছিক'ব ওপৰত বহুতেই আস্থা হেৰুৱাই পেলাইছে।

ঃ কিয় ?—ছাৰইকে সুধিলে।

ঃ ৰ'ল' কেতেৰ[৭১]ত হে'না নিয়মমতে তেও কেবাবছৰ ধৰি সহযোগ কৰা নাই। ৰজা লিন্দকপ'য়ো তেওঁৰ প্ৰতি আস্থা হেৰুৱাইছে। কাথাৰ বুৰাৰ মুখত ৰজাৰ অসন্তোষৰ কথা শুনিবলৈ পাইছোঁ। এইবোৰ সমগ্ৰ লংৰিৰ কাৰণেই অশুভ কথা নহয় জানো।

এইদৰে চাহৰ সৰু দোকানৰ বাহৰ কামিৰে সজা চাংখনত বহি দুয়ো আলোচনা কৰি আছিল। এনেতে টীকাৰ নৰেন্স হাঞ্চে, লাংচিংবাৰৰ ছাবৰাছা, উমৰাৰ ৰিছ'বাছা, ফুং আবিৰ ছাৰবাছা—এইসকল আহি চাহৰ দোকানখনত সোমালহি। ছাৰইকক দেখি লৰেঞ্চে মাত দিলে —

ঃ কাৰদম মে কাংবুৰা।

ঃ অ' ফ কাংবুৰা দেখোন, কাৰদম। — উমৰাৰ ৰিছ'বাছাই ছাৰইকৰ খবৰ ল'লে। লগে লগে অন্যানসকলেও ছাৰইকৰ খবৰ ল'লে।

---

৭১ ডাক দিয়া ৰঙা কুকুৰা দুটা আৰু বগা কুকুৰা এটাৰে সৈতে কাথাৰ বুৰাই কৰা বিশেষ বছৰেকীয়া পূজা অনুষ্ঠান। হা'বপিনপ' মিলি পৃথিৱীৰ শস্য বৃদ্ধি কৰাবলৈ বৰ্ষাদেৱীক আহ্বান জনোৱাই এই পূজাৰ মূল তাৎপৰ্য।

বৈঠালাংছ' বজাৰৰ চাহৰ সৰু দোকানখন সংবাদ বিনিময়ৰ কেন্দ্ৰস্থল। এক ছিংগেল চাহ লৈ ইজনে সিজনৰ খা খবৰ লোৱাৰ সুবিধাজনক স্থান হ'ল— এই চাহৰ দোকানখন। ছাৰইকহঁতৰ লগতে লৰেঞ্চহঁত তও আহি বহিলহি। কথা-প্ৰসংগত হাবেছিক'ৰ কথা ওলাল। বাহিৰৰ লোকক সি মাটিবোৰ দি লংৰিৰ কি বিপদখন চপাই লৈছে, সেই সম্পৰ্কে আলোচনা হ'বলৈ ধৰিলে। উমৰাৰ ৰিছ'বাছাই ক'লে—

ঃ নেপালীৰ গৰু-ম'হবোৰে এই বছৰ সৰিয়হতলী তেনেই উদং কৰিলে। কথাও ক'ব নোৱাৰি, আমাকহে সিহঁতে ওফন্দ পাতেহি। সিহঁতে কয় বোলে— সেয়া মাটি সিহঁতৰ, বৰহাবায়ে দিছে। আৰু শুনিছোঁ, ৰঙা গৰা, লংৰেলৈকে হাবেছিক'ই দৰঙৰ নেপালীক মাটি দি বহুৱাইছে।

ঃ অ', শুনিছোঁ। হাবেছিক'ই কি ভাবিছে নাজানো। লংৰি হাবে হৈ তেওঁ কথাবোৰ ভবা উচিত আছিল যেন পাইছোঁ।—লৰেঞ্চে ক'লে।

ঃ এৰা, তেওঁ ছ'লাংদ'ৰ ভৱিষ্যত চিন্তা কৰিব লাগিছিল।—ফুং আবিৰ ছাৰবাছাই মন্তব্য প্ৰকাশ কৰি ক'লে।

ঃ কিয় ? ফু কাংবুৰাক কিমান অন্যায় কৰি ছাৰ ছাৰবাছাৰ পদৰ পৰা আঁতৰালে দেখিলে ?—লাংচিংবাৰৰ ছাৰবাছাই মন্তব্য কৰি ক'লে।

ঃ অ, ফু কাংবুৰাক বিচাৰ-চ'ৰালৈ অনাৰ কোনো যুক্তি নাছিল। দেখাতেই ই অন্যায় হৈছে।—উমৰাৰ ৰিছ'বাছাই ক'লে।

ঃ হাবেসকলক আমিহে পাতি দিছোঁ। আমি স্বেচ্ছাচাৰী হাবেক আসনৰ পৰা নমাবও পাৰোঁ। বিৰক্ত হৈ লাংচিংবাৰৰ ছাৰবাছাই ক'লে।

এইদৰে কথা পাতি থাকোঁতে কেইজনমান নেপালীৰে সৈতে হাবেছিক'ক আহি থকা সিহঁতে দেখিলে। হাবেছিক'ৰ লগত ৰংমিলিৰ ছিংনত তেৰাঙো আছে। চাহৰ দোকানত ছাৰইকহঁতক বহি থকা দেখি, সিহঁত ফালৰি কাটি আঁতৰি গ'ল। অন্য প্ৰসংগত লৰেঞ্চহঁতে হাঁহিছিল। হাবেছিকক বিদ্ৰূপ কৰা বুলি ভাবি সি কেৰাহিকৈ সিহঁতলৈ চাই আঁতৰি গ'ল। তাকে দেখি লাংচিংবাৰৰ ছাৰবাছাই মন্তব্য কৰিলে,

ঃ দেখিলে লংৰি হাবে হৈ তেওঁ আমাৰ খবৰকে নললে। নেপালীহে তাৰ আপোন হ'ল।

লাংচিংবাৰৰ ছাৰবাছাই কোৱা কথাখিনি শুনি লৰেঞ্চহঁতে বজাৰলৈ সোমাই যোৱা হাবেছিক'ৰ ফালে ঘূৰি চালে। পুহ মহীয়া বেলিটো লহিয়ালৈ ধৰা দেখি ছাৰইকহঁত বজাৰ কৰিবলৈ বুলি বহাৰ পৰা উঠিল। থিয় হৈ লৰেঞ্চে ক'লে—

ঃ মহেই, এটা কথা নহয়। কাৰবি দৰবাৰ বোলে অহা ফেব্ৰুৱাৰীত হাবাইপুৰত হ'ব। খবৰ পাইছেনে ?

ঃ ক'তা ? খবৰ নাই পোৱা।—উদ্বিগ্ন চিত্তেৰে ছাৰইকে ক'লে।

ঃ কাৰবি দৰবাৰ ? কিহৰ দৰবাৰ ? —ৰংমাণ্ডুৰ মেনমিজিয়ে সুধিলে।

ঃ কিয় খবৰ পোৱা নাই জানো ? কাৰবি জিলা কৰিবৰ কাৰণে দৰবাৰ গঠন কৰিছে নহয় ।

ঃ ওহোঁ, আমাৰ সেইফালে খবৰ গৈ পোৱাগে নাই ।—ৰংমান্দুৰ মানুহজনে ক'লে ।

ঃ অ' খবৰটো সিমান ভিতৰলৈ যাবগে পৰা নাইকিয়া । খবৰ নিশ্চয় পাবগৈ । —লৰেঞ্চে ক'লে ।

কথা পাতি পাতি গৈ থাকোতে ছাৰইকক লৰেঞ্চে পুনৰ সুধিলে—

ঃ দৰবাৰৰ পইচা উঠিছেনে বাৰু ?

ঃ খাজনাৰ লগত দিয়া হ'ল ।

ঃ ভাল বাৰু! মিটিঙৰ কাৰণে সাজু থাকিবদেই ।

এইবুলি কৈ দুয়ো হাটবৰীয়া সমাগমত মিলি গ'ল ।

পুহ মহীয়া হাট । বেলি সোনকালেই লহিয়ালে । বয়-বস্তু সামৰাত বেপাৰী-বোৰেও ব্যস্ত হ'ল । হাটৰ চুক এটাত খাছীয়া বেপাৰী এগৰাকীয়ে কাণফুল, আঙঠি, মণিৰ লগতে বাটা আৰু বেজি আদি বিক্ৰী কৰিছিল । ৰূপৰ কাণফুল হাতত লৈ অমফুহঁতে চাই ক'লে---

ঃ কিমান দাম জাৰি ?

ঃ ছিক ক্ৰেফ ।

পোন্ধৰ টকা বুলি বেপাৰীজনে ক'লে । কাদমক দেখুৱাই তাই ক'লে—

ঃ ফুল কেইপাহ ভাল লাগিছে । দামহে বেছি নেং ।

ঃ অ' তোমাক শুৱাই পৰিব । দৰ কৰোনে নেং ?

ঃ অ তুমি কৰাচোন কিমানত সি দিব পাৰে ।

ঃ এই জাৰি ছিকা ফ' কমাই দে ।---হাঁহি হাঁহি কাদমে দৰ-দাম কৰিলে ।

খাছীয়া বেপাৰীজনেই অলপ সময় ভাবি আৰু দুটকা দিবলৈ ক'লে । কাদমে দিবলৈ ৰাজী নোহোৱাত অৱশেষত বেপাৰীজনে দহ টকাত দিবলৈ ৰাজী হ'ল । অমফুৱে গণি গণি ৰূপৰ দহটা মোহৰ দি ন'থেংপি যোৰা কিনিলে । নীলা ৰঙৰ মণি এডাল হাতত লৈ কাদম চালে । এনেতে কৰবাৰ পৰা ডেকা এজনে কাষ চাপি মাত দিলে—

ঃ নী কাদম নোহোৱানে ?

ঃ অঁ তোন ! তুমি ?—কাদমৰ চকুত চিনি পোৱা-নোপোৱাৰ ভাব ।

ঃ মই উমৰাৰ ছাৰথে ।—ডেকাজনে নিজৰ পৰিচয় দিলে ।

ঃ ইচ মই পাহৰিয়েই গৈছিলোঁ । ক'লৈ আহিলা, লংকামলৈ ?

—মণিডাল লিৰিকি-বিদাৰি তাই সুধিলে ।

ঃ অঁ, তোমালোকে মণি কিনি থকা দেখি খবৰ এটাকে দি যাওঁ ভাবিলোঁ । ডেকাৰ দৃষ্টিত আনন্দৰ শিহৰণ ।

ঃ কি খবৰ নো ?

ঃ অহা মাহত আমাৰ তাত চ'মাংকান হ'ব। চাবলৈ এপাক আহিবানে ?

চ'মাংকানৰ কথা শুনি কাদমে সখীয়েকৰ মুখলৈ চালে।

ঃ ভাল খবৰ নেং, মণিডাল কিনাহে কথা।—অমফুৱে ক'লে।

পলম কৰা দেখি খাছীয়া বেপাৰীজনে "কিনে যদি সোনকালে কিনা" বুলি ক'লে।

কাদমে বেপাৰীজনক হাতেৰে অলপ অপেক্ষা কৰিবলৈ ইংগিত দিলে। উমৰাৰ ডেকাজনলৈ চাই তাই ক'লে—

ঃ আমি যাম বাৰু। খবৰ দিয়াৰ বাবে ধন্যবাদ।

কিছু সময় অমফুহঁতলৈ চাই ডেকাজন আঁতৰি গ'ল। মণিধাৰি পছন্দ কৰি কাদমে কিনি পেলালে। গাঁৱলৈ উভতি যাওঁতে মণিডাল অমফুৰ ডিঙিত দি তাই ক'লে—

ঃ বৰ ধুনীয়া দেখা গৈছে নেং। চমাংকানত পিন্ধিবলৈ ভাল হ'ব।

০ ০ ০

হাটলৈ অহা মানুহবোৰ ধীৰে ধীৰে পাহাৰৰ ফালে উঠিবলৈ ধৰিলে। খাছীয়া বেপাৰীবোৰে ঘোঁৰাৰ পিঠিত নিমখৰ বস্তা লাদী সুদূৰ সীমান্তৱৰ্তী ঠাইবোৰলৈ লৈ গৈছে। দুৰ্গম পাহাৰীয়া অঞ্চলৰ পৰা বাৰিষা কালত অহাটো কষ্টকৰ। খৰালি কালতেই নিমখ আৰু শুকান মাছ কঢ়িয়াই সিহঁতে মজুত কৰি ৰাখে। বাৰিষা কালত চৰা দামত সেইবোৰ বিক্ৰী কৰে। দ্বিতীয় মহাযুদ্ধৰ পাৰ হ'ল যদিও নিমখৰ অভাৱ পাহাৰত একেই থাকিল। বৈঠালাংছ'ৰ কেঞাে মহাজনৰ পৰা সেৰে আঠ-দহ টকা দৰত নিমখ কিনি পাহাৰীয়া অঞ্চলত কুৰি টকা দৰত সিহঁতে বিক্ৰী কৰেগৈ। নিমখৰ লগতে কেঞাে মহাজনৰ কানিও সমানে দুগম পাহাৰীয়া কাৰবি গাওঁবোৰতো এইদৰেই প্ৰৱেশ কৰিলেগৈ।

উৰুমি লাগি পকা বৈঠালাংছ' হাটখন লাহে লাহে নীৰৱ হৈ আহিল। ৰামধন কেঞাৰ টিন ঘৰৰ চালকেইখনত সন্ধিয়াৰ ছাঁবোৰ আহি থূপ খালেহি। ব্যস্ত ঘাটটিও শুই পৰিল—নীৰৱে।

## আঠাইশ

পুহমহীয়া ৰ'দজাক আমনি নলগা ধৰণে মিঠা।

ক্ৰমে বহল হৈ পৰা ঘাটৰ বালিচৰত উজ্জ্বল ৰ'দজাক আৰু যেন বেছি মিঠা হৈ উঠিছিল।

পিঠিত ৰ'দ লৈ কাপোৰ থুকুচি থুকুচি অমফ্ৰে মনত পেলালে এটা এটাকৈ।

মনত পেলালে দৰাঘৰৰ মানুহখিনিলৈ। যোৱা কালিয়েই তেওঁলোক ৰংমান্দুলৈ উভতি গ'ল। দৰাঘৰে অনা লাহাৰডীয়া ধুনীয়া লাওৰ পাত্ৰটোৰে সিহঁতৰ চ'ৰা ঘৰত সেইদিনা জেউতি চৰাইছিল। লাওৰ পাত্ৰটো স্পৰ্শ কৰি স-ভক্তিৰে হেমফু দেৱতালৈ দেউতাকে তপণ কৰা দশ্যটো তাইৰ দুচকুত ভাহি উঠিল।

লাওৰ পাত্ৰত স্পশ কৰা মানেই কন্যা দিবলৈ সন্মত হোৱা!--তাই কথাটো ভাবিলে। কথাখিনি ভাবি তাইৰ কিছু লাজ অনুভৱ হোৱা যেন লাগিল।

চ'ৰা ঘৰত বহি থকা দৰাঘৰীয়া মানুহ'বাৰক ভাত দিওঁতে তাইৰ বৰ লাজ লাগিছিল। দৰাঘৰীয়া মানহবোৰে তাইৰ ফালে চাই থকা দৃশ্যই তাইক আৰু অধিক লজ্জিত কৰি তুলিছিল। মানুহবোৰৰ মুখ কেইখনলৈ তাই মনত পেলালে।

মানুহকেইজন ভদ্ৰ আৰু মাৰ্জিত। স্বাস্থ্য-পাতিও সুন্দৰ। দৰাৰ ভনীয়েক-জনী সুগঠী, নিপোটলী আৰু ৰূপৱতী। মুখখন দেখিলেই মৰম লগা। চকু দুটা সৰুও নহয় ডাঙৰো নহয় মধ্যমীয়া। ভনীযেকজনীলৈ চাই দৰাৰ সাধাৰণ স্বাস্থ্যৰ অনুমান কৰিব পাৰি। তাইৰ লগত কথা পাতি অমফুৰ ভাল লাগিছিল। তাই অলপ ধেমেলীয়া স্বভাৱৰ, কথা পাতি তাই বুজিব পাৰিছিল।

ৰংমান্দুলৈ দিবলৈ ওলোৱাত দেউতাই কিবা ভুল কৰিছে নেকি? নাই, দেউতাই নিশ্চয় ভাল ভাবিয়েই সন্মতি দিছে---তাই ভাবিলে। মাক-দেউতাকৰ কথা কাহানিও তাই পেলোৱা নাই। দেউতাৰ সিদ্ধান্তই মোৰ কাৰণে সত্য---তাই মনতে ভাবিলে।

তেন্তে ছেং তেৰণ?

তাৰ নিষ্কলুষ মৰমৰ কথাও তাই স্মৰণ কৰিলে।

মোক লৈ এক নতুন জীৱন গঢ়াৰ সপোন দেখিছিল, কল্পনা কৰিছিল ছেং তেৰণে। কানিয়ে নিঃশেষ কৰা ঘৰখনত পুনৰ হাঁহি বিৰিঙাবলৈ মই প্ৰতিশ্ৰুতি দিছিলোঁ। কানিয়ে ক'লা কৰা ঘৰখনিৰ এলান্ধুখিনি সাৰি নতুন কৰাৰ আশা দিছিলোঁ।

মোৰ প্ৰতিশ্ৰুতিবোৰ তেন্তে সঁচা নহয় নেকি?

মোৰ প্ৰতিশ্ৰুতিৰ সত্যতকৈয়ো দেউতাই কৰা সিদ্ধান্তৰ সত্য তেন্তে অধিক মূল্যবান?

হ'বও পাৰে। মোৰ প্ৰতিশ্ৰুতি আত্মকেন্দ্ৰিক স্বাৰ্থ কিন্তু দেউতাৰ সিদ্ধান্তত আছে গাঁওখনৰ স্বাৰ্থ, লংবিৰ স্বাৰ্থ।

অমফুৱে মকৰাৰ দৰে প্ৰশ্নৰ জাল তৰি সত্য বস্তুটো অনুধাৱন কৰি যাবলৈ ধৰিলে।

ৰংমান্দুৰ মানুহ কেইজন অহাৰ দিনা ছেং তেৰণ এবাৰ আমাৰ ঘৰলৈ আহিছিল। তাৰ মুখত এক অনন্ত বেদনাৰ ভাব ফুটি উঠা দেখা পাইছিলোঁ।

আমাৰ জখলাৰে খপ খপকৈ নামি যোৱাও মই দেখিছিলোঁ। আনকি মোক মাত এষাৰো সি লগাই নগ'ল। তাৰ বেদনা ভৰা মুখলৈ চাই মোৰ নিজকে বৰ দোষী দোষী লাগিছিল। সি সম্ভৱ দেউতাই কৰা সিদ্ধান্তৰ কথাবোৰৰ উমান পাইছিল।

মই নিশ্চয় ছেঙৰ লগতেই সুখী হ'ব পাৰিলোঁহেঁতেন। ৰংমিলিৰ পৰিচিত আকাশৰ তলত বোৱাৰী জীৱন অতিবাহিত কৰিবলৈ মোৰ কোনো অসুবিধা নহ'লহেঁতেন।—তাই ভাবিলে।

সিপাৰৰ ঘাটলৈ তাই মূৰ তুলি চাই পঠিয়ালে। তিনিজনী বোৱাৰীয়ে লাংথেত পানী ভৰাইছে। বোৱাৰীকেইজনীলৈ লক্ষ্য কৰি তাই পুনৰ কাপোৰ থুকুচাত মনোনিবেশ কৰিলে। অকলশৰীয়া অন্তৰৰ মনলৈ আকৌ সেই ভাববোৰ আহি ভুমুকি মাৰিলেহি।

পুৰুষ হিচাপে ছেং সৰণ কোনো গুণে দুৰ্বল নহয়। মনৰ সাহস, এবুকু মৰম আৰু মুখত এমঠি অন্ন দিবৰ জোখাৰে শক্তিৰ তাৰ গাত নিশ্চয় অভাৱ নাছিল। তেন্তে ৰংমান্দুৰ লগৰ পাত্ৰটো দেউতাই গ্ৰহণ কৰাত মই কিয় আপত্তি নকৰিলোঁ? ছেঙৰ দেউতাক যক্ষ্মা যোগত পৰি থকা দেখা পাইছোঁ। বেমাৰৰ লগতে কানিৰ প্ৰভাৱত গোটেই ঘৰখন চকুৰ আগতেই জৰি খহি-বাঁহ-তল যেন হোৱা গাঁৱৰ সকলোৱেই দেখিছে। নিঃশেষ হৈ অহা এই ঘৰখনত পুনৰ হাঁহি তুলিব পৰা হ'লে, মোৰ প্ৰেম আৰু ভালপোৱা নিশ্চয় সাৰ্থক হ'লহেঁতেন। কিন্তু এখন ঘৰক হহুৱাবলৈ গৈ দেউতাৰ আদৰ্শৰ গাঁওখনত অশান্তিৰ বীজ ছটিয়াই দিয়াটো জানো উচিত হ'ব? ছেঙৰ মৰমবোৰক বিসৰ্জন দি ব্যৰ্থতাৰ বেদনা তাৰ বুকুত দি যোৱাটো মোৰ উচিত কাম নিশ্চয় নহ'ব।

কিন্তু মই যে নিৰুপায়!

তেন্তে এইয়া প্ৰেমৰ নামত ষড়যন্ত্ৰ নহ'ল জানো?

প্ৰৱঞ্চনাৰ বীভৎস ৰূপ ইয়াতকৈ আৰু কি থাকিব পাৰে?

নাই মই প্ৰৱঞ্চক বুলি পৰিচয় দি যোৱাটো অনুচিত হ'ব।

বিয়াৰ আগতে ছেঙক লগ ধৰি বুজাম যে মই প্ৰতাৰণা কেতিয়াও কৰিবলৈ যোৱা নাই। ৰংমিলি ত্যাগ কৰিবলৈ ওলাইছোঁ এক বৃহৎ স্বাৰ্থৰ বাবেহে। এই কথাটো মই ছেঙক বুজাবই লাগিব। নহ'লে মোৰ মহা পাপ হ'ব।

দেউতাই ভুল কৰা নাই। দেউতাৰ বিচাৰ-বুদ্ধিত অকণো ঘুণ নাই। ৰংমিলিখনহে দেউতাৰ চকুৰ আগত সদায় জিলিকি থাকে। এই কথাটো মই ভালদৰে জানো। গাঁওখনৰ কাৰণে দেউতাই সকলো ত্যাগ কৰিব পাৰে। উঠি অহা ডেকা চামৰ মাজত লগা কন্দলৰ কাৰণ দেউতাই নিশ্চয় গম পাইছে।

ক্লেংছাৰপ' আৰু ক্লেংদুন—দুয়ো ৰংমিলিৰেই ডেকা। ইখন গাঁৱৰ মাটি এৰি ৰ'ফং আৰু ছেংহঁতে যাবনো ক'লৈ? কিন্তু আমিবোৰ?

কাদম, কাছাং, কাবিনহঁত?

গাঁওখন এৰি বোৱাৰী খাটিবলৈ এদিন ওলাই যাবই লাগিব। আমিবোৰ আঁতৰি গ'লে গাঁওখনৰ ভেটি লৰিব নোৱাৰে। বৰং ভেঁটি সুদৃঢ়হে হয়। ছেঙৰ

কল্পনাবোৰ, মোৰ প্ৰতিশ্ৰুতিবোৰ ৰ'ফঙৰ ঈৰ্ষাৰ তুষানলে পুৰি শেষ কৰিব বুলি ভাবিয়েই মোক ৰংমান্দুলৈকে বিয়া দিবলৈ ওলাইছে।

তেন্তে মই দেউতাৰ মনৰ আদৰ্শক ধ্বংস হ'বলৈ দিয়াটো নিশ্চয় উচিত নহ'ব। হেমাই সদায় এইখন গাঁৱতে থাকিব। ইয়াৰ মৰমবোৰ এৰি হেমায়ে আতৰি যাব নোৱাৰে। গাঁও খনৰ ভেটি লৰিলে সি থাকিব ক'ত? ৰংমিলিৰ আকাশ, বতাহ, নৈ, পাহাৰবোৰ মোৰ যেনেদৰে আপোন, হেমাইৰো এইবোৰ অতি আপোন, অতি চিনাকি।

তেন্তে, গাঁওখনৰ হাঁহিতকৈ ৰংমিলিৰ হাহিতকৈ মোৰ মনৰ বাসনা শ্ৰেষ্ঠ হ'ব নোৱাৰে। সৰিয়হতলিত নেং কাছাওে সঁচা কথাকে কৈছিল।—তাই কথা-বোৰ সুঁৱৰিলে।

অমফুৰ চকুৰ আগত ক্লেংছাৰপ'ৰ নিলজ্জ ব্যৱহাৰৰ ঘটনাটোৱে দৃশমান হৈ দেখা দিলে। সেইদিনাখন তাৰ দৃষ্টিত প্ৰতিশোধ, ঈৰ্ষা আৰু কামুকতাৰ জঘন্যতম ৰূপ প্ৰকাশ পাইছিল। সখীয়েকহঁতে মন্তব্য কৰা তাৰ চৰিত্ৰ সম্বন্ধীয় কথাবোৰ তাই জুকিয়াই চালে। তাইৰ দৃষ্টিত ধ্বংসৰ ভয়াবহ ৰূপবোৰ জিলিকি উঠিল। তাই জিকাৰ খাই উঠাৰ দৰে উঠি ভাবিলে—নাই, নাই—মই ৰংমান্দুক যোৱাটো উচিত হ'ব। নহ'লে ছেংৰ জীৱনত ইয়াৰ বিষক্ৰিয়া ঘটিব পাৰে। ছেং আৰু ৰ'ফং দুয়ো একেখন গাঁৱতে হাহি মুখেৰে থকাটোহে মই বাঞ্ছা কৰো।

ৰংমিলি আৰু ৰংমান্দু।

ৰংমান্দু!

বৰ চিনাকি নাম যেন লাগি গ'ল তাইৰ।

তাইৰ মন হঠাতে কল্পনাৰ ৰংমান্দুলৈ উৰা মাৰিলে। সূৰুযটোলৈ চাই তাই ভাবিলে, ৰংমান্দুৰ আকাশৰ পৰাহে যেন সূৰুযটোৰ পোহৰৰ মিঠা আমেজ-খিনি ছটিয়াইছে।

এইদৰে ভাবি কাপোৰ ধুই থাকোতে সখীয়েক কাদমে লাংথে এবোজা লৈ ঘাটলৈ নামি আহিল। ঘাটত সখীয়েকক দেখি তাই মাত লগালে—

ঃ নেং দেখোন! কেতিয়াবাই আহিলা নেকি?

কাদমৰ মাত শুনি অমফুৱে ঘূৰি চালে। পকা মধুৰিৰ আম হেন বৰণৰ অমফুৰ মুখখন ৰ'দৰ পোহৰত জিলিকি উঠিল। তাইৰ চকু দুটাও মোহ লগাকৈ ৰ'দত তিৰবিৰাবলৈ ধৰিলে। মুখ-মণ্ডলত হোৱা পাতল তেজৰ স্ফুৰণে তাইক অনিবচনীয় ৰূপত তুলি ধৰিলে। সখীয়েকৰ এনে ৰূপ আন কাহানিও কাদমে দেখা নাছিল। অপলক দৃষ্টিৰে কাদমে চাই থকা দেখি অমফুৱে সুধিলে—

ঃ এনেদৰে কিয় চাইছা নেং?

ঃ তোমাক আজি বেলেগ ৰূপত দেখিছোঁ বাবেই।

ঃ কি ৰূপত নো দেখিলা আকৌ!

ঃ ৰংমান্দুলৈ যাবলৈকে যেন কাপোৰ ধুইছা, মোৰ মনত এনেহেন লাগিছে, নেং?

ঃ ইচ ছাং,৭২ তোমাৰো যে কথাবোৰ !—তাই অলপ লাজভাব দেখুৱাই কাপোৰকেইখন পুনৰ থুকুচিবলৈ ধৰিলে।

লাংখেত পানী ভৰাই কাদমে ডাঁৰত আউজাই থ'লেহি। নৈৰ ঘাটত কাপোৰ থকুচনিত হোৱা শব্দৰ বাহিৰে দুয়ো সখীয়েকে কিছু সময় নীৰৱতা অৱলম্বন কৰিলে। হঠাতে শান্ত হোৱা পৰিবেশত এইয়া যেন ধুমুহাৰহে প্ৰস্তুতি। ডাৰত আউজাই থোৱা লাংখেত ফিটাডাল মেৰিয়াই মেৰিয়াই সখীয়েকৰ মুখলৈ নোচোৱাকৈ কাদমে সুধিলে—

ঃ বিয়াত বহিবলৈ ঠিক কৰিলা নেকি নেং ?

ঃ দেউতাৰ কথাত কি সতে নো মই বাধা দিওঁ।

চাঁ-চাঁ কৰি ইংগিন আবৰ ওপৰত পাক ঘূৰণী মাৰি চিলনী এজনী উৰি আছিল। অমফুৱে চিলনীজনীলৈ চাই চাই কাপোৰ থুকুচি থাবলৈ ধৰিলে।

ঃ ছেং ককাইদেৱে কিন্তু মনত বৰ দুখ পাব।—ছিংনামৰ ৰছাডাল টানকৈ বান্ধি কাদমে ক'লে।

থুকুচি থকা কাপোৰখন যে অমফুৱে ঘূৰি চালে। তাইৰ চকু দুটাত চল নমাৰ চিন। আবেগত বিহবল হৈ অমফুৱে ক'লে—

ঃ এইবোৰ কথা কৈ মোৰ মনত দুখ নিদিবা নেং। মইহে জানো, মোৰ অন্তৰে কিমান আঘাত পাইছে। এই ঘাটটো কিমান মৰমৰ। বোৱাৰী জীৱনতো আজিৰ দৰেই এই ঘাটতে পানী ভৰাবলৈ কাৰনো বাৰু ইচ্ছা নাযায় ? কিন্তু নিৰুপায় নেং।

অমফুৰ কথা শুনি কাদমৰ চকু দুটাও চলচলীয়া হ'ল। সখীয়েকৰ আসন্ন বিচ্ছেদৰ সম্ভাৱনাই তাইক এতিয়াহে সচেতন কৰিলে। তাই ছেং তেৰণৰ মনৰ কথাকেহে ইমানপৰে ভাবি আছিল। এতিয়া তাই নিজেহ সখীহাৰা হ'ব, এই সম্ভাৱনাই তাইৰ মনত হাহাকাৰ সৃষ্টি কৰিলে। ওঁঠ চাপি তাই থোকাথুকি মাতেৰে ক'লে—

ঃ নেং! এইয়া যে দুঃসহ বেদনা, মই কেনেকৈ সহ্য কৰিম ? তুমি নোহোৱা এই নিসঙ্গ ঘাটলৈ কি প্ৰেৰণা লৈ মই আহিম নেং ?

ঃ নিৰুপায় নেং! নাৰী মাত্ৰেই পিতৃ-গৃহ ত্যাগ কৰি বোৱাৰী জীৱন কটাবগে লাগিব। অচিনাকি ঘৰখনক আপোন কৰি তুলিব পৰাতেই গৃহ-ত্যাগৰ মহীয়ান ৰূপ লুকাই আছে নেং। আমাৰ জীৱনবোৰ এনেকুৱাই।

সখীয়েকক অধীৰা হ'বলৈ নিদি যেন অমফুৱে বুজাবলৈ চেষ্টা কৰিলে। ছেঙৰ মৰম নেওচি ৰংমান্দুলৈ যাব ওলোৱাৰ কাৰণ তাই সদাৰি নক'লে। ৰংমিলি ত্যাগৰ অনাবিল আনন্দ বুজাবলৈ তাই কোনো ভাষা বিচাৰি নাপালে। কেৱল তাইৰ চকুৱে-মুখেহে সেই আনন্দ প্ৰকাশ পাবলৈ ধৰিলে।

---

৭২ বান্ধৱী; সম্বোধনাৰ্থত ব্যৱহৃত শব্দ

অমফুৰ লগত এখন্তেক কথা পাতি কাদম যাবলৈ ওলাল। লাংথেভাৰ পিঠিত লোৱা দেখি অমফুৱে ক'লে----

ঃ যোৱইনে নেং ? ঃ অঁ, মাইতে বৈ থাকিব পায়। পিছত কথা হ'ম নেং।

ঃ অঁ, যোৱা বাৰু। মোৰ অলপ পলম হ'ব।

কাদমে পানী লৈ ঘৰলৈ খোজ ল'লে। নৈৰ ঘাটখন ক্ৰমে নিজন হৈ আহিল। তাই কাপোৰ কেইখন খৰকৈ ধুবলৈ ধৰিলে।

বোৱতী সোতত নাও এখন ঘাটৰ ফালে আহি আছিল। ভাটিৰ ফালে মুখ কৰি কাপোৰ ধই আছিল বাবেই অমফুৱে নাওখন অহা দেখা নাছিল। ছেং তেৰণে আঁতৰৰ পৰাই অমফুক চিনি পাইছিল। তাইৰ অনাবৃত দেহ সুষমা ৰ'দৰ পোহৰত জিলিকি উঠিছিল। পানীৰ ওপৰত ওলাই থকা তাইৰ আটিল কলা-ফুলত পোহৰবোৰ যেন পিছল খাই পৰিছে। নিঃসঙ্গ ষোড়শী অমফুৰ ৰূপত ছেং তেৰণে আজি একো মাদকতা বিচাৰি নাপালে। অমফুৰ এই ৰূপত সি বিচাৰি পালে এক জঘন্যতম নিষ্ঠুৰতাৰ নাৰী-মূৰ্তিহে। অতি গোপনে আঁতৰি যাব পৰাটোহে নিৰাপদ বুলি ছেংে ভাবিলে। সি লৰ হকৈ গৈ সিটো মূৰত নাওখন বান্ধিলে।

নাৱত ঠেকা খাই অহা মৃদু ঢৌবোৰে অমফুৰ ভৰিত স্পৰ্শ কৰিলেগৈ। অকস্মাতে ভৰিত লগা পানীৰ ঢৌবোৰে তাইক সচেতন কৰিলে। মেঠনিত হাত দি তাই পাচ'ল ঘূৰি চালে।

সেয়া ছেংচোন!

ছেং তেৰণক দেখা পাই তাইৰ মনটো বৰপানীৰ ঢৌবোৰৰ দৰেই চঞ্চল আৰু অশান্ত হৈ পৰিল।

তাৰ মুখত এক বিষাদৰ ভাব তাই লক্ষ্য কৰিলে। বিষাদবোৰে হঠাতে যেন সজোৰে আর্তনাদ কৰি বিদ্ৰোহ কৰিব এনে লাগিল তাইৰ। ছেঙৰ হাতত থকা সৰু টোপোলাটো অমফুৱে লক্ষ্য কৰিলে।

সি ক'লৈ গৈছিল ?----তাইৰ মনত যেন সেই প্ৰশ্ন।

কাপোৰ ধই থকা অমফুলৈ কেৰাহিকৈ চাই সি ঘৰৰ ফালে খোজ ল'লে। অমফুক দেখিও মাত এষাৰ দিবৰ তাৰ মন নগ'ল। অমফুক অচিনাকি অচিনাকি যেন লাগি গ'ল তাৰ।

মাত নলগোৱা দেখি অমফুৱে ভাবিলে----সেয়া তাৰ অভিমান নে আন কিবা। এখন্তেকো নোৰোৱা দেখি তাই মাত দিলে----

ঃ ছেং !

শুনিও নুশুনাৰ ভাও ধৰি সি আৰু খৰকৈ খোজ দিবলৈ ধৰিলে। বালিৰ ওপৰত হোৱা ছেং তেৰণৰ ভৰিৰ খচখচনি শব্দবোৰে যেন অমফুক প্ৰত্যুত্তৰ দিছে। ওলমি অহা অবিনাস্ত চুলিখিনি হাতেৰে পাছফালে ঠেলি অমফুৱে পুনৰ মাত লগালে----

ঃ ছেং ! তুমি এবাৰ লগ দিবানে ?

ছেং তেৰণে এইবাৰ ঘূৰি চালে। থিয় হৈ তালৈ চাই থকা অমফুৰ চকুত যেন কিহবাৰ আৱেগিক টান। তাইৰ চকু দুটাই যেন বহুতো কথা ক'বলৈ বৈ আছে। তাইৰ দৃষ্টিত বেদনা আৰু স্নেহৰ এক অদ্ভুত সংমিশ্ৰণ সি লক্ষ্য কৰিলে। তাইৰ দুচকুৰ পৰা ছেং তেৰণে নিজকে আঁতৰাই নিব নোৱাৰিলে। ধীৰে ধীৰে উলটি আহি সি অমফুৰ কাষ চাপিলহি আৰু গহীন হৈ তাইক সুধিলে—

ঃ বিয় খাতিলা ?

ঃ ক'ৰ পৰা আহিলা ছেং ?

ঃ লংকামলৈ গৈছিলোঁ।

ঃ কিয় ?

ঃ দেউতাৰ বৰ অসুখ, ঔষধ বিচাৰি।

ঃ অ' হয় নেকি ? খবৰ কৰিবকে পৰা নাই।

ঃ এতিয়া খবৰ নকৰিলেও হ'ব। ৰংমাদুলৈ যাবা যেতিয়া আমাৰ খবৰ লোৱাটো অন্যায় হ ব।

তাৰ কথাত ব্যঙ্গৰ সুৰ। অমফুৰ হিয়া কান্দি উঠিল। চেপি থকা কাপোৰ-খন তাইৰ হাতৰ পৰা লাহেকৈ সৰকি বালিত পৰি গ'ল।

ঃ তুমিও এনে কথা ভাবিছা ছেং!

ঃ ছেং বুলি নামাতিবা অমফু। তোমাৰ দৰে প্ৰৱঞ্চক ছোৱালী গোটেই লংৰিতেই নাই। তোমাক দেখিলে মোৰ ঘিণহে লাগে।

কথাখিনি কৈ ছেং যাবলৈ ওলাল। তাৰ কথা শুনি অমফুৰ দুচকুৰেদি ধাৰা-ষাৰে চকুলো বৈ আহিল। তাই আৱেগত বিহ্বলা হৈ ছেং তেৰণক সাবটি ধৰিলেহি। তাৰ বুকুত মুখখন গুজি হুক হুক কৰি তাই কান্দি পেলালে। তাইৰ চকুপানীৰে ছেঙৰ বুকুখন তিতি গ'ল।

এইয়া কিহৰ চকুপানী ?

আসন্ন বিচ্ছেদত বিষাদৰ চকুপানী নে ৰংমিলিৰ সংহতিত আত্ম-ত্যাগৰ আনন্দৰ চকুপানী ?

ছেং তেৰণৰ কঠিন হিয়া গলি চকুৰেদি বৈ আহিল বাধাহীনভাৱে। চেচা পৰি থকা তাইৰ সুকোমল গালত ছেঙৰ তপত অশ্ৰুৰ টোপালাবোৰ সৰি পৰাত অমফুৱে সাৰ পাই উঠিল। ওপৰলৈ মুখ কৰি তাই ছেং তেৰণৰ মুখলৈ চালে। এইয়া কি ? ছেঙে দেখোন কান্দিছে! চকুপানীৰে ভৰি থকা তাৰ সকৰুণ চকু দুটালৈ চাই অমফুৱে সুধিলে—

ঃ তুমি কান্দিছা ছেং!

ছেং তেৰণ নিৰ্বাক। ধাৰাষাৰে বৈ অহা চকুৰ পানীয়েই যেন ক'ব ধৰিছে। শব্দতকৈয়ো বেছি সূক্ষ্ম, বেছি গভীৰ, বেছি মূল্যবান এই চকুপানী। এনে মুহূৰ্তত তাৰ জানো কথা কোৱাৰ প্ৰয়োজন ?

ঃ কান্দা ছেং। যিমান পাৰা কান্দা। তোমাৰ হিয়াৰ অমফুজনী আজিৰে পৰা মৰিল। তুমি নাকান্দি কি কৰিবা ?

আৱেগত বিহ্বল হৈ পৰা অমফুজনী কিছু সংযত হ'ল আৰু ছেং তেৰণৰ কান্ধৰ পৰা আঁতৰি গ'ল। পেলাই দিয়া কাপোৰখন বুটলি পানীত জুবুৰিয়ালে আৰু চেপি চেপি চাই ক'লে---

ঃ তুমি ভাবিছা মই আনন্দ পাইছোঁ, শান্তি পাইছোঁ। মইহে জানো ছেং, মোৰ অন্তৰৰ দুখৰ গভীৰতা কিমান? বনৰ জুইকুৰাক সকলোৱে দেখা পায় ছেং, মনৰ জুইকুৰাকহে নেদেখে।

ঃ অমফু। তুমি ইমান প্ৰতাৰণা কৰিবা বুলি মই ভবাই নাছিলোঁ। তোমাৰ প্ৰতিশ্ৰুতিবোৰক ৰংমান্দুৰ সোণ-ৰূপে কিনি পেলালে নহয়নে? তোমাৰ ৰূপ সৰিয়হ ফুলৰ দৰে ধুনীয়া; কিন্তু তোমাৰ মনটো এঙাৰতকৈয়ো ক'লা।

ঃ ছেং।

ছেং তেৰণৰ কথা শুনি তাইৰ অন্তৰখন চুণ-বিচুণ হৈ যাব খুজিছিল। হাতৰপৰা চেপা কাপোৰখন বালিত পৰি গ'ল। থৰ লাগি তাই ছেঙৰ মুখলৈ চালে। ওপৰৰ ওঁঠটো দাঁতেৰে কামুৰি ধৰি কন্দনামুৱা হৈ তাৰ কান্ধ চাপিল আৰু গভীৰ আৱেগত তাই ক'লে --

ঃ ছেং, তুমি ভুল নুবুজিবা। মোৰ প্ৰতিশ্ৰুতিতকৈ দেউতাৰ দৃষ্টি অধিক সত্য অধিক মূল্যবান বুলি মই ভাবোঁ। মই হতভাগ্য, দুভগীয়া। মই ৰংমিলিৰ পৃথিৱীৰপৰা চিৰ দিনৰ বাবে আঁতৰি যাম। কিন্তু, তোমালোক---ক্লেং-ছাৰপ'ৰ লগত ৰংমিলিৰ পৃথিৱীত চিৰদিন আনন্দেৰে থাকিব পাৰিবা। ৰংমিলিৰ ৰং দুগুণে বঢ়াবা। কিন্তু মই অভিশপ্তা হৈ ৰংমান্দুৰ পৰি ৰম। এই বিচ্ছেদ যে মৃত্যুতকৈয়ো করুণ। মই কেনেকৈ বুজাম ছেং।

'ক্লেংছাৰপ'ৰ লগত ৰংমিলিৰ পৃথিৱীত চিৰদিন আনন্দেৰে থাকিব পাৰিবা"--- কথাষাৰৰ মৰ্মভেদী ব্যঞ্জনা ছেং তেৰণে বুজি উঠিল। অমফুৱে ৰংমান্দুলৈ আঁতৰি যোৱাৰ উদ্দেশ্যও সি বুজিলে। ধোঁৱা বৰণীয়া পাহাৰখনলৈ সি এবাৰ ঘূৰি চালে। জিবছুঙৰ দৃশ্যবোৰ তাৰ দুচকুত ভাহি উঠিল।

ছেঙৰ দুচকুৰ পৰা বেদনাৰ স্ফুলিংগবোৰ নোহোৱা হ'ল। লাহে লাহে এক সুকোমল জ্যোতি তাৰ চকুত উজলি উঠিল। আজিহে যেন আচল অমফুজনীক সি লগ পালে। সি বুজি উঠিল অমফুৰ ৰূপ যিমান, আত্মিক সৌন্দৰ্য তাতোকৈয়ো বহুত গুণে অধিক। তাৰ দুচকুত আনন্দৰ আভা প্ৰকাশ পালে। অমফুক স্বাগত জনাই সি ক'লে---

ঃ অমফু, তুমি ভবা কথা সত্য। মোৰ ভনীতকৈয়ো তুমি আপোন হ'লা অমফু!

ছেঙৰ মুখত কথাষাৰ শুনি তাই "ছেং" বুলি সাবটি উক মুকাই কান্দিলে। এই কান্দোন যে আনন্দৰ কান্দোন। নিগৰি অহা চকুলোবোৰ আনন্দৰ চকুলো। তাইৰ মন-প্ৰাণ মুকলি হৈ গ'ল। প্ৰাণ খুলি তাইৰ হাঁহিবৰ মন গৈছিল। বৰ-পানীৰ দৰেই তাইৰ মন আজিৰে পৰা নিমল আৰু মুক্ত। তাইৰ চকুপানীৰে ছেং তেৰণৰ মনত পোত খোৱা সন্দেহৰ মলিবোৰ ধুই নিকা কৰিলে। এক নতুন পথৰ সন্ধান তাই আনি দিলে। সি সুৰুষটালৈ চাই ক'লে---

ঃ অমফু যাওঁ। মোৰ অন্ধকাৰ মনত তুমি পোহৰৰ সন্ধান দিলা। মোৰ অন্তৰত এতিয়া কোনো দুখ নাই। তুমি সৌ সূৰুযটোৰ দৰেই মহীয়সী। তুমি ৰংমিলিৰ দেৱী!

সি টোপোলাটো লৈ খোজ ল'লে। সেমেকা বালিত খচক খচককৈ খোজ দি যোৱা ছেং তেৰণলৈ অমফুৱে অপলক নেত্ৰে কিছু সময় চাই ৰ'ল।

ছেং তেৰণ চকুৰ আঁৰ হ'লত, তাই কাপোৰকেইখন পানীত জুবুৰিয়াই চেপিলে আৰু খাওত ভৰাই ঘৰমুৱা হ'ল। এখাং নিকা কাপোৰ পিঠিত লৈ অহা অমফুজনীৰ এয়া যেন এক নতুন জীৱনৰ প্ৰস্তুতিহে। গছৰ ডালত বহি ৰুণ দি থকা অকলশৰীয়া বন-কপৌৰ মাত শুনি অমফুৰ মনটো উৰি গ'ল—কেতিয়াও নেদেখা সুদূৰ ৰংমান্দুৰ পৃথিৱীখনলৈ।

## উনত্ৰিশ

জাৰৰ কুঁৱলিবোৰে টীকা পাহাৰৰ গছ-লতিকাক আৱৰি ধৰিলেহি। ডাঠ কুৱলিৰ আৱৰণ ফালি বৰ কষ্টেৰে পুৱাব ৰ'দজাক সোমাই আহিল। অনবৰতে বৈ থকা বতাহজাকে যথেষ্ট জাৰ পেলাইছিল। ঠেৰেঙা লগা জাৰকো কেৰেপ নকৰা বৃদ্ধ এজনে গিজাৰ ঘন্টা বজাই দিলেহি।

টং—টং ঘণ্টাৰ শব্দত নিশ্চুপ পাহাৰখনে যেন সাৰ পাই উঠিল। ধৰ্মপ্ৰাণ খ্ৰীষ্টিয়ান কাৰবিসকল নামি আহিল—তলৰ গিৰ্জা ঘৰলৈ।

আজি খ্ৰীষ্টমাচ।

পৱিত্ৰ বৰদিন উৎসৱ।

ভগৱান যীচুৰ আবিভাৱৰ দিন। বৰদিন বুলিলে এনেয়েও আনন্দত তৎ নাই; তাতে আজি সোণালী জয়ন্তীৰো দিন পৰিছে। টীকা পাহাৰত মিছনেৰী স্থাপন হোৱা আজি পঞ্চাশটা বছৰ পূৰ্ণ হ'ল। আজি যে মহা আনন্দৰ দিন। পৱিত্ৰ সাজপাৰ পিন্ধি, কুঁৱলিৰ মৃদু পৰশ মুখত লৈ গিৰ্জাঘৰৰ আসনত বহিলহি। ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে মহান যীচুৰ পবিত্ৰ জন্ম-লগ্নত আহি একেলগে গোট খাইছেহি।

হাতত বাইবেল লৈ পৱিত্ৰ বৰদিনৰ প্ৰাথনা পৰিচালনা কৰিবলৈ আগুৱাই গ'ল টীকাৰ বয়সস্থ লোক লৰেঞ্চ হাঞ্চে। টীকা মিছনৰ ইতিহাসৰ সৈতে জড়িত, বহুতো অভিজ্ঞতাৰ স্মৃতিৰে অভিজ্ঞ লৰেঞ্চক প্ৰাৰ্থনা-সভা পৰিচালনা কৰিবলৈ মণ্ডলীয়ে অনুৰোধ কৰিলে। বাইবেলখন মেলি লৈ নীৰৱে বহি থকা খ্ৰীষ্টিয়ান কাৰবিসকলক লৰেঞ্চে এবাৰ চাই ল'লে। পুৰুষসকলৰ মাজত তিনি-জন অখ্ৰীষ্টিয়ান লোকক দেখা পাই সি কিছু সময় সিহঁতলৈ চালে। লৰেঞ্চে

সিহঁতক চিনি পালে। দুজন বি-হেনৰ গাঁৱৰ—লংবৰ আৰু জাংফং হেনাৰ। আনজন হ'ল উমৰু গাঁৱৰ ছাৰ্বাছিং ৰংপি। খ্ৰীষ্টিয়ান ৰাইজৰ হৈ লবেঞ্চে সিহঁতক সম্ভাষণ জনালে আৰু পবিত্ৰ বৰদিন উৎসৱত যোগ দিয়াৰ বাবে আনন্দ প্ৰকাশ কৰিলে। লবেঞ্চ হাঞ্চেই কিছু গৌৰৱ বোধ কৰিলে, বিশেষকৈ হাবেছিক' গাঁৱৰ লংবৰ আৰু জাংফঙক প্ৰাথনা-সভাত দেখি। লবেঞ্চে গহীন হৈ হাত দুখন সমানে ওপৰলৈ তুলি প্ৰাৰ্থনা-গীত আৰম্ভ কৰিলে ঃ

জ' কাংথিৰ ইংছামৰি
চিক্ল'লংছ' দাক তুৰথা,
তেক্লা আতুম পেনপেনলে
ৰেচ' আফান লুন ল'নাং,
খ্ৰীষ্ট যীচু ৰাংল'।

Silent night Holy night'ৰ হটন চাহাবে কৰা কাৰবি ভাঙনিৰ গীতফাকি গোৱাৰ অন্তত টীকা, পাহাৰৰ কাথাৰপীয়ে ভাঙনি কৰা "I have decided to follow Jesus"ৰ গীতফাকি গাবলৈ থিৱাং কৰি লবেঞ্চে ৰাইজক বুজালে ঃ

ঃ হটন চাহাব আমাৰ মাজত বিশেষ কাৰণত উপস্থিত থাকিব নোৱাৰিলে। তেখেতৰ মৰম আমাৰ স্মৰণীয় হৈ ৰ'ব। কাৰবি ভাষালৈ গীত ৰচনা কৰি আমাক তেখেতে এক নতুন পথ দেখুৱাই দি'লে। তেখেতৰ পদানুসৰণ কৰা আমাৰ শ্ৰীমতী কাথাৰপীয়ে আন এফাকি প্ৰাথনা-গীত লিখি উলিয়াইছে। গীতফাকি সকলোকে গাবলৈ অনুৰোধ কৰিলোঁ। তাৰ আগতে মই শ্ৰীমতী কাথাৰপীক এখন্তেক থিয় দি ৰাইজক চিনাকি দিবলৈ অনুৰোধ কৰিলোঁ।

নীৰৱে বহি থকা মহিলা এগৰাকী সলজ্জভাৱেৰে থিয় দি সকলোকে নমস্কাৰ কৰি'ল। মহিলাগৰাকীৰ মুখমণ্ডলত এক প্ৰশান্ত ভাবৰ লক্ষণ প্ৰকাশিত হ'ল। লবেঞ্চৰ পাছ ফালে থকা ক্ৰছ টোলৈ বিনম্ৰভাৱেৰে মূৰ দোৱাই তেওঁ বহি পৰিল। শ্ৰীমতী কাথাৰপীলৈ ৰাইজে প্ৰসন্ন ভাব প্ৰদশন কৰি গীত গাবলৈ সাজু হ'ল।

ইংলং আৰলৰতা যীচু আফি কি দুনজি নে
মিৰ নেম্প্ৰু কাংথু লাংছ' বেলিএৎ আজ';
আলাং জা আলিং নে দুনজি আফি,
ছেৰ আফুতুপ লংলেতিক আফি দুনজি।

সমস্বৰে গোৱা বৰদিনৰ গীতৰ লহৰে টীকাৰ আকাশখন কঁপাই তুলিলে। শীতৰ কুঁৱলিবোৰ আঁতৰি গ'ল লাহে লাহে। গিৰ্জাৰ কাষৰ গছকেইজোপাত বিচিত্ৰ চৰাইৰ সান-মিহলি সুৰবোৰ ভাহি আহিল। সমূহীয়া প্ৰাৰ্থনা সমাপ্ত কৰি লবেঞ্চে ৰাইজক বৰদিনৰ সম্বৰ্দ্ধনা জনাই ক'লে—

ঃ আজি পৱিত্ৰ বৰদিন। মানৱ জাতিক উদ্ধাৰ কৰিবলৈ আজিৰ দিনতেই এক মহান আত্মাই পৃথিৱীত ভৰি দিছিলহি। সেইজন হ'ল ভগৱান হেমফু যীচু। আপোনালোকে জানে, আজিৰ পৰা পঞ্চাশ বছৰ আগতে যীচুৰ পৱিত্ৰ পোহৰ আহি

আমাক পোহৰৰ পথ দেখুৱাইছিল। সেই পোহৰৰ জোঁৰ বহনকাৰী ৰেভাৰেণ্ড মুৰ চাহাব আৰু সপত্নীক ৰেভাৰেণ্ড কাৰৱেল চাহাব পদাপণ কৰা পঞ্চাশটা বছৰ পূৰ্ণ হ'ল। কাৰৱেলৰ পৱিত্ৰ দেহ আমাৰ মাজত এতিয়াও অনন্ত নিদ্ৰাত শান্তিৰে শুই আছে। তেখেতসকলৰ আত্ম-ত্যাগে আমাক পৱিত্ৰ জেৰুজালেমলৈ যোৱাৰ পথ দেখুৱাই থৈ গ'ল। আজি আমাৰ বৰ আনন্দৰ দিন, শুভ দিন। এই পৱিত্ৰ ক্ষণত তেখেতসকলৰ পৱিত্ৰ আত্মাৰ কথা সুঁৱৰিছোঁ। হে স্বৰ্গত থকা পিতৃ যীচু! তোমাৰ নাম পূজনীয় হওক, চিৰ ধন্য হওক। যি সকলে আজি এই মহান পৱিত্ৰ বৰদিনৰ প্ৰাথনা-সভাত যোগ দি তোমাৰ গুণ-কীতন কৰিছে, সেইসকলক আশীৰ্বাদ দিয়া; যাতে তোমাৰ অমৰ বাণী পাহাৰৰ চুকে-কোণে প্ৰচাৰ হ'ব পাৰে। আৰু যিসকলে আজিৰ সভাত আহিব পৰা নাই, সেইসকলৰো অন্তৰত সুখ-শান্তি দিয়া।

লৰেঞ্চৰ ভাষণৰ শেষত সকলোৱে চকু মুদি নীৰৱে হেমফু যীচুক প্ৰাথনা কৰিলে। প্ৰাৰ্থনাৰ শেষত 'আমেন' বুলি কৈ প্ৰাথনা-সভা শেষ কৰিলে।

প্ৰাথনাৰ শেষত গিজাঘৰৰ পৰা শাৰী পাতি সবলোৱে ওলাই গ'ল। গিজা-ঘৰৰ দক্ষিণ-পশ্চিমৰ চাফ চিকুণাৰ ৰখা সমাধি-স্থানত তেওঁলোক সমৱেত হ'লগৈ। সমাধিত ফুল আৰু মমবাতি জ্বলাই লৰেঞ্চে বাইবেল পাঠ কৰিলে। সেয়া আছিল ৰেভাৰেণ্ড জে এম কাৰৱেলৰ সমাধি। ১৯২৫ চনতে ঢুকোৱা কাৰৱেল চাহাবক টীকাৰ ৰাইজে পৱিত্ৰ পঞ্চাশ বছৰীয়া প্ৰতিষ্ঠা দিবসৰ লগতে বৰদিনৰ পৱিত্ৰ দিনত সুঁৱৰিলে ফুলৰ কোমলতা, মমবাতিৰ পোহৰ আৰু পৱিত্ৰ বাইবেলৰ বাণীৰে। সুন্দৰ সত্য আৰু জীৱন অভিব্যক্তিৰ এইনা যেন মূত প্ৰকাশ।

সমাধি-স্থানৰ পৰা আহি গিজাঘৰৰ সন্মুখৰ মুকলি চোতালত আয়োজন কৰা জল-যোগত সকলোৱে শাৰী শাৰীকৈ বহিলহি। শাতৰ ৰ'দ পিঠিত লৈ লৰেঞ্চো বহিলহি। বি-হেনৰূ আৰু উমৰূৰ পৰা অহা অতিথিকেইজনক তাৰ কাষতে বহুৱাই ল'লে। অতিথিকেইজনক চিগাৰেট দি শুশ্ৰূষা কৰিলে। লৰেঞ্চে নিজেও চিগাৰেট এডাল জ্বলাই ল'লে। মুখৰ পৰা ধোঁৱা এসোপা এৰি দি সি ক'লে—

ঃ আমাৰ বৰদিন উৎসৱত আপোনালোক আহি যোগ দিয়াৰ কাৰণে আমি বৰ সুখী হৈছোঁ। হেমফু যীচুৰ আগত সৰু-বৰ নাই, সকলো সমান। হংহাৰী (সংসাৰী) হওক, ছিকুৰেক্ট হওক, আমি সেই হেমফুৰ সন্তান, যীচুৰ সন্তান।

লংবৰহঁতে মুৰ জোকাৰি লৰেঞ্চৰ কথাবোৰ শুনি গ'ল। প্ৰত্যেকৰে আগত ভোজৰ পাতবোৰ বিলাই যাবলৈ ধৰিলে। বৰদিন উপলক্ষে এটা ডাঙৰ নোদোকা গাহৰি কাটিছিল। তাৰেই সিজোৱা মঙহ এফালৰ পৰা বিলাই গ'ল। অতিথি কেইজনৰ পাতত অলপ সৰহকৈ দিবলৈ লৰেঞ্চে নিৰ্দেশ দিলে। অন্ন বিতৰণৰ শেষত সমূহীয়া প্ৰাথনা কৰিবলৈ লৰেঞ্চে ৰাইজক অনুৰোধ কৰিলে। সকলোৱে চকু মুদি ভগৱান যীচুৰ নাম স্মৰণ কৰিলে। লংবৰহঁতে কি বুলি প্ৰাৰ্থনা কৰিব, এক্ৰোকে থিৰাং কৰিব নোৱাৰি ইজনে সিজনৰ মুখলৈ চাই বৈ থাকিল। আনকি

নিজৰ হেমফু দেৱতালৈকো কোনো তপণ আগ নবঢ়ালে। প্ৰাৰ্থনাৰ অন্তত, সকলোৱে ভোজ খোৱা আৰম্ভ কৰিলে। মঙহ এডোখৰ মুখত দি লৰেঞ্চে ক'লে—

ঃ লংৰি হাবেকো নিমন্ত্ৰণ কৰিছিলোঁ। নাহিল কিয় নাজানিলোঁ।

ঃ হাবেছিক' ক'ত আহিব ? ছিকুৰৰ নামকে নলয়, আৰু সি বৰদিনৰ ভোজ খাবলৈ আহিবনে ? —মঙহ এডোখৰ চোবাই লংবৰে হাবেছিক' নহাৰ যুক্তি দেখুৱাই উত্তৰ দিলে।

ঃ আপোনালোকৰ বৰদিনত অকজৰ নাই নেকি ? —উমৰাৰ ছাৰ্বছিং ৰংপিয়ে প্ৰশ্ন কৰিলে।

তাৰ মুখত অদ্ভুত প্ৰশ্ন শুনি কাষৰ মানুহবোৰে মৃদু হাঁহি মাৰিলে। হাঁহি হাঁহি লৰেঞ্চে ক'লে—

ঃ আমাৰ বৰদিনত অক জৰ নাথাকে। আমি এক ঈশ্বৰৰ সন্তান। গতিকে ৰ'ফু৭৩, অকজৰ৭৪, অককেং৭৫ ৰখাব নিয়ম নাই। আমি সকলোৱে সমান আৰু সমানভাৱেই উৎসৱৰ ভোজ খাওঁ।

লৰেঞ্চৰ কথা শুনি বি-হেনক্ৰৰ জাংফঙে ক'লে—

ঃ এইটো বৰ ভাল কথা। বিপদ আমাৰহে।

ঃ কেনেকৈ ?—লৰেঞ্চে খাবলৈ ধৰা মঙহডোখৰ হাতত লৈ জাংফঙৰ মুখৰ ফালে চাই সুধিলে।

ঃ বিপদ হ'ল—হাবেছিক গাৱত আছো বাবেই। সাধাৰণ পূজা কৰিলেও হাবেছিক'ৰ কাৰণে মদ আৰু মঙহৰ এটা ভাগ দিবই লাগিব। এইটো কেনে বিচাৰ বাৰু ?

ঃ এৰা, হাবেছিক'ৰ কথাবোৰ শুনিছোঁ।

এনেধৰণৰ অন্যায় কৰিলেতো লংৰি নচলিব ?—লৰেঞ্চে ক'লে।

ঃ লংৰি চলিব কেনেকৈ ? তাৰ নিজৰ গাওখনেই নচলা হৈছে। পেটে পেটে আমি আপোনালোকৰ সঙ্গ লোৱাৰ কথাহে ভাবিছোঁ।—গহীনভাৱৰে লংবৰে ক'লে।

ঃ অঁ, ইমানবোৰ দেৱতাক পূজা দি আমি সম্বলহীন হ'লোৱেই, হাবেসকলক ভাৰ-ভেটি দি দি আমি তেনেই পানীত ডুবিলোঁ। আমি আপোনালোকৰ লগ ল'ব বিচাৰিছোঁ।—উমৰাৰ ছাৰ্বছিঙে ক'লে।

লংবৰহঁতৰ কথাবোৰ লৰেঞ্চে মনোযোগ দি শুনিলে। সি অনুভব কৰিলে যে হাবেছিক'ৰ অত্যাচাৰত ৰাইজ লাহে লাহে অতীষ্ঠ হ'বলৈ ধৰিলে। মনে মনে সি আনন্দ পালে। লংৰি হাবেৰ অত্যাচাৰত কিছু হিন্দু কাৰবি বিদ্ৰোহী হৈ খ্ৰীষ্টিয়ান ধৰ্মলৈ দীক্ষা লৈছেহি। এইয়া বৰ শুভ বাৰ্তাৰি—সি ভাবিলে। লংবৰৰ ওচৰ চাপি সি ক'লে—

---

৭৩ চৰাইৰ মূৰ। ৭৪ গাহৰিৰ তেলাল মঙহ। ৭৫ তপিনাসহ গাহৰিৰ ঠেং বিশেষ।

ঃ ফু লংবৰ, আপোনালোকৰ মনৰ কথাটো জানিব পাৰি বৰ সুখী হৈছোঁ। মই জানো, হাবেসকশৰ বোনো কোনোৱে কাৰবিৰ তেজ কেনেকৈ জোকে শোহাদি শুহিব লাগিছে। এইবোৰ কাৰণতে তাহানিখন ময়ো অতীষ্ঠ হৈছিলোঁ আৰু কাৰবি নীতি এৰি যীচুৰ পৱিত্ৰ পথ লৈছিলোঁ। আমি এতিয়া সকলো সমান। শোষণৰ বোনো ব্যৱস্থা হেমফু যীচুৰ ধৰ্মত ঘটিব নোৱাৰে। আপোনালোক আহক হেমফু যীচুৰ আশীবাদ নিশ্চয় পাব।

প্ৰাৰ্থনা, গীত, যীচুৰ অমৰ বাণী আৰু প্ৰীতি-ভোজৰ আনন্দময় পৰিবেশত বৰ্ধদিনৰ উৎসৱৰ সামৰণি পৰিল। লৰেঞ্চৰ পৰা বিদায় লৈ লংবৰহঁতো যাবলৈ ওলাল। লৰেঞ্চে প্ৰত্যেককে চিগাৰেট আগবঢ়াই দিলে। সিহঁতে মনৰ আনন্দত চিগাৰেটৰ ধোঁৱাবোৰ উৰুৱাই দিলে। সোনাৰ পৰা খ্ৰীষ্টমাচ কাৰ্ড আৰু যীচুৰ বাণী থকা প্ৰচাৰ-পত্ৰ কিছুমান দি লৰেঞ্চে ক'লে---

ঃ এইয়া পৱিত্ৰ যীচুৰ জন্মদিন উপলক্ষে আপোনালোকলৈ উপহাৰ দিছোঁ। আপোনালোকক বেপ্টাইজ কৰাৰ দিন আমি মণ্ডলীৰ লগত আলোচনা কৰিহে জনাম।

কাৰ্ড আৰু প্ৰচাৰ-পত্ৰ হাতত লৈ লংবৰে ক'লে---

ঃ ভাল, আমি আহিছো। মণ্ডলীৰ সিদ্ধান্তৰ কথা সোনকালে জনালে আমি সুখী হ'ম। কাৰদম।

লৰেঞ্চৰ লগতে আন আন লোকবোৰ সেৱা জনাই তিনিও টীকাপাহাৰৰ পৰা নামি আহিল। পাহাৰৰ পৰা লংবৰে তললৈ চালে---অঁকাই পকাই যোৱা বৰ পানীখন সৰুকৈ দেখা গ'ল। সুন্দৰ তৈয়ামৰ শুকান ধাননি পথাৰবোৰ স্পষ্টকৈ তাৰ চকুত ভাহি উঠিল। টঙাবনে ছাটি ধৰা তাৰ গাওখনৰ টীকা পাহাৰৰ পৰা বিচাৰি সি নিৰাশ হ'ল। তললৈ নামি আহোঁতে লংবৰে ছাৰছিঙক ক'লে---

ঃ লক, হংহাৰী ধৰমতকৈ ছিকুৰ ধৰম বহুতো ভাল দেখিছোঁ। দেখা নাই কেনেদৰে গাহৰিৰ ডাঙৰ ডাঙৰ মঙহবোৰ সমানে বিলাই দিছে। ভোজ খাই পেট ভৰি গৈছে। কেৱল মদহে নাই। মদ থকা হ'লে মঙহবোৰ চোবাই বৰ ভাল লাগিলহেতেন।

ঃ অঁ, মঙহবোৰ বৰ তেলাল। চ'জুনৰ গাহৰিবোৰ নোদোকা নহয় বিয়? মই বুজি নাপাও। গাহৰিবোৰ লেৰেলাতো হওকেই, ইফালে আকৌ তাৰো কিমান ভাগ। গাহৰিৰ ওঁঠ, ঠেং, নেজ, অকজৰবোৰ ভাগ কৰোঁতে বাইজৰ ভাগত মঙহটো বাদত হাড়ৰো টনাটনি হয়। ছিকুৰ হোৱাই ভাল, বুজিছেনে?

এইদৰে কথা পাতি তিনিও বৈঠালাংছ'ৰ সমতল পালেহি। ছাৰছিং ৰংপিয়ে দোকানৰ ফালে কাম থকা বুলি গুচি গ'ল। লংবৰ আৰু জাংফং দু'য়ো আহি গাঁও পালেহি। লংবৰে জুৰুলা চাংঘৰত অলপ বহি কাৰ্ডকেইখনৰ ওপৰত চকু ফুৰালে। কাৰ্ডখনৰ ওপৰত যীচুখ্ৰীষ্টৰ ছবিখন সি দেখা পালে। ছবিখনলৈ এখন্তেক চাই সি বৰঘৰৰ ফালে খোজ ল'লে। তাৰ মুখত এক দুশ্চিন্তাৰ ভাব। সি যীচুৰ ছবিখন দুৱাৰ-মুখৰ ওপৰত আঁৰি দিলে। দুৱাৰ মুখৰ ওপৰত সযতনে

থৈ দিয়া হেমফু দেৱতাৰ লাওৰ পাত্ৰবোৰ নমাই পাছফালে লাহেকৈ সি পেলাই দিলে। মানসিক সংঘাতত কিছু সময় সি অস্থিৰ হ'ল। কামটো ভাল কৰিলোঁনে ? তাৰ মনত এক ভয়ংকৰ প্ৰশ্নই কুণ্ডলী পকাই ধৰিলেহি। তাৰ দেহ আৰু মন এক মানসিক যন্ত্ৰণাত কঁপি উঠিল।

সন্ধিয়াৰ জাবতো তাৰ সব শৰীৰ ঘামেৰে তিতি গ'ল।

## ত্ৰিশ

কানিয়ে বিধ্বস্ত কৰা লিন্দক তেৰণৰ জৰাজীৰ্ণ চাংঘৰটি নিৰলে পৰি ৰ'ল। কানিৰ কবলত পৰি লিন্দক তেৰণ ৰংমিলিৰ পথিৱীৰ পৰা নিশ্চিহ্ন হৈ গ'ল। কানিৰ ক'লা বংবোৰ তাঁৰ কোমল কলিজাৰ পৰা তেজ হৈ ওলাই আহিছিল। সি নিজেই শেষ হোৱাৰ লগতে তাৰ আভোকত একা লৰা ছোৱালী কেইটাক নিশকতীয়া কৰিলে। ঘৰৰ সমস্ত বোজা বৰ পত্ৰ ছেং তেৰণৰ ওপৰত দি সি আঁতৰি যোৱা এসপ্তাহেই হ'ল। নিঃসহায় নিঃসম্বল ছেং তেৰণে চাই পঠিয়ালে জহি-খহি যোৱা শুকান গছ এজোপালৈ। মনত পেলালে দেউতাকৰ আঁকোৰ-গোজ স্বভাৱলৈ। যক্ষ্মা বেমাৰ হওঁতেই ছাৰইকে আহি তাৰ দেউতাকক বুজাইছিল। ছাৰইকৰ বৰ্জানিৰ উত্তৰত তাৰ দেউতাকে হাঁহি হাঁহি কোৱা কথাষাৰলৈ সি মাত পেলালে। তাৰ দেউতাকে কৈছিল—কানি দেখাত ক'লী হ'লেও তাই লখিমী-তকৈয়ো বেছি বগা। মই মৰিলে অহা জনমত মই কানীয়া নামহে লম। ৰেং-বংহম হাববামন এইসকলৰ লগতে মোৰ কানীয়া নামটোও আমাৰ সমাজত সাঁজৰ তৰাটোৰ দৰেই জিলিকি থাকক।

ছেং তেৰণেও দেউতাকক বুজাব নোৱাৰিলে। দেউতাক লিন্দকে জনা নাছিল কানিৰ অন্তদাহী নিষ্ঠুৰতাৰ কথা। উৰি যোৱা বগা ধোঁৱাত সপোন ৰঙীন ফুলবোৰ দেখি সি ভোল গৈছিল। জীৱনৰ সৰ্বোচ্চ মূল্যৰ লগতে ঘৰৰ সম্পত্তিবোৰ ধোঁৱাৰ সৈতে উৰুৱাই দিছিল। কানি বৰ বিহৰ পৰা লিন্দকক বিৰত কৰাব নোৱাৰি ছাৰইকে দুখ কৰিছিল। বজাব নোৱাৰি এসময়ত ছাৰইক নিৰাশ হৈ পৰিছিল আৰু লাগ বুলিলে ধান-চাউল পা-পইচা দি হ'লেও লিন্দকৰ ঘৰখনক সহায় কৰিছিল। অন্নৰ অভাৱত ৰংমিলিৰ চাংঘৰে মৃত্যু-যন্ত্ৰণাত ধৰ - ফৰাই থকাটো গাৱৰ ছাৰবাছা ছাৰইক তেৰাওে চাই থাকিব পাৰে জানো ? এনে দশাই ছাৰবাছাৰ সম্মানত আঘাতহে হানিব বুলি ছাৰইকে বুজি পাইছিল।

ছেং তেৰণে এটি এটিকৈ সকলো কথা সুঁৱৰিলে। তাৰ ডেকা মনত বিষা-দৰ ছাঁবোৰে আৱৰি ধৰিলেহি। চকু দুটা তাৰ সেমেকি আহিল অজানিতে। অমফুৰ মুখখন তাৰ দুচকুত ভাহি উঠিল। বুজ নমনা তাৰ মনটোৱে আকৌ

হাহাকাৰ কৰি উঠিল। ইমান বিপৰ্যয় এইদৰে একেলগে আহিব বুলি সি ভবাই নাছিল। চাংখনৰ পৰা নামি ছেং ঘাটৰ ফালে আগুৱাই গ'ল।

বালিচৰত বান্ধি থোৱা নাওখন তাৰ চকুত পৰিল। নৈৰ সোঁতত উটি যাবলৈ নাওখনে নীৰৱে যেন যুঁজ কৰি আছে—সি অনুভব কৰিলে। নিৰুত্তাপ, নিষ্প্ৰাণ, ঘাটটোলৈ নামি যাবলৈ তাৰ ইচ্ছা নগ'ল। সি ইংহিন আবিৰ ফালে ধীৰে ধীৰে খোজ ল'লে।

ভটিয়নিৰ ফালে মুখ কৰি ইংহিন আবিৰ শিলডোখৰৰ ওপৰত ছেং তেৰণ বহিলেহি। নীৰৱে বৈ যোৱা বৰপানীৰ অশান্ত উৰ্মিমালালৈ চাই সি এটা দীঘল হুমুনিয়াহ পেলালে। বৰপানীৰ বুকুত সি জীৱনৰ অৰ্থ বিচাৰি ফুৰিলে।

নৈৰ বুকুত জিলমিলাই থকা পোহৰবোৰ জানো নৈৰ নিজা ৰূপ? তেন্তে নৈখনেও মিছা কথাকেই কৈছে দেখোন।

অমফুৱেও প্ৰতাৰণা কৰা নাইতো?

নাৰীৰ মনবোৰ পুৰুষৰ লগত কি একে নহয় নেকি?

ৰংমান্দুলৈ যাবলৈ তাই সন্মতি দিলে কিয়?

তাই আঁতৰি গ'লেই ৰংমিলিৰ হাঁহি অক্ষুণ্ণ হৈ ৰ'ব বুলি কিয় ভাবি পেলালে?

নহয়, তায়ো মিছা কথাকেই কৈছে। এইয়া তাইৰ ছলনাহে। তাইৰ চকুপানীখিনিও বিষাক্ত লেলাউটিহে।

ছি! অমফুৰ ৰূপ-সৌন্দৰ্যও তেন্তে মিছা ৰঙেৰে ভৰা।

ঃ ছেং ককাইদেউ! তুমি ইয়াত কি কৰিছা?

ছেং তেৰণ উচপ খাই উঠিল। চকু দুটা মোহাৰি ঘূৰি চালে—কাষত এইয়া কাদম। সি সুস্থিৰ হৈ ক'লে—

ঃ একো কৰা নাই। এনেয়ে বহি আছোঁ কাদম।

ঃ অকলশৰে বহি থকা দেখি মোৰ বৰ ভয় লাগিছিল জানা ককাইদেউ।

ঃ কিয়? আপোনঘাতী হওঁ বুলি।—বিষাদপূৰ্ণ এটি হাঁহি মাৰি ছেং তেৰণে ক'লে।

ঃ ইচ! ককাইদেৱে যে কি অমংগলীয়া কথাবোৰ কয়।

ঃ নাই কাদম, জীৱনলৈ মোৰ বিৰক্তি লাগিছে। জীৱনত মই ইমান প্ৰৱঞ্চনাত পৰিম বুলি ভবাই নাছিলোঁ।—দুখ মনেৰে সি ক'লে।

ঃ কিয়? নেং অমফুৱে আপোনাৰ প্ৰেমক প্ৰত্যাখ্যান কৰা বাবেই নেকি?—ছেঙৰ কাষ চাপি কাদমে ক'লে।

ঃ প্ৰত্যাখ্যান কৰিছে নে নাই মই নাজানো কাদম। হয়তো মোৰেই ভুল হৈছিল।

ঃ কি ভুল কৰিলে আপুনি?

ঃ তাইৰ মন নুবুজাৰ কাৰণেই। —নৈৰ সুদূৰ গতিৰ ফালে চাই ছেং তেৰণে ক'লে।

কাদমে আচৰিত হৈ ছেঙৰ মুখলৈ চালে। তেন্তে ছেং ককাইদেৱে অমফুৰ মনৰ কথাও বুজি পালে। ৰংমিলিৰ ত্যাগৰ উদ্দেশ্য তেন্তে ককাইদেৱে সঁচাকৈয়ে বুজি পালে!

ঃ ককাইদেউ, নেং অমফুৱে আমাতকৈয়ো বহুত কথা বুজি পায়।

ঃ মোৰ কোনো বেজাৰ নাই কাদম। কাৰবি লাংপিৰ সোঁতক জানো বান্ধি থ'ব পাৰি? তাইক ময়ো বাধা দিব নোৱাৰোঁ। জানি-শুনি আমাৰ অভি-শাপবোৰ অমফুৰ কপালত তুলি দিব মই কেতিয়াও নোৱাৰোঁ।

ঃ এৰা, জেঠাদেউ ইমান সোনকালে ঢুকাব বুলি ভবাই নাছিলোঁ।

ঃ এয়া দেউতাৰ নিজ কমৰ ফল। তেওঁৰ মৃত্যুৰ বাবে মোৰ বেজাৰ নাই। উৰ্লি যোৱা ঘৰখন থান-থিত লগাব পাৰিলেই মই মুক্তি পাওঁ।

ঃ মন পেলাই নিদিবা ককাইদেউ। সুখ-দুখ মানুহৰ জীৱনত আছেই। দুখক হাঁহিৰেহে ঢাকিব লাগে। উমফ্ৰাৰ চমাংকানত এবেলগে যামদেই ককাই-দেউ?

ঃ অ'। কেতিয়ানো?

ঃ এই জোনটো মৰি ন-জোন ওলালে।

এনেতে নৈৰ ঘাটত কোনোবাই কাপোৰ ধোৱা চিৰিপ চিৰিপ শব্দই সিহঁতক সচেতন কৰিলে। ঘাটলৈ চাই দেখা পালে সিহঁতৰ গাঁৱৰেই তিৰোতা। তাই একান্ত মনে কাপোৰ ধবলৈ ধৰিছে। কাদমে ছেঙক ক'লে—

ঃ ছেং ককাইদেউ, যাওঁ। পানী ভৰাবলৈ আছেই। এইদৰে দুখ মনেৰে থাকিলে বেয়া পাম হ'লে।

গৈ থকা কাদমলৈ সি এখন্তেক চাই ৰ'ল। কি যে ছোৱালী কাদমজনী! হাঁহি আৰু আনন্দই যেন তাইৰ জীৱন। অন্ততঃ এই কাদমজনী—ছেং তেৰণে ভাবিলে।

# একত্ৰিশ

চলং পলংকৈ ছিংনত তেৰাং দোভাগ নিশা ঘৰ সোমালহি। এটি নিষ্কলুষ শিশুৰ দৰেই গাঁওখন টোপনিত শান্ত হৈ পৰিছিল। ছিংনতৰ ঘৰখনো শুই নিঃপালি দিলে। কিছু সময়ৰ আগতে শিয়ালবোৰে হোৱা দিছিল। সম্ভৱ সেয়া দুপৰ নিশাৰ জাননী। কু অভিসন্ধিত লিপ্ত হোৱাৰ পৰাই ছিংনত তেৰাঙে মনৰ শান্তি হেৰুৱাইছিল; তাৰ দুচকুৰ পৰা টোপনিকো যেন কোনোবাই কাঢ়ি নিলে। সি ভাবিছিল—লংৰিৰ বিচাৰপতি হাবেছিক'ৰ কথাই ৰজাৰ কথাৰ নিচিনা। কিদ'ৰ একোটা পাক-গাঁঠিতেই হাবেছিক'ই পৃথিৱীখন ওলট-পালট কৰিব পাৰে।

কিন্তু ৰংমিলিয়ে তাৰ ভাবমূৰ্তিক ম্লান কৰি পেলালে। এটা মুঠিত থকা ৰংমিলিৰ ৰাইজে লংৰিৰ বিচাৰপতি কিদ'ৰ পাকবোৰ খুলি দিলে। ছিংনত তেৰাঙক ছাৰবাছা বুলি গাঁৱৰ ৰাইজে স্বীকৃতি নিদিলে। ছিংনত তেৰাং এতিয়া ৰংমিলিৰ ভিজা মেকুৰী। বৰষুণত তিতা জধলা কুকুৰাটোৰ দৰে ছিংনত বিৱৰ্ণ হৈ পৰিল।

আনহাতে বি-হেনক্ৰৰ হাবেছিক?

সিও ঈৰ্ষাত দুগুণে জ্বলি উঠিল। লংৰিৰ বিচাৰপতিৰ ৰায় দিয়া কিদ'ক অৱজ্ঞা কৰাটো তাৰ সহ্য নহ'ল। গোটেই ৰংমিলিখনকে সি যেন পিহি মষিমূৰ কৰিব। তাৰ আগতে ছাৰইকক শেষ কৰিবই লাগিব। ছাৰইক থকালৈকে হাবেছিক'ৰ জুমতলীখন নিৰাপদ নহ'ব বুলি সি ভাবি ল'লে। তাৰ নিৰাপত্তাৰ পথত সি অবলম্বন বিচাৰি পালে---ছিংনত তেৰাঙক।

হাবেছিক'ৰ চ'ৰাত দুয়োৱে বহি এক নিশ্চিত আঁচনি যুগুত কৰিলে। লংৰিৰ হাবেছিক'ই দিয়া পৰামশত সি সমৰ্থন দিলে। ক্ষমতা আৰু সন্ধানলোভী ছিংনত তেৰাঙৰ মন নাচিবলৈ ধৰিলে। মনৰ আনন্দত সি ঢোকে ঢোকে মদ খালে। ঘৰলৈ উভতিবৰ সময়ত হাবেছিক'ই খণ্টমাচ কাৰ্ড কিছুমান তাৰ হাতত দিলে। এই কেইখনে তাক নিশ্চিত সন্দেহৰ পৰা আঁতৰাই ৰাখিব। এইয়া হাবেছিক'ৰ গোপন আঁচনি।

জুহানৰ কাষত বহি এটা এটাকৈ হাবেছিক'ৰ কথাবোৰ সি মনত পেলালে। হাবেছিক'ই ঠিক কথাকেই কৈছে। শশ মোন ধান পাইহে ছাৰইকৰ তেল বাঢ়িছে। খুড়া হ'লেও কি হ'ব? সম্বন্ধীয় খুড়াৰ আধিপত্য মোৰ সমূলি সহ্য নহয়। ছলাহী কথাৰে মোক ভুলাবলৈ আহিছে। দেউতাৰ সম্পত্তিবোৰ আত্মসাৎ কৰি এতিয়া ভাল মানুহ বোলাইছে। সিহে হাকিম-মণ্ডলক চিনি পায়। দৰবাৰ পাতি জিলা কৰে। ছিঃ! তাৰ মুখখন দেখিলে মোৰ ঘিণহে লাগে। দিয়াচলাইৰ এটা কাঠিৰে তাৰ সকলো গৰ্ব ছাই কৰি দিব পাৰোঁ। আৰু, সেই ৰিছ'বাছা, ফেৰাংকে! গাহৰিসব! সিহঁতৰ মূৰত জানো বুদ্ধি আছে? লিন্দক মৰিল, ভাল হ'ল। লৰঞ্চ, সেই বিধৰ্মী ছিকুৰ হ'ল তাৰ বন্ধু। সেই বন্ধুত্ব আৰু কিমান দিন? বন্ধুত্বৰ পুখুৰীক এই কাগজকেইখনেই বিষাক্ত কৰি তুলিব। কথাবোৰ ভাবি তাৰ হাঁহি উঠিল।

নাই, আৰু ৰ'ব নোৱাৰি। এতিয়াই ভাল সময়। পোহৰ নৌহওঁতেই কামটো শেষ কৰিব লাগিব। সি গাৰ কাপোৰখন লাহেকৈ পেলাই দিলে। মাঘৰ ঠেৰেঙা লগা জাৰতো সি ঘামি উঠিল। আন্ধাৰৰ সুযোগ লৈ লাহে লাহে ছাৰইকৰ ঘৰৰ ফালে সি খোজ ল'লে। নীৰৱ হৈ পৰা গাঁওখনৰ চেঁচুকীয়া ঠাইবোৰৰ পৰা অবিৰাম ভেকুলিৰ টোৰ টোৰণি শুনা গৈছে। গাঁৱৰ দুই এটা কুকুৰৰ ভুক্‌ভুকনি। ফেঁচাৰ বিকট চিঞৰে ৰাতিৰ পৰিবেশ আৰু অধিক জয়াল কৰি তুলিলে।

সৌটো ছাৰইক তেৰাঙৰ ঘৰ। ৰংমিলিৰ ছাৰবাছাৰ ঘৰ। সি লাহে লাহে চাংখনৰ তলত সোমাই জোপ ল'লে। চ'ৰাঘৰত কোনোবা আছে নেকি সি গম

ল'লে। নাই চ'ৰাঘৰত আনকি কুকুৰটোও না'ই। বৰ নিৰাপদ যেন বোধ হ'ল তাৰ। খিৰিকীৰে চালে মাটিৰ পৰা কোনোমতেই চালখন সি চুকি নাপায়গৈ। গাত মদৰ নিচা গৰ্জন্তাও আছে। বাৰে কেইখন আছে নে নাই খেপিয়াই চালে। হালেছিক'ই দিয়া পৰামৰ্শমতে কাঢ়বেইখন চেগ ঘাটলৈ যোৱা বাটত অ'ত-ত'ত পেলাই আহিবলৈ ঠিক কৰিলে। খবক-খবক খোজেৰে কিছু দূৰ সি আগুৱাই গ'ল আৰু কাঢ় কেইখন বিশৃংখলভাৱে পেলাই থৈ আহিল। তাৰ মূৰটো ৰাই-জাই কৰাত বিড়ি এডাল খাবৰ মন গ'ল। জোপোহাৰ আঁৰ লৈ বিড়ি এডাল জ্বলাই সি ভাবিলে— হালেছিক' জ্ঞানী মানুহ। মোৰ অন্তৰৰ বেদনা তেৱেঁইহে অনুভব কৰিব পাৰিছে। ৰংমিলিৰ ছাৰথে পদটো মোৰহে প্ৰাপ্য বুলি তেওঁহে বুজি পাইছে। পৰৰ মানুহে বজি পায় নিজৰ মানহে মোৰ বেদনাৰ কথা উপলব্ধি কৰিব নোৱাৰিলে। হালেছিক' সৎ লোক। তেওঁ উপযুক্ত বুদ্ধিকে দিছে। এই কামত কেইখিলাই খ্ৰীষ্টিয়ান লোকৰ কুচক্ৰান্তৰ কথাহে সদৰি কৰিব। গডাল নথকা গাহৰিৰ ৰং চাবলৈ ভাল হ'ব।

বিড়িডাল পেলাই ছাৰইকৰ ঘৰৰ ফালে সি পুনৰ খোজ ল'লে। চ'ৰাঘৰটোতেই শুই দিয়াটো ঠিক হ'ব বুলি সি ভাবিলে। জখলাত ভৰি দিয়াৰ আগতে সি আকৌ এবাৰ চাৰিওফালে নিৰীক্ষণ কৰিলে। চ'ৰাঘৰত কোনো নাই। নিঃশব্দে সি চাংখনলৈ উঠি গ'ল। উদং চ'ৰাঘৰটো দেখি তাৰ মন নাচি উঠিল। বৰঘৰতো সাৰ সুৰ একো নাই। আটাইবোৰেই ঘোৰ টোপনিত। নিশ্চিত মনে টোপনি যোৱা ছাৰইকৰ ধনখিনিৰ ভাল ঈশা হয়। তইঁতৰো টোপনি কাঢ়িবৰ হ'ল --সি মনতে ভাবিলে। কথাটো ভাবি সি ঈষৎ হাহি এটি কোৱাৰি দুটাত বোলাই দিলে। দিয়াচলাই কাঠি জ্বলাই ওলমি থকা খেৰত লাহেকৈ লগাই দিলে। নিয়ৰত ওপৰখন সেমেকা থকা বাবে লাহে লাহে ধোঁৱাই ধোঁৱাই জুইকুৰা জ্বলিবলৈ ধৰিলে। সি তৎক্ষণাৎ নামি আহি চিৰাং লৈ মাটিৰ ধৰিৰাঁতেই "কোন সেয়া" বুলি ছাৰ-ইকে আগচি ধৰিবলৈ চেষ্টা কৰিলে। ছাৰইকৰ পাছে পাছে যেৰাংকেই পিঠিত এটি মৃত হৰিণা লৈ আহি আছিল। সি পিঠিৰ পহুটো ঠাইতে পেলাই ছিংনতৰ পাছ ল'লে। জুই উঠি ঘৰৰ মধচ পালেগৈ। ছাৰইকে চিঞৰি অমক আৰু ঘৈণীশাৰক সাৰপাবলৈ মাতি দিলে। গাঁৱত এক হুলস্থূলৰ সৃষ্টি হ'ল। ডেকা লৰাবোৰে আহি বৰ চেষ্টাৰে জুইৰ পৰা ঘৰটো ৰক্ষা কৰিলে। বৰঘৰ চ'ৰাঘৰৰ পৰা আঁতৰি থকা বাবেহে নিশ্চিত ধ্বংসৰ পৰা ৰক্ষা পৰিল। সুস্থিৰ নিশ্বাস পেলাই বিছু যাগাই ক'লে—

এনেকি লৈহে ক্ৰমঘৰটো বাচিল।

ঈশ্বৰ আছে নহয়। এইয়া কাৰ কাম ?—জাৰত কঁপি কঁপি বৃদ্ধ লংবিৰিয়ে ক'লে।

হে প্ৰভু এনেনো ঘটিব পাৰেনে ?—বিছ'থাছাৰ ঘৈণীয়েকে ক'লে।

ঃ মানুহ নথকা চ'ৰাঘৰত ক'ৰ জুই আহিব। এইয়া নিশ্চয় মানুহৰেই কাম হ'ব।—কপালত হাত দি কাছাঙে ক'লে।

এনেতে ঘাটৰ ফালৰ পৰা কাৰোবাক চোঁচৰাই টানি অনা দেখি সকলোৱে সেইফালে ঘূৰি চালে। সেয়াচোন ফেৰাংকে। আৰু লগত কোন সেয়া? ছেং আৰু ৰ'ফংহঁত আগ বাঢ়ি গ'ল। বাইজৰ মাজত ছিংনত তেৰাঙক লৈ আহিল। দুখ-বেজাৰ, লাজ-অপমান, অনুশোচনাত ছিংনত তেৰাং অধোমুখ হৈ ৰ'ল। সকলোৱে আশ্চৰ্যভাৱে তালৈ চালে। ইকি? ছিংনতেও এনে কাম কৰিব পাৰে! ছেংহঁতে মনৰ ক্ষোভ প্ৰকাশ কৰিলে আৰু এশিকনি দিবৰ কাৰণে তাক মাৰিবলৈ উদ্যত হ'ল। তাকে দেখি ছাৰইকে ক'লে---

ঃ বোপা ফেংদুন ই যন্ত্ৰাহে। যন্ত্ৰীজন ঘৰতেই আছে। ইয়াক মাৰ-ধৰ কৰি লাভ নাই। তোমালোক অধৈৰ্য নহ'বা। ছিংনত আমাৰ গাঁৱৰেই। সি মোৰ ল'ৰাৰ সদৃশ।

ছাৰইকৰ কথা শুনি ফেৰাংকেই খণ্ডত অস্থিৰ হৈ ক'লে --

ঃ এই গাহৰিটোক গাঁৱৰ চাৰিবেৰৰ পৰা এতিয়াই আঁতৰাই দিব লাগে। আমাৰ গাঁৱৰ মান-সন্মানবোৰ ই তেনেই ধ্বংস কৰিলে।

ঃ বোপা ছিংনত, এনে শত্ৰুবোৰে [illegible] তোমাক কোনে বুদ্ধি দিলে। তোমাৰ দেউতাৰাৰ সৈতে এনে লগে হায়। [illegible] একেটা বাতিতে মদ-পানী খাই ৰংমিলিৰ [illegible] খন গঢ়িলা। দেউতাৰাই মুখখন ঘূৰালে বুলিনো তুমি এনে [illegible] কৰিব লাগেনে? ঈশ্বৰ আছে নহয় বোপা। তোমাৰ খুড়ায়েৰাৰ বিৰুদ্ধে এনে গৰ্হিত কাম কৰিব নালাগিছিল। এখোজ দুখোজ কৰিতে জখলাত উঠিব লাগে। চাববাছাৰ মান পিছতো পাবা নহয়। তুমি এনে কামত আগ বাঢ়িব নালাগিছিল। বৃদ্ধ লংবিৰিয়ে ছিংনত তেৰাঙক বুজালে।

লংবিৰিৰ কথাবোৰ শুনি অনুতাপ দগ্ধ হৈ [illegible] দুহাতেৰে মুখখন ঢাকি হুৰ হুৰাই কান্দিলে। ছাৰইকে তাৰ [illegible] চাই ক'লে---

ছিংনত তুমি এনে কাম কৰিবা বুলি ভবা নাছিলোঁ। বেছ [illegible] কৰিলা। মোৰ ঘৰখন জুইত পুৰি নিঃশেষ কৰিলা। হাবেছিক'ৰ কিদটো মোৰ চৰাঘৰতে [illegible] হৈ ওলমি আছিল। তোমাৰ হুড়ৰাই কিদ' পুৰি, কিদ'ৰ ন্যায় বিচাৰৰ ওচৰত সি মুৰ দোঁৱালে। কিন্তু তুমি ৰংমিলিৰ সন্তান হৈ ৰংমিলিৰ মৰম নুবুজিলা। নিজৰ ঘৰতে শত্ৰু পালি ঈশ্বৰৰ অভিশাপ চপাইহে ললা।

ছিংনত তেৰাঙে হুৰাওৰাওকৈ কান্দি 'খুড়া" বুলি ছাৰইকৰ ভৰিত দীঘল দি পৰিল। কান্দি কান্দি সি নিজৰ দোষ স্বীকাৰ কৰি ক'লে---

ঃ খুড়া, মোৰ ভুল হৈছে। ক্ষমতাৰ লোভে মোক অন্ধ কৰি থৈছিল। হাবেছিক'ৰ ছলাহী কথাত মই ৰংমিলিৰ বিৰুদ্ধে গৈ এই মহাপাপ কৰিলোঁ। ৰংমিলিৰ মাটি মোৰেই মাটি, খুড়া। মোক আপোনালোকৰ লগতেই মৰিবলৈ দিয়ক।

অনুতাপত দগ্ধ হৈ হুৰ হুৰাই উলাই অহা চকুপানীয়ে ছিংনত তেৰাঙৰ অন্তৰৰ মলিবোৰ ধুই নিকা কৰি পেলালে। ৰংমিলিৰ আকাশৰ ডাৱৰবোৰ শীতৰ কুঁৱলি

হ'ল আৰু নিয়ৰৰ টোপালবোৰ মুকুতালেখীয়া হৈ টোপা টোপে গছৰ পাতবোৰৰ পৰা সৰি পৰিবলৈ ধৰিলে ।

ন-সূৰুযৰ আগমনৰ প্ৰস্তুতিত ৰংমিলিৰ পূব আকাশখন ৰঙা দলিচা হেন হৈ পৰিল । ধল ফাট মেলাৰ লগে লগে ছাৰইকে মাৰি অনা হৰিণাটো সোণ বৰণীয়া হৈ ঘাঁহনিত পৰি থকা ৰাই'জ দেখা পালে ।

দুখ বেদনাৰে ভৰা কাল ৰাত্ৰিৰ শেষত ৰংমিলিয়ে পুনৰাই হাঁহিলে নতুনকৈ।

## বত্ৰিশ

ধূসৰ পাহাৰৰ বুকুৰ পৰা ঢোলৰ শব্দবোৰ ভাহি আহিল । বৰপানীৰ মৃদু তৰংগই যেন শব্দবোৰ কঢ়িয়াই আনিছে সুদূৰ ৰংমিলিলৈকো----

ক্ৰুং ক্ৰুং ক্ৰুং চ্ৰুক
ক্ৰুং ক্ৰুং ক্ৰুং চ্ৰুক
ক্ৰুৰ চ্ৰুক ক্ৰাং ক্ৰাং ক্ৰাং
চ্ৰুক ক্ৰেত চ্ৰুক ক্ৰাং ক্ৰাং ক্ৰাং ।

সেয়া উমৰাৰ চ'মাংকান উৎসৱ ।

বৈঠালাংছ'ৰ পৰা কিছু উজনিত উমৰা, আন এখনি কাৰবি গাঁও । গাঁও-খনৰ দক্ষিণ-পূব দিশ ওখ-চাপৰ পাহাৰেৰে আগুৰা ।

উত্তৰ দিশেদি বৰপানী বৈ গৈছে নিঃশব্দে ।

আজি কানপি---সমূহীয়া নাচ ।

দূৰ-দূৰণিৰ গাঁওবোৰৰ পৰা পাহাৰেদি দলে দলে মানুহ নামি আহিছে । সৌহাদ্যপূৰ্ণ ছেও বজাই উমৰাৰ সৰু গাওখনলৈ সিহঁত নামি আহিছে । ডেকা-গাভৰুৰ গাত বৈচিত্ৰ্যময় সাজ-পাৰ । গাত নানা দেহ-আভৰণ । ডেকাবোৰৰ খোপা চুলিত ৰ'জাৰু পক্ষীৰ দীঘল নেজবোৰে হালি-জালি নৃত্য কৰিবলৈ ধৰিলে । ছ'ইক৭৬ বোলোৱা গাভৰুহঁতৰ উজ্জ্বল দাঁত দুপাৰিত মিচিকিয়া হাঁহি । যৌৱন ভৰা বয়সত প্ৰিয়জনৰ লগত একেলগে নৃত্য কৰিবলৈ পোৱাটো পৰম সৌভাগ্যৰ কথা । এইয়া যে নাচি নাচি গীত গাই ভাগৰি নপৰা বয়স ! যৌৱনৰ মাদকতা চমাংকানৰ চোতালেহে আনি দিব পাৰে । মুকলি আকাশৰ তলত জীৱনৰ মুক্ত সুৰবোৰ সিহঁতে বিচাৰি পায় । গাভৰু বুকুৰ মিঠা উম ল'বলৈ, মনৰ কথা প্ৰকাশ কৰিবলৈ ডেকাবোৰৰ এয়া সোণালী সুযোগ । মনৰ আনন্দত দলবোৰে যেন পাহাৰৰ পৰা জঁপিয়াইহে আহিছে ! উমৰাৰ আশে-পাশে থকা পাহাৰকেইখন

---

৭৬ এবিধ সৰু গছ । জুইত পুৰিলে সৃষ্টি হোৱা এঠাৰে দাঁত ক'লা কৰে।

ঢোলৰ ছেওত জোকাৰ খাই উঠিল। গাঁৱৰ পৰাই দেখা গ'ল পাহাৰৰ চাৰিওকাষৰ পৰা এন্ধাৰৰ মাজেদি জোঁৰবোৰ নামি আহিব লাগিছে। নীৰৱ হৈ পৰা পাহাৰৰ বুকুত জোৰৰ গতি-সৌন্দয় একা-বেঁকা হৈ অহা দেখা গ'ল। সেইবোৰ দূৰণিবটীয়া গাঁৱৰ পৰা অহা দল।

ৰংমিলি গাঁওখনেও চমাংকানত যোগ দিলেহি।

ৰ'ফং, ছেং লাংবিৰিকহঁতে ফুলাম প'হ'বে মূৰত পাগ মাৰি ৰ'জাৰ আনি গুজি লৈছে। ফুলাম ৰিকং[৭৭], গাত চই ইবপ'[৭৮] চোলা পিন্ধি সিহঁতে পেঁপা-গগনা বজাই "ৰং কেতং" অনুষ্ঠানৰ কাৰণে অপেক্ষা কৰি ৰ'লহি।

অমফুৰ লগতে কাদমহঁতো উশাৰ চমাংকানলৈ ওলাই আহিল। বাছক-বনীয়া সাজ-পাৰ পিন্ধিছে তাহাঁতে। ডিঙিত বিচিত্ৰ ৰঙৰ মণি। কাণত ৰূপৰ তিৰ্‌বিৰাই থকা কাণফুল। হাতৰ ধুনীয়া পাববোৰত ৰূপৰ খাৰু আৰু লাহি আঙুলিবোৰত সিকি লগোৱা আঙঠি। ছিবু বোনোবা পীনিৰ ওপৰত নিতম্ব ঢকাকৈ গাত পে জাংফং বান্ধি ৰংমিলিৰ সৌন্দৰ্য বৰ্দ্ধন কৰিলেহি।

মণি-মুকুতা খচিত জাম্বিলী আথন[৭৯]টো ঢোলৰ ছেৱে ছেৱে ক্লংছাবপ'ৰ হাতত নাচিবলৈ ধৰিলে। জাম্বিলী আথনটোৱে ৰংমিলিৰ দলটোৰ গৌৰৱ বহন কৰিছে নিৰংকুশভাৱে।

হাবেছিক'ৰ গাঁও বুলি অন্যান্য দলবোৰতকৈ বি-হেনৰ গাঁওখনে আগ শাৰীত স্থান পালে। কিন্তু দলবোৰৰ মাজত তেনেই অনুজ্জ্বল হৈ পৰিল বি-হেনৰৰ জাম্বিলী আথন।

লংৰে, পুঞা লাংচিংবাৰ, উম উত, নাংছ'মেপি আদি অঞ্চলৰ পৰা অহা ছাববাছাবাৰ লংবি হাবেক বহু সমালোচনা কৰিলে।

বি-হেনৰ গাওখন এনে বিশৃঙ্খল কিয় ?

তেওঁৰ ঘৰুৱা দলটোক প্ৰথমে অভ্যথনা কৰিবলৈ দিয়াটো জানো ক্ষমতাৰ অপব্যৱহাৰ নহয় ?

দেখ দেখকৈ অশ্লীল ভঙ্গী দেখুৱাই অন্য গাঁৱৰ গাভৰু ছোৱালীবোৰক বি-হেনৰৰ ডেকাবোৰে লাজ দিয়াৰ কি যুক্তি থাকিব পাৰে ?

এনেবোৰ কাৰ্যত হাবেছিক'ৰ ওপৰত ৰাইজ ক্ষুব্ধ হৈ পৰিল।

শুক্ল পক্ষৰ পঞ্চমীৰ জোনটিয়ে বেঁকাকৈ হাঁহি আছিল। ডেকা-গাভৰুৰ নৃত্যৰ বাবে বিফল অপেক্ষাৰে জোনটি যেন গভীৰ নিৰাশাত ভাগৰি পৰিবলৈ

---

৭৭ কাৰবি পুৰুষে পিন্ধা কৌপীন;

৭৮ ক'লা ৰঙৰ এবিধ কাৰ্বি চোলা;

৭৯ চমাংকান উৎসৱত ব্যৱহাৰ হোৱা প্ৰতীক বিশেষ। কাৰবি গোষ্ঠীৰ মূল ফৈদ পাঁচোটা, সেইদৰে তেওঁলোকৰ দেশ বা লংৰিও পাঁচোটা। পাঁচটা ভীমৰাজ চৰাই সহ সজোৱা এই প্ৰতীকে এনে অৰ্থকে সূচনা কৰে।

বাৰ লংবিৰ ৰাইজ এনে নত্য চাই সন্তুষ্ট হ'ল আৰু বিশেষ সন্মানৰ বঁটা আগ বঢ়ালে। লাওৰ পাত্ৰসহ এবটা পাণ-তামোল উমৰাৰ ডেকাদলৰ ক্লেংছাৰপ'ৰ হাতত তুলি দিলেহি। সন্মানৰ মহামূল্য বটাটো হুঁকি মখেৰে ক্লেংছাৰপ'ই গ্ৰহণ কৰিলে। তাকে দেখি বি-তেনবাৰ ডেকাদলে অপমান বোধ কৰিলে আৰু লাজেত আন ফালে আঁতৰি গ'ল। হাবছিক'ই কথাটো শুনি সমূলি ভাল নাপালে। মদৰ বাতি আগত লৈ কি উপায়েৰে চমাংবাৰৰ চোৰালৰ পৰা ৰংমিলিৰ ইজ্জত পৰি-য়াব পাৰি তাৰেই কথা সি ভাবিলে।

চোং চৰবাৰৰ নত্যৰ সামৰণি পৰাত ডেকা-গাভৰুৰ নত্য আৰম্ভ হ'ল। জাম্বিলী আপোনৰ চাৰিওকাষে বৃত্তাকাৰে হৈ ইজনে-সিজনৰ ককালত ধৰি ডেকাবোৰে নত্য কৰিবলৈ ধৰিলে। ক্ৰম পাতি পাতি গাভৰুবোৰে ডেকাসকলৰ নত্য-গীত চাবলৈ ধৰিলে। চোং চেপা-পেপানাৰ সুৰ-ধ্বনিত চমাংবাৰৰ চোতালখনত এক আনন্দময় পৰিবেশৰ সৃষ্টি হ'ল। জোনাকভৰা আকাশত তৰাবোৰে সমানে চকু টিপিয়াবলৈ ধৰিলে। ৰঙা-নীলা ৰঙৰ জুইকুলা জ্বলাই আন্ধাৰত লুকাই থকা গাভৰুসকলৰ মুখবোৰ জিলিকাই লৰাবোৰে আনন্দত কিৰিলি পাৰিবলৈ ধৰিলে। উজ্জ্বলতাৰ হঠাৎ পোহৰে গাভৰু জাকক অপ্ৰস্তুত কৰি তুলিছিল। ডেকাবোৰৰ অশ্লীল গীত মাত শুনি আন্ধাৰত মুখ লুকুৱাই ছোৱালীবোৰে লাজ ঢাকিবলৈ ধৰিলে।

নত্য কৰি থকা ডেকাদলে হালি জালি গীত জুৰিলে ঃ

পেইমা ফেম
লো আলো লিলা।
হৈ লালা এ---হৈ
হৈ লাংলা এ---হৈ।

চোংৰ চেৰ চেৰ্ৰ নিমছ পেৰেং৮০ নত্যৰ গীত আৰম্ভ হ'ল। গীত-মাতেৰে ডেকাবোৰে গাভৰুসকলক নত্যত অংশ ল'বলৈ আহ্বান কৰিলে। গাভৰুজাকেও বকুত জিৰঈক লগাই নত্যৰ বাবে সাজু হ'ল। বয়সস্থা মহিলাই কিছুমানৰ গাভৰু-হঁতক নত্যৰ সাজ-পাৰ পিন্ধাই তুলিলে।

ৰংমিলিৰ অমান্যতেও তাৰ বাবে সাজি-পাৰি দিলে। আন গাভৰুৰ গাভৰুবোৰে ইতিমধ্যে ডেকাৰ বাহুত সোমাই নত্য কৰিবলৈ ধৰিলে। জিৰঈকৰ আঁচলত থকা কড়িবোৰ উলিয়াই বকুত বান্ধি সমস্বৰে নত্যৰত ডেকাবোৰলৈ লক্ষ্য কৰিলে। জোৰৰ পোহৰত চমাংবাৰৰ চোতালখন পোহৰ হৈ পৰিছিল। ধীৰ-স্থিৰভাৱে নত্য কৰি থকা ক্লেংদুন ক্লেংছাৰপ'লৈ চাই অমফুৱে গৌৰৱবোধ কৰিলে। ছেঙৰ মনত কোনো বেদনাৰ চিন নথকাটো অমফুৱে বুজ পালে। মন পেলাই দিয়া হ'লে ছেং তেৰাপ কেতিয়াও প্ৰাণ উচ্ছল কৰা নত্য কৰিব নোৱাৰে।—তাই ভাবিলে।

---

৮০ গাভৰু আদৰা নত্য।

বিয়াৰ দিনো বেছি নাই। বিয়াৰ আগতেই উমৰাত চমাংকান হ'ল---এইয়া যেন ঈশ্বৰৰ আশীষ-নিৰ্মালি। বিয়াৰ আগতে এপাক ছেঙৰ লগত নাচিব পোৱাটো পৰম সৌভাগ্যৰ কথা। ----অমফুৰ মনত আনন্দৰ সঞ্চাৰ হ'ল। কথাটো ভাবি ভাবি তাই কাজিৰ বেপীৰ ওচৰ চাপিল আৰু তাইৰ মনৰ কথা জনালেগৈ।

. নী, মই ছেঙৰ লগতহে নাচিম। মোক তাৰ ওচৰলৈকে লৈ বলক।

অমফুৰ কথা শুনি কিছু সময় কাজিৰে তাইৰ মুখৰ ফালে চাই ৰ'ল। কাজিৰৰ উদ্বিগ্ন মুখখনলৈ চাই অমফুও আচৰিত হৈ পৰিল। কাজিৰে অমফুক কাষলৈ চপাই ক'লে,

ঃ আই, এটা কথা নহয়, তুমি নাচিব নালাগে।

ঃ কিয় ?---হঠাতে অজস্ৰ প্ৰশ্নই ভুমুকি মাৰিলে।

ঃ তোমাৰ আয়েৰাই হাক দি পঠিয়াইছে।

ঃ হাক দিছে ? কিয় ??---কন্দনামুৱা হৈ প্ৰশ্ন কৰিলে।

ঃ কি হ'ল নেং ?---নৃত্যৰ সাজ খুলিবলৈ ধৰা দেখি কাদমে ক'লে।

ঃ মই নানাচো।---গহীন হৈ অমফুৱে ক'লে।

ঃ হঠাতে কি হ'লনো ? গা বেয়া নেকি ?---ওচৰ চাপি অমফুক সুধিলে।

ঃ তোমালোকেই নাচা, মই আঁতৰৰ পৰাই চাওঁ।----হালি-জালি নাচি থকা ডেকা-গাভৰুজাকলৈ চাই অমফুৱে ক'লে।

ঃ তেন্তে মহঁয়া নানাচোঁ।---কাদমে ঠেহ পাতিলে।

সখীয়েক কাদমে ঠেহ পতা দেখি অমফু কিছু চিন্তিত হ'ল। তাই সহজ হৈ সখীয়েকৰ কান্ধত হাতখন দি ক'লে

ঃ নেং কাদম, তুমি নানাচিলে আমাৰ গাঁৱৰ সন্মান আৰু গৌৰৱ ক'ত ৰ'ব ?

ঃ তেন্তে তুমি ননচাৰ কাৰণ কি ?

ঃ নী কাজিৰক সুধি লোৱা। তেওঁহে জানে।

ঃ কি কথা পীনু ?---খুড়ীয়েক কাজিৰ বেপীক কাদমে প্ৰশ্ন কৰিলে।

ঃ নেং বাছাপীয়ে হাক দি পঠিয়াইছে।---গহীন মাতেৰে কাজিৰে ক'লে।

ঃ নী বাছাপীয়ে হাক দিছে ? কিয় ?

ঃ মই নাজানো কাদম। ইয়াৰ বাহিৰে মোক একোকেই কোৱা নাই। মই বাছাপীৰ কথা অমান্য কৰিব পাৰো জানো ?

অমফুৱে একান্তভাৱে চমাংকানৰ নৃত্য ভঙ্গিমা চাই আছিল। কাজিৰৰ মুখৰ পৰা কথাষাৰ শুনি কাদমে সখীয়েকৰ বেদনা-গধুৰ মুখখনলৈ এবাৰ ঘূৰি চালে। তাই ঘটনাটোৰ তলা-নলা এ কাকে ধৰিব নোৱাৰি দূৰৰ আকাশৰ ফালে চাই পঠিয়ালে। সম্ভৱ তাই সময়ৰ জোখ লবৰ ইচ্ছাৰেই চাইছিল। পঞ্চমীৰ জোনটি আকাশৰ পৰা আঁতৰি গ'ল কেতিয়াবাই। অযুত তৰাৰ জিকমিকনি তাইৰ দুচকুত ভাহি উঠিল। কাদমৰ মন-আকাশতো তৰাবোৰৰ দৰেই নানা প্ৰশ্নৰ উঠা-নমাৰ সৃষ্টি হ'ল। তাই কথাবোৰ ভাবি চালে—

নী বাছাপীয়ে ঠিক কথাকেই ভাবিছে। বি-হেনৰাৰ মানুহে নকৰিবলগীয়া কাম একো নাই। ডেকাৰ মাজত নৃত্য কৰা দেখিলে ৰংমাম্পুৰ মানুহক কথা লগাই অমফুৰ বিয়াখন ভাঙিবলৈ মিছা অপবাদেৰে বিষাক্ত কৰিবও পাৰে। এৰা, এনিশাৰ নৃত্যৰ আনন্দৰ কাৰণে সমগ্ৰ জীৱনটোলৈ কিয় মিছাতে অপবাদ চপাই ল'ব লাগে? এনে পৰিস্থিতিত ময়ো নৃত্যৰ বাবে প্ৰলোভন নেদেখুওৱাটোৱেই ভাল।—তাই অমফুৰ ওচৰলৈ গৈ মৰম আৰু আবেগত সাবটি ধৰি ক'লে

ঃ নেং, তুমি নাচিব নালাগে। তোমাৰ হৈ ময়েই নাচিম।

এই বুলি কৈ তাই ক্লেংদুন আৰু ক্লেংছাৰপ'ৰ দুবাহুৰ মাজত সোমাই নৃত্য কৰিলেগৈ। নিৰলে থিয় দি অমফুৱে নৃত্যৰত সখীয়েকলৈ চালে।

কি অপূৰ্ব ৰূপ কাদমৰ! ডিঙিৰ মণিত লাগি থকা সিকিবোৰ জোনৰ পোহৰত জিলিকিব লাগিছে। কাণৰ ন'থেংপিযোৰেও নৃত্য-ভঙ্গিমাত দুলিব লাগিছে। তাইৰ ক'লা পৌনিত নিশাৰ এন্ধাৰহে যেন থুপ খাইছেহি।---সখীয়েকলৈ লক্ষ্য কৰি অমফুৱে মনতে ভাবিলে।

নৃত্য-গীতৰ মধুৰ মূৰ্চ্ছনাই চমাংকানৰ চোতালত সপোন নমালে। কাদমহঁতৰ সহযোগিতাই ৰংমিলিৰ সৌষ্ঠৱ বঢ়াই তুলিলে। ৰংমিলিৰ প্ৰতি তাচ্ছিল্য ভাব প্ৰদৰ্শন কৰি বি-হেনৰাৰ ডেকাবোৰে গীত গাইছিল। গীতৰ প্ৰত্যুত্তৰ ছেং তেৰণে গীতেৰেই দিলে

ৰংমিলি আহামফাং তাংতে
থাৰে আংতাকছ' আংছে।
আংতাকছ'কে পু নাংনে
থাৰে কাংতাংৰাক ছাই'ছ।
অ'—লাংছাম অ'—হৈ
অ'—লাংছাম অ'—হৈ

ৰংমিলিৰ ডেকাবোৰক চেঙেলীয়া বুলি নকবা। আমাৰ গাতো যৌৱনৰ শক্তি আছে।

ছেং তেৰণৰ উত্তৰ কাটিব নোৱাৰি বি-হেনৰাৰ ডেকাজাকে গাভৰুজাকক ইংগিত কৰিলে। তাকে শুনি লাংবিৰিকে গালে,

ৰংমিলি আহামফাং তাংতে।
ছামী আংতাকছ' আংছে।
আংতাকছ' কে পু নাংনে
ছামী মানাই প্লেং ছাইছে।
অ'—লাংছাম অ'—হৈ
অ'—লাংছাম অ'—হৈ।

এৰাটো, ৰংমিলিৰ গাভৰুজাক পূৰ্ণিমাৰ জোনৰ দৰেই ৰূপৱতী, পূৰ্ণ যৌৱনা। চুৱা চাই সোপা দি বি-হেনৰা দলৰ মুখ বন্ধ কৰিলে---লাংবিৰিকৰ গীতৰ বাণনাই। সিহঁতে হতবাক হৈ জুমি চালে নৃত্য কৰি থকা কাদমহঁতলৈ।

চমাংকানৰ চোতালখন এইদৰেই নৃত্য-গীতেৰে উতলা হ'ল। অমফুক থিয় দি থকা দেখি ছেং তেৰণে কাদমক সুধিলে,

ঃ অমফুৱে নাচত যোগ নিদিলে কিয় ?

ঃ নী বাছাপীয়ে হাক দি পঠিয়াইছে।---ইকাষে ৰ'ফঙৰ বাহুৰ ঘঁহনি খাই লাজত ওঁঠ কামুৰি কামুৰি তাই উত্তৰ দিলে।

ঃ বাছাপীয়ে ? কিয় ??---কাদমলৈ চাই তেৰণে সুধিলে।

ঃ নেজানো। কথা বহুত হেনো।---ৰ'ফঙে তাইক গাৰ কাষলৈ টানি নিয়াত তাইৰ মাতত কঁপনি উঠিল।

ছেং তেৰণে বেছি প্ৰশ্ন নকৰি নিয়ম-শৃঙ্খলা মানি নৃত্য কৰি গৈ থাকিল। তাৰ মনত সন্দেহৰ কুঁৱলিয়ে আৱৰি ধৰিলেহি। মনৰ কুঁৱলি ফালি অমফুৱে নৃত্যত যোগ নিদিয়াৰ কাৰণ সি বিচাৰি নাপালে। উদাসভাৱেৰে সি নৃত্য কৰি গ'ল। লাহে লাহে তাৰ মনৰ উৎসাহবোৰ শিথিল হৈ আহিল।

কাদমৰ কোমল দেহত ঘঁহনি খাই ৰ'ফঙৰ উত্তেজনা বাঢ়ি গৈছিল। গাভৰু দেহৰ জীয়া উম পালে সি পাগলৰ দৰে হৈ উঠে। তেতিয়া সি হৈ পৰে জিৰ-ছঙৰ ক্লেংছাৰপ'। নৃত্যৰত অৱস্থাত ৰ'ফঙৰ হাতখন কাদমৰ কঁকাল পাল্লেগৈ। পোহৰৰ আগে আগে কানপি নৃত্য সামৰিব লাগে। আকাশৰ বুকুত তৰাবোৰো এটি দুটিকৈ হেৰাই যাবলৈ ধৰিছে। সামৰণি মৰাৰ আগতে নৃত্য-গীত উত্তেজনা-পূৰ্ণ হৈ উঠিব ধৰিলে। এনে মুহূৰ্তত ৰ'ফঙৰ অদমনীয় উত্তেজনাই মূৰ দাঙি উঠিল। আন্ধাৰৰ সুযোগ লৈ কাদমৰ উঠি অহা বুকুত তাৰ মুখখন হেঁচি দিলে। অস্ফুট মাতেৰে কাদমে তাক বাধা দিলে। তাইৰ লাজখিনি আন্ধাৰে ঢাকি ধৰিলে। যৌৱনৰ জোৱাৰে তাইৰ দেহাতো এক অবুজ আনন্দৰ শিহৰণ তুলিলে। কঁকালৰ পৰা তাইৰ বুকুলৈ ৰ'ফঙৰ হাতখন ক্ৰমে বগাই অহা তাই গম পালে। উত্তে-জনাত তাই অস্থিৰ হৈ পৰিব ধৰিলে। ছেং তেৰণৰ শিথিলতাৰ সুযোগ লৈ ৰ'ফঙে খুব জোৰেৰে তাইক টানি আনিবলৈ ধৰোঁতেই চমাংকান নৃত্যৰ সামৰণি পৰিল। কুঁৱলিয়ে আৱৰি ধৰা উমৰাৰ আকাশত সূৰ্যৰ কোমল পোহৰ ছিটিকি পৰিল।

সহযোগী দলবোৰক চাহ-জলপান দি চমাংকানৰ ঘৰে ৰাতিপুৱাৰ অভ্যৰ্থনা জনালে। উৎসৱ-ঘৰৰ পৰা ওচ্ছেপীৰ কৰুণ গীতবোৰ ভাহি উঠিল।

এইয়া যে চমাংকান।

ই যে অকল ডেকা-গাভৰুৰ যৌৱনৰ উতলা নৃত্যই নহয়! হাঁহি আৰু বেদনাৰ সংমিশ্ৰণত ফুলি উঠা ইয়ো এপাহ কপৌ ফুল হ।

স্বৰ্গগত আত্মাৰ চিৰ মুক্তিৰ মূলমন্ত্ৰ হ'ল চমাংকান। ব্যক্তি জীৱনৰ ঘটনাবোৰ সুঁৱৰি গোৱা গীতবোৰ সেয়েহে ইমান কৰুণ আৰু মৰ্মস্পৰ্শী। ওচ্ছে-পীৰ গীতৰ সুৰ আৰু অৰ্থ-ব্যঞ্জনাই চমাংকানৰ চোতালত অশ্ৰু বোৱাই দিব পৰাৰ অৰ্থ তেন্তে সেইখিনিতেই!

হাঁহি আৰু চকুপানী---মানৱ জীৱনৰ চিৰ সত্য ৰূপ। চমাংকানো মানৱ জীৱনৰ এখনি জীয়া ছবিহে!

সেই বাবেই কাৰবি জীৱনত চমাংকানে অপৰিহাৰ্য ৰূপত ধৰা দিছে।

পুৱাৰ সূৰুযটো লাহে লাহে পাহাৰৰ ওপৰ পালেহি। চিক্‌মিকাই থকা জাম্বিলীৰ কাষত ঢোল-বাদন প্ৰতিযোগিতা আৰম্ভ হ'ল। যোৰে যোৰে শাৰী পাতি ঢুলীয়াবোৰে প্ৰতিযোগিতাৰ চোতালত নামি পৰিল। ৰংমিলিৰ দুহুইদিয়ে ঢোল যোৰাত হাত ফুৰাই চালে। ঠিকেই আছে—সি মনত ভাবিলে।

উমৰ্কাৰ পৃথিৱীত পোঙ্কৰ যোৰা ঢোল একেলগে বাজি উঠিল। নীৰৱ হৈ থকা আকাশখন হঠাৎ যেন পুনৰ কঁপি উঠিল। উমৰ্কাৰ দুহুইদিয়ে শ্ৰেষ্ঠ ঢোল বাদনৰ নিৰ্বাচনত ৰত হ'ল। সি ঘনে প্ৰতি কাণ পাতিলে ৰংমিলিৰ ঢোলযোৰলৈ। ৰংমিলিৰ ঢোলযোৰে যেন বাকী চৈধ্যটা দলৰ ঢোলৰ মাত'বাৰ টানি আনিলে! অন্য দলৰ ঢোলৰ লয়বোৰ ক্ৰমে ক্ৰমে নিস্তেজ হৈ পৰিল। ৰংমিলিৰ ওপৰত গুৰুত্ব দিয়া দেখি বি-হেনৰ্কাৰ ঢুলীয়া দুজনে দুহুইদিৰ প্ৰতি ক্ষোভ প্ৰকাশ কৰিব ধৰিলে। সিহঁতৰ মন বিক্ষিপ্ত হৈ পৰাত ঢোলৰ ছেও ব্যাহত হ'ল। তাকে দেখি অন্যান্য ঢুলীয়াবোৰে মুখ টিপি হাঁহিবলৈ ধৰিলে। ফলত বি-হেনৰ্কাৰ ঢোলৰ মানদণ্ড আৰু তললৈ নামি গ'ল। ৰংমিলিৰ ঢোলকেই শ্ৰেষ্ঠ ঢোল বুলি বাৰ লংৰিৰ আগত দুহুইদিয়ে ঘোষণা কৰিলে। চমাংকান ঘৰৰ চ'ৰাত বহি থকা দলবোৰৰ ছাৰবাছা সমন্বিতে হাবেছিক'ই কথাটোলৈ পুনৰ আলোচনাত বহিল।

ঃ ঢোল-বাদনৰ শ্ৰেষ্ঠ বঁটা ৰংমিলিক দিয়াটো যুক্তিসঙ্গত বুলি আমি ভাবোঁ। —লংৰিৰ ছাৰবাছাই ক'লে। কথাটো শুনি হাবেছিক' খণ্ডত জিকাৰ খাই উঠিল। মদৰ নিচাত অস্থিৰ হৈ সি ক'লে

ঃ এইটো হ'বই নোৱাৰে। হাৰ্বেছিক'ৰ ঢোল কি ঢোল নহয়? লংৰিৰ বিচাৰপতিৰ ঢোলতকৈ ছ'লাংদৰ ঢোল কেতিয়াও শ্ৰেষ্ঠ হ'ব নোবাৰে।

ঃ ঢোলে কিন্তু সেইটোকেহে কৈছে। বটা দিয়ে বা নিদিয়ে, সেয়া আপোনাৰ কথা।—বিৰক্ত হৈ উমৰ্কাৰ দুহুইদিয়ে ক'লে।

ঃ তুমি উপদেশ দিব'লৈ কোন? এইটো মোৰ লংৰি। ইয়াৰ বিচাৰপতি মই। মোৰ লংৰিত এনে হ'বলৈ নিদিওঁ। লংৰি হাবেৰ দল থাকোঁতে ছ'লাংদ'৮১ৰ দলে শ্ৰেষ্ঠ বঁটা পোৱাটো অযুক্তিকৰ কথা। ৰংমিলিৰ ছাৰবাছা কোনজন? ছাৰবাছা নোহোৱা গাঁওখনক চমাংকানৰ চাৰিবেৰৰ ভিতৰত সোমাবলৈ দিয়াটোৱেই দোষণীয় কাৰ্য হৈছে। মই সেই দোষক ক্ষমা কৰিলোঁ। এতিয়া শ্ৰেষ্ঠ বঁটা সেইখন গাঁৱক দিবলৈ মই মান্তি হ'ব নোৱাৰোঁ।

হাবেছিক'ৰ তৰাং যুক্তিবোৰ শুনি চ'ৰাঘৰ নীৰৱ হৈ গ'ল। চমাংকানৰ চোতালখনো প্ৰাণহীন হৈ পৰিল। পাহাৰৰ কঠিন শিলত ঠেকা খাই পেঁপা-গগনাৰ সুৰবোৰ যেন নিষ্পেষিত হৈ গ'ল। গোঁফ দুকোছা পকাই পকাই হাবেছিক'ই ক'লে,

ঃ অঁ এটা উপায় হ'ব পাৰে।

---

৮১ জনসাধাৰণ; হাবে-পিনপ'ৰ অধীনত থকা সাধাৰণ ৰাইজ।

তলমূৰ কৰি বহি থকা চ'ৰাঘৰৰ মানুহকেইজন হাবেছিক'ৰ কথাত জিকাৰ খাই উঠিল। সকলোৰে চকুত এটা প্ৰশ্নই দেখা দিলে—কি উপায়?

চ'ৰাঘৰৰ সিটো মূৰত ছাৰইকে বিক্ষুব্ধ মনৰে বহি আছিল। তাৰফালে চাই ঈষৎ হাঁহি মাৰি হাবেছিক'ই ক'লে,

ঃ ছাৰইকে যদি দুচাল গা-ধন দি মোৰ ভৰিত মূৰ দোৱাইহি, তেন্তে এই শ্ৰেষ্ঠ সন্মান দিব পাৰোঁ।

হাবেছিক'ৰ কথা শুনি ছাৰইক তেৰাং উচপ খাই উঠিল। চ'ৰাত গোটে খোৱা ৰাইজেও আশ্চৰ্যভাৱে লংৰি হাবেৰ মুখলৈ চালে। সকলোৰে মনত উদ্বিগ্নতাৰ প্ৰশ্নই জুমুৰি দি ধৰিলে—

ই কেনে প্ৰস্তাৱ?

লংৰি হাবে পাগল হোৱা নাইতো?

এয়া মাতাল হৈ কোৱা কথা নে লংৰি হাবেৰ ক্ষমতাৰ অপব্যৱহাৰ?

ছাৰইক তেৰাঙে পাৰ্যমানে মনৰ সংযম ৰক্ষা কৰি আছিল। কিন্তু এয়া ছাৰইকৰ ব্যক্তি স্বাৰ্তন্ত্ৰৰ ওপৰত যেন কুঠাৰাঘাতহে পৰিল। ছ'লাংদ'ৰ শক্তিক গচকি গুৰি কৰাৰ বাবে এয়া স্বেচ্ছাচাৰী হাবেছিক'ৰ বিকৃত প্ৰচেষ্টা। ইয়াৰ প্ৰতি প্ৰত্যাহবান আজি চমাংকানৰ চোতালতে ৰাজহুৱাভাৱে জনোৱাটো উচিত কৰ্তব্য বুলি ছাৰইকে ভাবিলে। সি অলপো বিচলিত নহৈ ক'লে,

ঃ লংৰি হাবেৰ কথা শুনি আমি সুখ পাইছোঁ। লংৰিৰ বিচাৰপতিৰ বিচাৰ এনে হোৱাই উচিত। ছাৰবাছাৰ পদটো ছ'লাংদ'ৰ হাতৰ পৰা বলেৰে কাঢ়ি নিয়া কিদ'ডোখৰ হাবেছিক'ই নিজেই জুইত পুৰি ছাই কৰিলে। তাৰ বিচাৰ মই কৰা নাই, অগ্নিয়েহে তাৰ ন্যায় বিচাৰ কৰিলে। মই সন্মানৰ বাঁটা বিচাৰি অহা নাই। ছ'লাংদ'ৰ মৰম পাইহে আহিছোঁ। আমি জানো ছ'লাংদ'তকৈ লংৰি হাবে শ্ৰেষ্ঠ হ'ব নোৱাৰে। ছ'লাংদ'ৰ ঘোষণাই মোৰ কাৰণে শ্ৰেষ্ঠ বাঁটা। এনে বটাৰ মূল্য ক্ষমতাৰ দগা-পাল্লাৰে জুখিব নোৱাৰি। এতিয়া চমাংকানৰ চোতাল আমি এৰিলোঁ। ছ'লাংদ'ৰ জয় হওক।

নিজৰ দল লৈ ছাৰইক তেৰাঙে চমাংকান ত্যাগ কৰিলে। উৎসৱমুখৰ চমাংকান হঠাৎ সেমেকি গ'ল। পুৱাৰ কুঁৱলিখিনিও ধূসৰ হৈ উঠিল। পাহাৰৰ শিলবোৰো উত্তপ্ত হৈ আহিল। উমৰুৰ প্ৰকৃতি যেন ক্ৰুদ্ধ হৈ গ'ল। এটা উশাহতে বাতিৰ মদখিনি খাই হাবেছিক'ই বিকট হাঁহি মাৰি ক'লে

ঃ হাবেছিক'ৰ লগত ফেৰ পাতিবলৈ আহ! এটা বাটলু গুটিতেই সুৰ সুৰ কৰি পলালি টুনিৰ জাক।

## তেত্ৰিশ

কালিলৈ থিমিত, উমবাছুৰ হাটবৰীয়া দিন।

সৰু এখনি খাছীয়া গাঁও—উম্‌বাছু।

ৰংখাঙৰ দক্ষিণাঞ্চলৰ এক প্ৰধান বেপেৰুৱা স্থান এই উমবাছু।

বাৰবি আৰু খাছীয়াসকলৰ এক উমৈহতীয়া হাট এইখন। অন্য অথত উমবাছু হ'ল দুয়োটা জনগোষ্ঠীৰ এক সাংস্কৃতিক মিলন-ভূমি।

সূৰ্য উদ্ভাসিত হোৱাৰ লগে লগে উমলাৰঙৰ হাবেক লগত লৈ হাবেপিৰ হাবেজনে দুৰ্গম পাহাৰীয়া বাটেৰে সুদূৰ ৰংহাংৰংবং ৰাজধানীলৈ যাত্ৰা কৰিলে। দুয়োজনৰেই বয়স আহে বুলি বছৰ গৰকি গৈছে। হাবে দুজনৰ হাতত ৰাইডাঙৰ লাখুটি।

লাখুটিত ভৰ দি দি উমতিলিৰ সুউচ্চ পাহাৰখন বগাই যাবলৈ ধৰিলে। তেওঁলোকৰ লগত অহা বুৰতিমেন ফেৰাংবে আদিয়ে পিঠিত সাজ-বস্তুৰ বোজা লৈ ধীৰ খোজত হাবে দুজনক অনসৰণ কৰিল।

পাহাৰীয়া সৰু বাটটো নিয়ৰত সেমেকি পিছল হৈ আছিল। হঠাতে হাবেপিৰ হাবেজনৰ সো ভাৰখন পিছল খাই গ'ল। কাষৰ সৰু গছ এজোপাৰ সৰু ডাল এটাত ধৰিহে কথমপি ৰক্ষা পৰিল। পাছে পাছে আহি থকা হাবেজনে মাত লগালে,

ঃ বাটটো বৰ পিছল হৈ পৰিছেহে। বেলিৰ পোহৰ নপৰা ঠাইত নিয়ৰ পলমকৈ শুকায়। ভালদৰে খোজ দিব। বৰ খিয় পাহাৰ।

ঃ এৰাহে, কথমপি পৰাৰ পৰা বাচিলোঁ দিয়া।---দীঘ নিশ্বাস এৰি হাবেজনে ক'লে।

ঃ কিদ' যে পিনপসকল ঘৰি যোৱা দুসণ্তাহমানেই হ'লনে বাৰু?

ঃ অ'। সিটো জোন মৰাৰ আগতেই নহয় জানো?

ঃ হয়, হয়।---উমলাৰঙৰ হাবেজনে সমথন কৰিলে।

ঃ এই বয়সত পাহাৰ বগোৱাটো কণ্টকৰ; কিন্তু কি কৰিবা ৰূল'ংকতেৰ পূজালৈ নগ'লেও আমাক পিনপ'সকলে দোষিব।

ঃ এৰা।

ঃ মিছা মাছ আৰু কাউৰী-কেৰেলা আনিছানে?

ঃ অঁ, যিমান পাৰোঁ যোগাৰ কৰি আনিছোঁ।

ঃ ভালেই কৰিছা দিয়া। আমাৰ লংৰিৰ জান-জুৰিবোৰত মিছা মাছো পাবলৈ টান হ'ল। কাউৰী-কেৰেলাও হাবিবোৰত নোহোৱাই হ'ল। বিচাৰি বিচাৰি কোনোমতে এচুঙাহে পালোঁ।

ঃ দেৱতাৰ নামত সেয়েই যথেষ্ট। দেৱতাৰ কাম সমাধা হ'লেই আমাৰো মুক্তি।

ঃ এৰা, মদ-পানী এশ বটলৰ জোখাৰে আনিছানে?---সন্মুখৰ ডাঙৰ শিলডোখৰত বাওঁহাতেৰে ভেঁজা দি হাবেপিৰ হাবেজনে সুধিলে।

ঃ হয়। ডাঙৰ কলহেৰে একলহ ভৰাই আনিছোঁ। হ'বগৈ লাগেচোন। কুকুৰা তিনিটাহে কাৰবি বেচ'ৰ পছন্দ হ'ব নে নহয়।

ঃ হ'ব দিয়া। আজিকালি কুকুৰা পাবানো কেইটা। ঠেং দুটা হালধীয়া ৰঙৰ নহ'লেই হ'ল। আমাৰ ৰাইজৰো অৱস্থা আগৰদৰে নহয়, বুজিছানে?

হাবেপিৰ হাবেজনৰ কথা শুনি উমলাৰঙৰ হাবেজানৰ বি-হেনৰুৰ হাবেৰ কথালৈ মনত পৰিল। ৰজাই নপতাকৈ নিজকে হাবেছিক' বুলি জাহিৰ কৰা ছিকাৰী তেৰণৰ বিষয়ে হাবে শ্ৰেষ্ঠৰ মতামত জানিবলৈ মন গ'ল তাৰ। সি তললৈ জুমি চালে---ফেৰাংকেইহঁত ধীৰে ধীৰে উঠি আহিছে। জোকাৰণি খাই খাওত ভৰাই অনা কুকুৰাকেইটাই ভয়াৰ্ত মাতেৰে চিঞৰি আহিছে।

সি হাবেজনৰ কাষ চাপি ক'লে,

ঃ এৰা, ৰাইজ দিনে দিনে জুৰুণা পৰি আহিবলৈ ধৰিছে। বি-হনৰুৰ হাবেজনেও সুবিধা পাই শোষণ-কাযত নামি পৰিছে। আমাৰ লংৰি বিদেশীৰে দিনক দিনে ভৰি পৰিব ধৰিছে তাৰ কাৰণেই।

ঃ অ'। ছিকাৰী হাবেৰ কথাবোৰ শুনিছোঁ। উমৰুৰ চমাংকানত সি হেনো ছ'লাংদ'ক অন্যায় ব্যৱহাৰ কৰিছিল। ৰজাৰ পৰামৰ্শ লৈ হাবেৰ গাদীৰ পৰা তাক আঁতৰাবহে লাগে। আজি দুই-তিনি বছৰেই হ'ল, ৰ ল' কেতেৰলৈ এপইচাও বৰঙণি দিয়াহি নাই। এই বছৰৰ কাৰণে সি বিৰা তোমাক দিছিনে?

ঃ নাই দিয়া। ৰাইজৰ পৰা হেনো পূজাৰ কাৰণে প্ৰতি বছৰে ধন সংগ্ৰহ কৰি আছে।

ঃ এইটো দেখ দেখকৈ অন্যায় হৈছে। লংৰি ভাল কৰক ছাৰি সি আমাৰ সমানকো লাঘবহে কৰিছে। কথাটো ৰজাৰ কাণ ছুৱাবগৈ লাগিব।

হাবেপিৰ হাবেজনৰ মন্তব্য শুনি সি সুস্থিৰ নিশ্বাস ত্যাগ কৰিলে। ধীৰে ধীৰে পাহাৰৰ ওখ চূড়াত দুয়ো উঠিলগৈ। সমান ঠাই এডোখৰত দুয়ো এখন্তেক জিৰণি ল'লে। সাজ-বস্তু লৈ অহা ফেৰাংকেইহঁত আহি পোৱাহি নাই দেখি উম-লাৰঙৰ হাবেজনে তললৈ জুমি চালেগৈ। সিহঁত আহি থকা দেখি সিও আহি পুনৰ হাবেপিৰ হাবেৰ কাষত বহিলহি। হাবেপিৰ হাবেজন বেছ ক্লান্ত হৈ পৰিছে---সি অনুমান কৰিলে।

গছ-গছনি নথকা পাহাৰখনত বহাৰ পৰাই তাৰ চাৰিও কাষ ভালদৰে দেখি। উমলাৰঙৰ হাবেজনে চাই পঠিয়ালে দূৰৰ পাহাৰবোৰলৈ। ওখ চাপৰ পাহাৰ-বোৰ সূৰুযৰ পোহৰত উজলি উঠিছিল। দক্ষিণৰ ছ'ঙ্ছেং পাহাৰখন কজলা বৰণ সানি যেন নিশ্চুপ হৈ পৰি আছে। সেয়া যেন কাৰবিৰ ঐতিহ্য বহন কৰাৰ পৰা বিচ্যুত হৈ প্ৰাচীন ৰাজধানীৰ পাহাৰখনে বেদনাৰে ভাৰাক্ৰান্ত হৈ নীৰৱে চাই আছে পূবৰ ৰংহাংৰংবং নগৰখনলৈ।

একেৰাহে চাই থকা দেখি হাবেপিৰ হাবেজনে উমলাৰঙৰ হাবেক সুধিলে,

ঃ কিনো চাই আছা?

ঃ সৌখন পাহাৰ ছ'ঙ্ছেং নহয় জানো?

ঃ অ'তোন। ৰাজধানীখন তাত থকা হ'লে আমাৰ আধ্যাই পৰিলহেঁতেন। চাওঁ, বিড়ি এডাল দিয়াচোন।

জোলোঙাৰ পৰা বিড়ি উলিয়াই দুয়ো জ্বলাই ল'লে। ইতিমধ্যে বুৰ তিমেন ফেৰাংকে আদিও আহি পালেহি। পিঠিৰ বোজাবোৰ লাহেকৈ মাটিত নমাই থ'লে সিহঁতে। সিহঁতক বিড়ি একোডালকৈ দি উম লাৰঙৰ হাবেজনে ৰগৰ তোলাৰ উদ্দেশ্যে ক'লে,

ঃ আমাৰ ফেৰাংকেই বোলে হনিমনৰ (হনুমান) নিচিনা জঁপিয়াই পাহাৰ পাৰ হ'ব পাৰে। উম তিলিৰ পাহাৰখন বগাওতেই দেখোন এতিয়া কঁকাল পোনা-বকে নোৱৰা হ'ল।

হাবেৰ কথা শুনি আটাইবোৰেই হো-হোকৈ হাঁহিলে।

ঃ মোৰ কথা এৰক। হাবেপিৰ ফেৰাংকেৰ অৱস্থালৈ নাচায় কিয়? ---উমলাৰঙৰ ফেৰাংকেই ক'লে।

ঃ কি হ'ল?---হাবে দুজনে আচৰিতভাৱে প্ৰশ্ন কৰিলে।

ঃ শিল টান নে তাৰ ভৰি টান তাৰে প্ৰমাণ চাবলৈ গৈ সি নিজৰ ভৰিখন-কেহে ঘুণীয়া কৰিলে।

ঃ ইচ ইচ। এইয়া উম তিলিৰ পাহাৰ বুলি আমাৰ ফেৰাংকেই পাহৰি গৈছিল হবলা---হাবেপিৰ হাবেজনে হাঁহি হাঁহি ক'লে।

তাৰ কথা শুনি আকৌ হাঁহিৰ খলকনি উঠিল। হাবেপিৰ হাবেজনে কিছু গহীন হৈ ক'লে---

ঃ উঠাহঁক। সৌ পাহাৰখন পাৰ হ'লেই আম লং নৈ পামগৈ। এতিয়া ভৰিখনত কাপোৰ বান্ধি লোৱা।

বহাৰ পৰা উঠি হাবেপিৰ হাবেজনে মূৰৰ ওপৰৰ সূৰুযটোলৈ চাই সময়ৰ হিচাপ ল'লে আৰু ধীৰ খোজত এচলীয়া বাটেৰে দুয়ো নামি গ'ল।

দলটি আম লং নৈৰ পশ্চিম পাৰত আহি জিৰণি ল'লেহি। হাবে দুজনে নৈৰ চেঁচা পানীত স্নান-কায সমাপণ কৰি জিৰই অঞ্চলৰ দেৱতালৈ মদ তপণ কৰিলে। দেৱতাৰ কায শেষ কৰি নৈখন পাৰ হ'ল আৰু ৰাজধানীৰ পৱিত্ৰ মাটিত খোজ পেলালে। হাবেপিৰ হাবেজনে পশ্চিমৰ আকাশখনলৈ চাই ক'লে---

ঃ বেলি এডাঁৰমান আছে যেতিয়া সন্ধিয়াৰ আগে আগেই ৰাজধানী পাবগৈ পাৰিমহঁক।

ঃ অহাকালি থিমিত হয় নে বাৰু?---উম লাৰঙৰ হাবেজনে সুধিলে।

ঃ হ'ব লাগে। যোৱা পৰহি খাছীয়া বেপাৰীজনে কোৱা মতে থিমিতৰ দিন অহা কালিলৈ। আমাৰ ৰ'থাত লাংছ'ৰ হাটবাৰৰ লগত উম বাছুৰ হাটবাৰৰ দিন নিমিলে। প্ৰতি সপ্তাহেই ইয়াৰ দিন সলনি হৈ থাকে।

ঃ এৰা সেই বাবেই মোৰ গণনাত আউল লাগি থাকে।---উম লাৰঙৰ হাবেজনে মন্তব্য কৰি ক'লে।

এইদৰেই নানান কথা পাতি পাতি জিৰই অঞ্চলৰ প্ৰতিনিধি হাবে দুজনে ৰাজধানীৰ নিজ অঞ্চলৰ পিনপ'ৰ ঘৰত নিশাটোৰ বাবে জিৰণি ল'লেগৈ।

ৰংহাংৰংবেঙৰ পৃথিৱীত সন্ধিয়াৰ স্বপ্নিল আমেজ লাহে লাহে নামি আহিল। আৰু গভীৰ প্ৰশান্তিত কাৰবি ৰাজধানী শুই পৰিল।

যোৱা ৰাতি থিমিতৰ দিনাখনেই ৰ’ল’ কেতেৰ পূজাৰ ছে-ছাদী অৰ্থাৎ উৰুকাৰ বোধন-কাৰ্য ৰজাৰ চ’ৰাত উদযাপিত হৈছিল আৰু ৰজাৰ ফেৰাংকেই ৰংফাৰ ছিনতৰ ঘৰৰ কাষৰ তেৰাং গছৰ গুৰিত থিয় দি ৰাজ-নিদেশ এই বুলি ঘোষণা কৰা হাবেসকলেও শুনিছিল।

‘ ৰাজধানীৰ সমূহ আই মাতৃসকল, অহা কালি ৰাজ পুৰোহিতজনে পৱিত্ৰ জলস্নান কৰিব। স্নানৰ আগ মুহূৰ্তত যাতে কোনোৱে ভুলতো ৰাজঘাটৰ পানী স্পৰ্শ নকৰেগৈ। এইয়া আমাৰ মহান ৰজা লিন্দকপ’ৰ নিৰ্দেশ-বাণী।

আজি খিৰলা---কাৰবি ৰজাৰ ৰাজধানী ৰংহাংৰংবঙৰ ছাটবৰীয়া দিন। ফাগুনৰ আজি শুক্লাষ্টমী। অতি শুভদিন। এনে দিনতেই কাৰবি ৰজা ৰংহা-লিন্দকপ’ই প্ৰতি বছৰে ৰ’ল’ কেতেৰ অথাৎ ৰাজকীয় বংকেৰ পূজা কৰি আহিছে। এই পূজাৰ মূল তাৎপয হ’ল---সমগ্ৰ লংৰিৰ মংগল কামনা কৰা।

ৰাজধানীৰ পূব আকাশখন উদীয়মান সূৰুযৰ উজ্জ্বল আভাৰ উদ্ভাসিত হৈ উঠিল। ৰাজ-পুৰোহিত কাথাৰ বৰাই চিলচিলকৈ বৈ থকা পৱিত্ৰ উমৰাছিৰ পানীত স্নান কৰিবলৈ নামি গল। উমৰাছিৰ পূত সলিলত স্নান কৰোতে কাথাৰ বুৰাই মনত পেলালে---ঐতিহ্যমণ্ডিত এই উমৰাছিৰ কথা। তাৰ মনত ভাহি উঠিল---সোঁপাৰৰ শিলচটাত পৰি থকা হাঈমুৰ পদ-চিহ্ন এই পৱিত্ৰ জুৰিৰ পানীয়ে আজিকোপতি পখালি থকাৰ দৃশ্য। আৰু সি মনত পেলালে মানৱী হাঈমুই বৰষাদেৱীলৈ ৰূপান্তৰিত হোৱা সেই অমৰ কাহিনীটোলৈ। স্নাতৰত অৱ-স্থাতেই সি ভাবিলে---সেই মহান দেৱীৰেই বোধন-কাৰ্য আজি অনুষ্ঠিত হ’ব মোৰ হাতেৰেই। মোৰ মুখেৰে উচ্চাৰিত মন্ত্ৰশক্তি আৰু গীতৰ মূৰ্ছনাই কাৰ্বি লংৰিৰ বকুলৈ বৰষাদেৱীৰ অমৃতস্পৰ্শী শীতল বিন্দুক নমাই আনিব। মনেৰেই সি প্ৰাথনা জনালে---হে পূত সলিলা উমৰাছি! কাৰবি লংৰিত তুমি চিৰ মহীয়ান হৈ থাকা।

প্ৰাথনাৰ লগে লগেই উদিত সূৰুযটোৰ দৰেই কাথাৰ বুৰাৰ মুখমণ্ডলো প্ৰফুল্লিত হৈ উঠিল। স্নানকাৰ্য সমাপণ কৰি কাথাৰ বুৰা ধীৰে ধীৰে উঠি আহিল আৰু ৰজাৰ চ’ৰাত প্ৰৱেশ কৰিলেহি। দুকোছা ডাঠ গোঁফেৰে উজ্জ্বল মুখৰ কাথাৰ বুৰা ৰজাৰ সোঁকাষত বহিলহি। ৰাজমন্ত্ৰী দিলিয়ে ৰজাৰ বাওঁকাষত আসন ল’লেহি। ৰাজ-চ’ৰাত শাৰী শাৰীকৈ বহি থকা অন্যান্য হাবে পিনপ’সকলৰ বগা পাগুৰিৰ মাজত কাথাৰ বুৰাৰ ফুলাম ৰঙচুৰা পাগুৰিয়ে সকলোৰে দৃষ্টি আকষণ কৰিলে।

পূতমন্ত্ৰ উচ্চাৰণ কৰি কাথাৰ বুৰাই দিনটোৰ শুভকাৰ্যৰ উদ্যাপন আৰম্ভ কৰিলে। ৰজা লিন্দকপ’, দিলি, বৰছিনত, বৰমিজি, পিনপ’ আৰু হাবে---এই সকলৰে সৈতে কাথাৰ বুৰাই সহকাৰী ৰাজপুৰোহিত কাথাৰবিছ’ক লগত লৈ পূজাস্থলীলৈ যাত্ৰা কৰিলে। ৰাজধানীৰপৰা কিছু আঁতৰত সেই পৱিত্ৰ পূজাৰ

স্থান। কিছু দূৰ যোৱাৰ পিছত নিৰ্জন বননিত থিয় হৈ থকা অকলশৰীয়া গছজোপালৈ সকলোৱে নিৰীক্ষণ কৰিলে।

সেয়া ল'ৰিং গছ।

এই পবিত্ৰ থাৰ গজজোপাই শ শ বছৰ ধৰি কাৰবি লংৰিৰ ভাগ্য নিৰ্ণায়ক-ৰূপে নীৰৱে থিয় হৈ আছে। এই গছজোপা চিৰ অক্ষুণ্ণ, চিৰ অক্ষত। ইয়াৰ পাত এখিলা ছিগা মানেই মৃত্যুক সাবটি লোৱা। আনকি ধুমুহা বতাহেও ইয়াৰ এটা ডালো বিনষ্ট কৰা কাৰবি ৰাইজৰ মনত পৰা নাই।

গছজোপালৈ নিৰীক্ষণ কৰি কৰি দলটো আগ বাঢ়ি গ'ল। ডাল-পাতেৰে বিস্তৃতি লাভ কৰা এই বিৰাট গছজোপাই লাহে লাহে সূক্ষ্মঘটোক আঁৰ কৰি ধৰিলে। গছজোপাৰ ছাঁত সকলোৱে জিৰণি ল'লেগৈ। উম লাৰঙৰ হাবেজনে পিঠিত কঢ়িয়াই নিয়া হৰ হাকৰ খাংটো গছজোপাৰ গুৰিত অৱস্থান কৰালেগৈ।

ৰাজ-পুৰোহিতৰ যোগালি বৰৰাজনে ল'ৰিং জোপাৰ গুৰিত তিনিটা বেদী স্থাপন কৰিলে। সোঁফালৰ বেদীটো হেমফু দেৱতাৰ, তাৰ কাষতেই মুক্ৰাং দেৱ-তাৰ বেদী। গছজোপাৰ গুৰিত ৰাছিংজাৰ বেদী। মহাকালৰূপিনী দেৱীৰেই আন নাম ৰাছিংজা। এই বহুৰূপী ৰাছিংজাই কাৰবি লংৰিত কেতিয়াবাৰেই পৰা অধিষ্ঠাত্ৰী দেৱী ৰূপে পূজিত হৈ আহিছে। দেৱীস্থানৰ শিতানত ত্ৰিশূল দুটা উখিত কৰি পুৰোহিতে পূজাৰ বেদী সজালে। তাৰে এটা ত্ৰিশূল ওপৰমুখী হৈ থকা শূল দুটাক কটাকৈ মূল দণ্ডৰ পৰা দুচটা শূল তলমুখী কৰি লগোৱা। কাৰ্বিৰ পৰিচিত ত্ৰিশূলৰ নাম ৰকৰাক।

ৰাজ-পুৰোহিত কাথাৰ বুৰাই দেৱতা দুজনাৰ বোধন-মন্ত্ৰ উচ্চাৰণ কৰি বেদীত অৱস্থান কৰালেহি। হেমফু আৰু মুক্ৰাং---এই দেৱতা দুজনলৈ ৰঙা পাখিৰ কুকুৰা দুটা উছৰ্গা কৰিলে। কুকুৰা দুটাই সমগ্ৰ লংৰিৰ মংগল সূচনা প্ৰদৰ্শন কৰিলে। উদ্বিগ্ন চিত্তেৰে নিৰীক্ষণ কৰি থকা ৰজা লিন্দকপ'ৰ মুখত আনন্দৰ হাঁহি বিৰিঙি পৰিল। এতিয়া মাত্ৰ মহাকালৰূপিনী ৰাছিংজা দেৱীয়ে ৰজাৰ পবিত্ৰ প্ৰসাদ কি ধৰণেৰে গ্ৰহণ কৰে, তাৰ বাবে সকলোৱে অপেক্ষামান হৈ ৰ'ল।

ডাক দিয়া বগা পাখিৰ কুকুৰাটোৰ ডিঙিত পূজাৰ বিশেষ দাখনেৰে ৰেপ দি কুকুৰাটো লৰচৰ হ'ব নোৱাৰাকৈ কাথাৰ বৰাই হেঁচা মাৰি ধৰিল'। ৰজাই লক্ষ্য কৰিলে---ৰাজ-পুৰোহিতৰ হাত দুখনচোন কঁপিছে। কঁপনি উঠা কুকুৰাৰ পাখি-কেইখনলৈ উদ্বিগ্ন চিত্তেৰে কাথাৰ বুৰায়ো লক্ষ্য কৰিলে। ধৈৰ্যচ্যুত নহৈ ৰাজ-পুৰোহিতে ক'লে,

ঃ হে লংৰিৰ দেৱতাসকল, আপোনালোক দেৱীৰ সংকেতলৈ লক্ষ্য কৰকহি। পাখিবোৰৰ চোন বৰকৈ কঁপনি উঠিব লাগিছে। মোৰ সৰ্ব শৰীৰতো কঁপনি অনুভব কৰিছোঁ।

কাথাৰ বুৰাৰ আহ্বান শুনি সকলোৱে কুকুৰাটোৰ পাখিকেইখনলৈ জুমি চালেহি। ৰজা লিন্দকপ'ৰ উজ্জ্বল চকু দুটাই কুকুৰাৰ গাৰ পৰা বেদীলৈ সম্প্ৰ-

সাৰণ কৰি ফ্রিৰফ্রিৰিয়া বতাহত এখিলা দুখিলাকৈ পকা পাত মাটিলৈ সৰি থকা ল'ৰিং গছজোপালৈ লক্ষ্য কৰিলে। ৰজাৰ মুখখন গহীন হৈ গ'ল। পুনৰ ৰজাই কুকুৰাটোলৈ লক্ষ্য কৰিলে। কুকুৰাটোলৈ থৰ লাগি চাই থাকোতে থাকোতে কেঁচা পাত এখিলা সৰি আহি ৰজাৰ শিৰত আলফুলকৈ অৱস্থান কৰিলেহি। কাষতে থকা ৰবছিনতে পাতখিলা ৰজাৰ শিৰৰ পৰা লাহেকৈ বুটলি সামৰি থ'লে। গহীন হৈ পৰা ৰজাৰ মুখলৈ সকলোৱে লক্ষ্য কৰিলে। সকলোৰে মুখ এক শ্বাস-ৰূদ্ধ পৰিস্থিতিত আতংকগ্রস্ত হৈ পৰা যেন দেখা গ'ল। গহীনভাৱে'ৰ ৰজাই ক'লে,

ঃ ইমান বছৰেই দেৱীৰ পৱিত্র কুকুৰাৰ পাখিত কঁপনি উঠা দেখা নাছিলোঁ। এইয়া নিশ্চয় ৰাজতন্ত্র পতনৰে ইংগিত।

ঃ কাৰ পতনৰ কথা কৈছে প্রভু ?— উদ্বিগ্নভাৱেৰে ৰজাৰ মুখৰ ফালে চাই ৰাজমন্ত্ৰীয় সুধিলে।

ঃ কোনোবা ৰজাৰ পতন হ'ব যেন পাইছোঁ। সেই পতনৰ ফলত দেশত কিছু অশান্তিও হ'ব পাৰে। পিছে, আমাৰ লংৰিৰ গাত স্পর্শ কৰিবহি নোৱাৰে। হেমফু আৰু মুক্ৰাং দেৱতা দুজনে আমাক ৰক্ষা কৰি আছেহি। পুৰোহিত, আপুনি কি ভাবে ?

বেদীৰ কাষত কুকুৰা'টো থৈ তাৰ নাড়ী-ভুৰুলৈ লক্ষ্য কৰি থকা কাথাব বুৰাই ৰজাৰ মুখলৈ চালে। দিলিৰ লগতে আনবোৰেও পুৰোহিতৰ মুখলৈ চাই ৰ'ল। কাথাৰ বুৰাই ক'লে

ঃ হয় প্রভু ! আপোনাৰ উত্তম চিন্তাৰে সৈতে মোৰ মনৰ ভাব হুবহু মিলিছে।

ঃ আমাৰ ভয় হৈছে প্ৰভু ! কাৰ্বি লংৰিত অশান্তি নঘটিলেই ৰক্ষা।—দীঘ নিশ্বাস পেলাই হাবেপিৰ হাবেজন ক'লে।

ঃ ভয় খাবলগীয়া নাই। আমাৰ সবতোকালেই মংগলৰ কথাকেই দেৱীয়ে কৈছে। ল'ৰিং দেৱতাই কেচা পাত এখিলা আমাৰ মহান ৰজাৰ শিৰত তুলি দিয়াৰ মূল তাৎপৰ্যও সেয়ে। ---বৰ ছিনতে প্রফুল্ল মনেৰে কথাখিনি ক'লে।

ঃ এৰা, সেই পাতখিলা দেৱীৰ আশীষ নিমালি।—ৰাজমন্ত্রী দিলিয়ে মন্তব্য কৰিলে।

দেৱীলৈ উছগা কৰিবলগীয়া কাম সমাপন কৰি সকলোৱে নিজ নিজ আসনত বহিলহি আৰু পূজা সংক্রান্ত দুই-এটি কথা আলোচনা কৰিবলৈ ধৰিলে। সুৰুযটো পূবৰ আকাশত অৱস্থান কৰি থকা অৱস্থাতেই কাথাৰ বুৰাই পূজা কাৰ্য সম্পূর্ণ কৰিলে। পূবৰ সুৰুযটো লা'হ লাহে পশ্চিম আকাশৰ ফালে হালিবলৈ ধৰিলে। ইতিমধ্যে অন্ন-ভোজনৰ সকলো প্রস্তুতি সম্পূণ হৈ উঠিল। ৰজা, ৰাজ-পুৰোহিত আৰু দিলিক হা'ব দুজনে যথা নিয়মে মান আগ বঢ়াই সেৱা কৰি'ল। প্ৰত্যেকৰে আগে আগে কলপাত বিলাই দিলে। ফেৰাংকেই ৰজাৰ পাত কেইখিলা সুন্দৰভাৱে যতনাই দিলে। সুস্বাদু চুৰক ধানৰ চাউলেৰে সিজোৱা অন্ন

ৰজাৰ পাতখনত দিলে। ৰজাৰ পিছতেই আনসকলৰ পাত কেইখনতো অন্ন বিলাই যাব ধৰিলে। মাংসৰ আঞ্জা বিলাই যাওঁতে হেমফু কুকুৰাৰ মূৰটো ৰজাৰ পাত-খনৰ সোঁকাষত আলফুলকৈ থ'লে। মুক্রাং দেৱতাৰ কুকুৰাৰ মূৰটো ৰাজমন্ত্রী দিলিৰ পাতখনত দিলে। ৰাংছিংজা দেৱীৰ কুকুৰাৰ মূৰটো ৰাজ-পুৰোহিত কাথাৰ বুৰাৰ পাতত দিলে। বিশেষ সন্মানৰ কাৰণে যোৱা কুকুৰা চৰাইৰ দুটা তপিনাৰ এটা তপিনা বৰৱাৰ পাতত দিলে। আনটো তপিনা জিৰইৰ ছ'লাংদ'ৰ হৈ লংৰি শ্রেষ্ঠ হাবেপিৰ হাবেজনৰ পাতত বিলাই দিলে। কাৰবি সমাজ-তন্ত্রত হাবেপি আৰু উম লাৰং দুয়ো ককাই-ভাই। সেই হেতুকে ৰ'ল' কেতেৰ অনুষ্ঠানত ৰজা আৰু অন্যান্য পৰিষদৰ সন্মুখত সমানে ভগাই খোৱাৰ নিয়ম আজিকোপতি চলি আছে। হাবেপিৰ হাবেজনে কুকুৰাৰ তপিনা সমানে ফালি তাৰে এফাল উম্ লাৰঙৰ হাবেলৈ আগ বঢ়াই দিলে। জিৰইৰ হাবে দুজনে শুকান মিছা মাছ আৰু কাউৰী-কেৰেলা সম পৰিমাণ লগত নিছিল। মিছা মাছৰ আঞ্জা আৰু কাউৰী-কেৰেলাৰ আঞ্জাৰ টোপোলা দুটা দুয়ো মেলি ল'লে। উম লাৰঙৰ হাবেৰ পাতত এই দুয়োবিধ আঞ্জা থকা সত্ত্বেও নাটনিৰ অজুহাত দেখুৱাই হাবেপিৰ হাবেজনৰ পৰা সহায় ভিক্ষা কৰিলে।

এইয়া ভ্রাতৃত্বৰ মৰমসূচক সৌহার্দ্য! এনে সৌহার্দ্য প্রদর্শন এই পূজাৰ আন এটি উল্লেখযোগ্য তাৎপর্য। কাৰবি সমাজ-বুৰঞ্জীৰ ইয়ো নিশ্চয় অবিস্মৰণীয় অধ্যায়। ৰ'ল' কেতেৰ অনুষ্ঠানৰ নিয়মবোৰ পালন কৰি দেৱতালৈ অন্ন তর্পণ কৰিলে আৰু ৰংছ'পি-জিৰই মিলি এক মহা মিলনৰ অন্ন-ভোজন আৰম্ভ কৰিলে।

উত্তপ্ত সূৰুযটো লাহে লাহে অদূৰৰ ছ'চ্ছেং পাহাৰখনত লুকাই পৰিল। পূজা সামৰণি পেলাবলৈ কাথাৰ বুৰাই ৰাজ-আজ্ঞা বিচাৰিলে। ৰাজ-আজ্ঞা পাই সি হেমফু-মুক্রাং দেৱতাৰ কাষৰ পৰা বিদায় ল'লে। ৰাছিংজা দেৱীৰ বেদীৰ পৰা সাধাৰণ ত্রিশূলটো কাথাৰৰিছ'ৰ হাতত তুলি দিলে। আন ত্রিশূলটো ল'ৰিং গছত আউজাই থৈ দেৱীক বিদায় দিলে। তাৰ পিছত বর্ষা দেৱীলৈ উদ্দেশ্য কৰি ঋতু পৰিৱর্তনৰ গীত জুৰিলে ঃ

চি চি মা নেং নেং
চি চি নাংহাংজেং
বাং বৰ ৰাৱে হাং জেং।

ঃ হে বর্ষা দেৱীৰ বার্তাবাহক জিলীসকল! তোমালোকে বর্ষা দেৱীক আদাৰি লংৰিৰ শস্য সজীৱ কৰাহি।

গীতৰ অন্তত সকলোৱে ৰাজধানী অভিমুখে প্রত্যাগমন কৰিলে। মাজ বাটত অৱস্থান কৰি কাথাৰ বুৰাই গুৰুকুললৈ তর্পণ আগ বঢ়াই দ্বিতীয় গীত-ফাকি গালে,

ক্লক্‌চুৰ মা ক্লক্‌চুৰ
ক্লক্‌চুৰ নাং কেকুৰ;
বাং বতৰ নাংচিংথুৰ
বৰ ৰাৱে নাংকুৰ।

ঃ হে ন-বতৰৰ শুভ ক্লক্‌চুৰ[৮২] পক্ষী! তোমাৰ অমৃত কণ্ঠেৰে বৰ্ষা দেৱীক পৃথিৱীলৈ আদৰি আনা।

দিনমণি সূৰুয অস্ত যাওঁ যাওঁ। ৰাজধানীৰ প্ৰধান তোৰণত লিন্দকপ'সকলে উপবেশন কৰিলেহি। পূজা-স্থলীৰ পৰা লৈ অহা পানী আৰু মদ ভৰা লাংথে দুটা ৰাথাৰ বুৰাৰ সন্মুখত থিয় কৰি ধৰিলেহি। ইয়াতো শুৰুকুলক তৰ্পণ কৰি বৰ্ষা দেৱীৰ গীত গালে—

খ্ৰকছ' মা খ্ৰকছ'
খ্ৰক্‌ছ' নাংহাংজ'
ৰাং বতৰ ছাৰপ'
ৰাম নং আপৰ ল'।
দ' ৰানাম ফাৰ'
পিনি ৰানি ফ'
দান-দি পিএত ল'।
ল'তি আংদেংছ' (ছি)
ছেৰ লাংথে ব্ৰাকপ'।
ছেৰ লাংথে মেছ' (ছি)
ফ'তুং ফয়াং ছ'
নাং আপুন কেচক ছ' (ছি)
নাং ছেৰ লাংথে মান ল'।
লাং লাংথে মে ফ'
হৰ লাংথে মে ফ'
নে ছাৰতি মেছ' পেন
ছেৰ লাংথে ব্ৰাক প'।
জাদি পিনিং নিংকান ফ'
জাদি নাংনে ল' তে
ছেৰ মাচৰ নাংল'
নাংক্ৰ' পাৰএ ফ'।

ঃ হে ভেক্‌ ৰাজ! তোমালোকে বৰ্ষা দেৱীক সাদৰেৰে পৃথিৱীলৈ আদৰি আনাহক। এতিয়া শস্য পলাবৰ হ'ল। লংৰিৰ সহস্ৰ দেৱতাই তোমালোকলৈ

---

৮২ বৰ্ষা কালৰ এবিধ নিশাচৰ চৰাই। এই চৰাইৰ অবিৰাম কণ্ঠস্বৰে পৃথিৱীলৈ জোক নমাই আনে বুলি কাৰবি লোকে বিশ্বাস কৰে।

দান-তৰ্পণ আদি আগ বঢ়াইছে। এই পবিত্ৰ লাংথেৰ মদ আৰু পানীৰে তোমা-লোকৰ কণ্ঠ আদ্ৰ কৰি লোৱাহঁক।

হে অঙ্কুৰজাত বাঁহ দেৱতা! তুমি মহান আৰু শুভাকাংক্ষী। কাৰবিৰ মঙ্গল হ'ব বুলি যদি তুমি ভাবিছা, তেন্তে এই পত মুহূৰ্তত সহস্ৰ দেৱতাৰ সন্মুখত মঙ্গলৰ চিন প্ৰদৰ্শন কৰাহি।

এই বুলি গীত গোৱাৰ শেষত কাথাৰ বুৰাই হাতৰ দাখনেৰে লাংথে দুটাৰ পৰা এক চকলকৈ দুচকল কাটি মাটিত পেলালে। কটা বাঁহ দুচকল তল-ওপৰ কৰি মাটিত পৰি ৰ'ল। এইয়া মংগলৰ প্ৰতীক! ৰজা লিন্দককে ধৰি সকলোৰে মুখত আনন্দৰ ভাব উজলি উঠিল। ইতিমধ্যে পশ্চিম আকাশখনো সুৰুযবিহীন হৈ ৰক্তাভ হৈ পৰিল। ৰংহাংৰংবঙৰ আম-কঁঠাল গছবোৰ বিবিধ চৰাইৰ কাক-লিৰে মুখৰিত হৈ আহিল। পুৰণিকলীয়া ক'লা গছবোৰ লাহে লাহে ভয় লগা হৈ আহিব ধৰিলে। ভয় আৰু আনন্দৰ সংমিশ্ৰণত যেন ৰংহাংৰংবঙৰ পৰিৱেশ গভীৰ হৈ পৰিল।

তেওঁলোকে ৰজাৰ ঘৰত আহি চ'ৰাঘৰত আসন পাৰি বহিলহি। ৰজা, পুৰোহিত আৰু দিলি—এই তিনিওৰে সৈতে হাবে দুজনে বৰ ঘৰৰ নক ছেক[৮৩] কোঠাটোত বহিলগৈ। পূজাস্থলীৰ পৰা অনা ত্ৰিশল, বলি কটা দাখন আৰু পূজাৰ অন্যান্য সামগ্ৰীবোৰ সভক্তিৰে যথাস্থানত কাথাৰ বুৰাই থৈ দিলে। হা'ব দুজনে মদ দি দিনটোৰ কাৰ্য সামৰি হাঈমুৰ গীতি গাবলৈ অনুৰোধ কৰিলে। কাথাৰ বুৰাই নিয়ম মানি হাঈমু গীতৰ তাৎপৰ্যসূচক গীতহে গাই শুনালে—

হাঈ মু মান্দুং
নাং জিৰই দ' আতুম
লুনৰি প' আতুম।
ছ'চ্ছেং দ' আতুম
কাথাৰপ' আলুন।
বাং ৰামনং আলতুন
আছেক ছেক ছি লুন।
বাং ৰাৱে কুৰ আলুন
ইজিৰ পেত নাংলুন
ছেংপি মাৰেংখ্ৰুং।
জিৰণি নাংকেলুন
ছেৰ মাহন থুৰলুন।
জিৰথম পাচক দুন
বৰ ৰাৱে থক দুন।

---

৮৩ কাৰবি বৰঘৰৰ 'কুত' নামৰ কোঠালীলৈ সোমাই যোৱা দুৱাৰখনৰ চুকটোৰ নাম। ইয়াতেই প্ৰাচীন কালৰ কাৰবি চাল-তৰোৱাল আদি অস্ত্ৰ থোৱা হয়। পূজাৰ যাৱতীয় সৰঞ্জাম থোৱা ঠাই বিশেষ।

ঃ হে জিৰইবাসী ৰাইজ। তোমালোকে হাঙীৰ গীত নাগাবাহক। এইয়া ছ'ফেংবাসীৰ বাবেহে সৃষ্ট। কাথাৰ বুৰাই বৰ্ষাদেৱীক আহ্বান কৰা পবিত্ৰ গীতহে। এই গীতৰ তাৎপৰ্য অতীব মহান। এই গীতৰে এফাকি গালেই আকাশত গাজনিৰ সৃষ্টি হয়, দুফাকি গালে আকাশ মেঘাচ্ছন্ন হৈ আহে, আৰু তিনি ফাকি গীত গালেই বৰ্ষা দেৱীয়ে অশ্ৰুৰ চল লৈ পৃথিৱীলৈ নামি আহে।

এইদৰেই ৰ'ল' কেতেৰ পূজাৰ সামৰণি পেলাই কাথাৰ বুৰাই বছৰটোলৈ নিৰংকুশ হৈ ল'লে। চ'ৰাঘৰৰ জুইৰ পোহৰত বহি লংৰিৰ খবৰ বিচাৰি ৰজা ৰংহাং লিম্পকে হাবে দুজনক সুধিলে—

ঃ হাবেসকল, লংৰিৰ খবৰ কুশলনে?

ঃ আমি জিৰইবাসী ৰাইজ অতি সুখী প্ৰভু। অপায়-অমঙ্গল আদি আপোনাৰ সুদৃষ্টিত বৰ্তমানে একো হোৱা নাই। কেৱল উমলাৰং লংৰিৰ বি-হেনৰু গাঁৱৰ চিকাৰী তেৰণে হেনো ছ'লাংদ'ৰ ওপৰত অত্যাচাৰ চলাইছে।

ঃ অ'। মই শুনিছোঁ। ৰ'ল' কেতেৰৰ বাবে বৰঙণি তেওঁ দিছেনে?— উমলাৰঙৰ হাবেজনক প্ৰশ্ন কৰিলে।

ঃ নাই প্ৰভু। আজি তিনি বছৰেও এটি পইচাও দিয়া নাই।

ঃ আপুনি থকা অৱস্থাত তেওঁ ছ'লাংদ'ৰ ওপৰত কেনেকৈ অত্যাচাৰ কৰিব পাৰিলে, উমলাৰঙৰ হাবেজনেই কওঁকচোন।

ঃ প্ৰভু, নিজে সংশোধন নহ'লে মানুহৰ মনক আনে কেনেকৈ সংশোধন কৰিব পাৰিব? সেয়া তেওঁৰ নিজা কমৰ দ্বাৰা সংঘটিত। আমাৰ বৃহত্তম লংৰি চলোৱাত অসুবিধা হেতুকে তেওঁক হাবে পাতি দিলোঁ। কিন্তু তেওঁৰ কু-চক্ৰান্তই আন হাবেসকলক লৈ উৎপীড়ন চলোৱা কথাটো সচা।

ঃ তেন্তে হাবে পদৰ পৰা তেওঁক তৎক্ষণাত নমাই দিব লাগে। বৰদিলি আৰু বৰছিনত, তোমালোকে কথাটো লক্ষ্য ৰাখিবা আৰু এই সপ্তাহৰ ভিতৰতেই কিদ' পঠিয়াই হাবে পদৰ পৰা তেওঁক অব্যাহতি দি আহিবাগৈ।

ঃ ভাল প্ৰভু। জোনটো পূৰ্ণ হোৱাৰ আগতেই আমি কিদ' পঠিয়াই দিম। —বৰদিলিয়ে ৰজাক সবিনয় কথা দিলে।

এইদৰেই বহু ৰাতিলৈকে আলোচনা চলিল। নৈশ-ভোজনৰ শেষত ৰাজধানীখন লাহে লাহে নিজম পৰি আহিল। বতাহৰ হো-হোৱনিবোৰ ক্ৰমে বেছি হৈ আহিব ধৰিলে। এক গভীৰ প্ৰশান্তিত ডুব গৈ থকা ৰংহাংৰংৰং ৰাজধানীৰ গছ-লতিকাক অষ্টমীৰ জোনটিয়ে উজলাই তুলিলে চিৰন্তন গতিৰ আৱেষ্টনীৰে।

# চৌত্ৰিশ

ফাগুনৰ অন্য এটি আবেলি।

পাতবোৰ সৰি সৰি লঠঙা হৈ পৰা গছবোৰ সূৰুযৰ পোহৰত ওলাই পৰিছিল। শাৰী পাতি থকা পূবৰ পাহাৰত সেউজীয়া ৰংবোৰ কাহানিবাই হেৰাই গ'ল। জখলাত উঠি হাবেছিক'ই লঠঙা গছবোৰলৈ চাই পঠিয়ালে। শীতৰ জাৰকো উপলুঙা কৰি চিৰ বসন্ত হ'বলৈ বৃথা চেষ্টা কৰা গছবোৰৰ নঙঠা ৰূপ দেখি হাবেছিক'ৰ অন্তৰখনো কঁপি উঠিল। সময়ৰ হাতত পৰাভূত হোৱা প্ৰকৃতিৰ ৰূপ দেখি তাৰ আমঠু ক'লা পৰি গ'ল। প্ৰকৃতিৰ এই নিঠৰুৱা ৰূপত যে ত্যাগৰ মহিমা লুকাই আছে, সি অলপো অনুভব কৰিব পৰা নাই। প্ৰকৃতিৰ পৰিৱৰ্তিত ৰূপ যেন আজিহে সি স্বচক্ষে দেখা পালে।

পাহাৰৰ বুকুৰ পৰা দৃষ্টি নমাই তাৰ নিজৰ গাঁওখনৰ চাৰিওফালে দৃষ্টি বুলাই যাবলৈ ধৰিলে।

এইয়া কি দেখা পাইছে সি?

এইখন মোৰ নিজৰ গাঁও হয়তো?

ইমানবোৰ টঙাবন ক'ৰপৰা আহিল?

নে মই কিবা ভ্ৰমহে দেখা পাইছোঁ।

এইখন বি-হেনৰা হয় জানো?

কথাবোৰ ভাবি মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল তাৰ। গাঁওখনলৈ চাব নোৱৰা হ'ল। বহু বছৰ এৰি অহা জুমতলী যেন লাগি গ'ল তাৰ গাঁওখন। সি চকু দুটা মুদি দিলে। ধৰি থকা খুটাটোলৈ সি লাহেকৈ চকু দুটা মেলি চালে।

ৰ'দ-বৰষুণত জহি-খহি যোৱা খুটাহে। খুটাৰ ৰূপ দেখি তাৰ মনত সন্দেহ হ'ল---

এই'টা খুটানে?

এইখন ঘৰ মোৰ ঘৰ হয়তো।

হাবেছিক'ৰ ঘৰ?

ভৰিৰ তলৰ চাংখন হঠাৎ কঁপি উঠা যেন লাগিল। তাৰ নিজকে খুব ভাগৰুৱা যেন লাগিল। সি জোৰেৰে খুটাটোত খামুচি ধৰিলে। 'ঠনৰ্' কৰি খুটাটো ভাঙি যোৱাত সি চক খাই উঠিল। নীৰৱ হৈ পৰি থকা চ'ৰাঘৰলৈ সি লাহে লাহে খোজ ল'লে।

চ'ৰাঘৰত বহি সি দীঘলকৈ উশাহ এটা ল'লে। ডিঙি শুকাই যোৱা যেন পালে সি। কামৰ লোটাৰ পৰা পানী এবাতি লাহেকৈ বাকি ল'লে। পানী বাতি খাইহে তাৰ কিছু তৎ অহা যেন লাগিল। ঘৰ'তা মাত দিবলৈ তাৰ ইচ্ছা নগ'ল। বিড়ি জ্বলাই ধোঁৱা এসোপা এৰি দিলে। কুণ্ডলী পকাই যোৱা ধোঁৱালৈ চাই, ওলমি থকা কিদ'টো দেখা পালে। তাৰ চকু দুটা থৰ লাগি ৰ'ল। মূৰৰ বগা পাগুৰিৰ

পাকবোৰ আপোনা-আপুনি শিথিল হৈ খহি আহিব ধৰিলে। খহি পৰিব ধৰা পাগুৰিক ধৰি ৰাখিবলৈ সি মুঠেই চেষ্টা নকৰিলে।

পাক খাই থকা কিদ'ৰ গাঁথিবোৰে কি কথা কৈছে? ছ'লাংদ'ই তেন্তে পাগুৰিৰ পাকবোৰো খুলিব পাৰে! কিদ' বহনকাৰী কাৰবি ৰজা ৰংহাংলিন্দকৰ ফেৰাংকেৰ (কটকী) মুখখন তাৰ দুচকুত জিলিকি উঠিল। সি ইমান ভয় খাইছে কিয় নিজেই ভাবি উলিয়াব পৰা নাই।

ৰ'ল' কেতেৰ অনুষ্ঠানৰ প্ৰতি অৱহেলা কৰাটো মোৰ অপৰাধ হৈছিল। ছ'লাংদ'ৰ ওপৰত ন্যায়দণ্ডৰ অপব্যৱহাৰ নিশ্চয় হৈছিল।

তেন্তে লংৰিৰ হাবেসকল কিয় নীৰৱ হৈ ৰ'ল?

প্ৰতিবাদ নকৰিলে কিয়?

নহয়, সিহঁত ঠিকেই আছে। এইয়া মোৰ দুৰ্মতিৰ পৰিণাম। সি দষ্টি ঘূৰাই মুকলি আকাশখনলৈ চালে। ওলমি থকা কিদ'ৰ গাঁথিবোৰে যেন তালৈকে চাই হাঁহি বৈছে- -আজিৰ পৰা তুমি বৰহাবাই নহয়। ছিকাৰী তেৰণ'হ।

তাৰ দুষ্কৃতিৰ কাৰ্যবোৰ ভাঁহি উঠিল।

ছাৰইক তেৰাঙৰ মুখখন উজলি উঠিল।

ক্ষমতাৰ বাঘজৰীৰে তাক নচুৱাম বুলিও নচুৱাব নোৱাৰিলোঁ। ৰংমিলি খন থান-বান কৰিবলৈ যাওঁতে মোৰ গাঁওখনহে টঙাবনত পোত খালে। খ্ৰীষ্টিয়ানক ঘৃণা কৰিবলৈ যাওঁতে মোৰ গাঁৱৰেই লংবৰহঁতেহে টীকাৰ গিৰ্জাত শৰণ ল'লে। ছাৰইকৰ ঘৰখন জ্বলাই ছাই কৰিবলৈ গৈ ওলটা পৰিণামহে পালোঁ। পুৰি ছাই হোৱা কিদ'ই তেতে পুনৰ জন্ম লৈ মোৰ চ'ৰাঘৰত তাচ্ছিল্যপূৰ্ণ হাঁহি মাৰিছেহি নেকি?

এৰা, মোৰ নিশ্চয় ভুল হৈছিল। ক্ষমতাৰ অপব্যৱহাৰ মোৰ হাতত হৈছিল। ছাৰইকে ঠিকেই কৈছিল—ছ'লাংদ'তকৈ লংৰি হাবে ডাঙৰ হ'ব নোৱাৰে। শাশ্বত সত্যক মই ক্ষমতাৰ ভৰিৰে গচকি ৰাখিবলৈ গৈ দেখোন নিজেইহে উফৰি পৰিলোঁ।

ঃ গাঁওবুঢ়া কি কৰিছে?

মানসিক সংঘাতত জুৰুলা হৈ ভাবি থকা এসময়ৰ হাবেছিক'ই দিল বাহাদুৰৰ মাত শুনি ভয় খাই উঠিল। নুমাই যোৱা বিড়িডালৰ কথা ইমানপৰে সি পাহৰিয়েই আছিল। খহি পৰা পাগুৰিটো সামৰি সি মাত দিলে—

ঃ আহক কি কৰিব দাজু। বহি আছে। কাংখন (গাঁও) দুখীয়া হৈছে দেখিহে অলপ ভাবিছে।

ঃ অঁ, ঠিক ভাবিছে। আপনাৰ বস্তিৰ ধান-ছৰিছ বামধনে শোষণ কৰিলে। বস্তি ক'ত ভাল হ'ব?

কথাখিনি কৈ সি তাৰ কাষতে বহিল। চিগাৰেট এডাল আগবঢ়াই সি পুনৰ ক'লে—

ঃ সংসাৰতে ভগৱান আছে, ন্যায় আছে গাঁওবুঢ়া। সেই কাৰণে বামধন কেঞ্চাৰ এই দশা হ'ল।

দিল বাহাদুৰে কথাষাৰ তাক উদ্দেশ্য কৰি কোৱা যেন লাগিল। বুকুৰ কোনোবা চুকত বিন্ধ হোৱা যেন সি অনুভব কৰিলে। চিগাৰেটৰ ধোঁৱা এৰি দি হাবেছিক'ই সুধিলে—

ঃ কি হ'ল ৰামধন মাহাজনৰ?

ঃ কিয়, আপনি শুনা নাই?

ঃ ওঁহো। আমি খবৰ নাই পাইছে অ' বাহাদুৰ।

ঘনাই চিগাৰেট কেইহোপামান টানি দিল বাহাদুৰে ক'লে—

ঃ ইয়াৰ পৰা ছৰিছ' নৌকাতে নিছিল—চাপৰমুখ। কপিলীতে ৰাতি নৌকা ভি ডুবিলে, ৰামধনকভি নাই পালে। কপিলী মায়ে হজম কৰিলে।

ঃ ইচ! হয় নাকি অ' দাজু। আচ্ছা, মৰিছে, তাৰ ভাইক (ভাগ্য) আছে। পিছেতে কি নিমিত্তে আহিছে?

ঃ গাঁওবুঢ়া ককাই, ক'লে চৰমভি লাগে, নাইকলে কামভি নচলে। আপনি আমাৰ ৰাজা আছে। এই বি-ৰ'কেক পাহাৰটো কি হ'ব? আপনাক টকাভি বহুত দিলে। কমছে কম পানশ ৰূপীয়া হৈছে। মাটি'হ দখল নাই পাৰিলে।

বি-ৰ'কেকৰ মাটিৰ কথা শুনি তাৰ মূৰটো ঘূৰি যোৱা যেন পালে। এতিয়া যে সি বৰহাবাই নহয়? ইচ্ছা কৰিলেই সি মাটি কেনেকৈ দিব? দিল বাহাদুৰক মাটি দিম বুলিয়েই টকাও বহুত তাৰ পৰা ল'লে। মাটি যে দিব পাৰিব তাৰ একো নিশ্চয়তা নাই। ইতিমধ্যে ৰংমিলিৰ ৰাইজে মাটিখিনি ভাঙি খেতি পথাৰ কৰিয়েই পেলালে। মাটি দিব ক'ৰ পৰা।

সি বিমূঢ় হৈ ক'লে—

ঃ বাৰু হ'ব। বি-ৰ'কেক মাটি নাপালেভি আমাৰ ছৰিছ' কৰা মাটিকে দিব। ৰ'থাত লাংছ' বাজাৰতে লগ পাম। এতিয়া যাবিদেই দাজু। মই অলপ পূজা কৰিম। বেয়া পাইছে নাকি?

ঃ নাই গাঁওবুঢ়া, কি বেয়া পাব। তেন্তে বাজাৰতে ভেদ হ'ব। ৰাম ৰাম।

দিল বাহাদুৰ নামি গ'ল। টঙাবনে আগুৰি ধৰা লুংলুঙীয়া বাটত দিল বাহাদুৰ লুকাই পৰিল। জখলাৰ মুখলৈকে আহি দিল বাহাদুৰক চাওঁতে, দূৰৰ ৰঙচুৱা বেলিটো তাৰ চকুত পৰিল। লাহে লাহে বেলিটো পুঙা পাহাৰত লুকাই পৰিল। স্থিৰ হৈ থকা যেন লগা সূৰ্য্যটোৰো গতি দেখি সি ভাবিলে—তেন্তে সময়ৰ গতি নিশ্চয় আছে! লুকাই পৰা ফাগুনৰ সূৰ্য্যটোৰে দীঘলকৈ ঠেং মেলিলে। কাষৰ বাঁহজোপাত শালিকা চৰাই'বাৰে আৰাও কৰিলেহি। হাতত আঙঠা খৰি আনি গিৰিয়েকক জখলামুখত থিয় দি থকা দেখি মৈণীয়েকে মাত দিলে—

ঃ মদ-পানী খাই বলিয়ালি কৰিলে আৰু নচলিব। যোৱা কথা গ'ল। এতিয়া নিজৰ ঘৰখন চাবলৈ শিকক।

কথাবোৰ কৈ চ'ৰাঘৰৰ জুহালত জুই ধৰিলেহি। হাবেছিক'ই গহীনাই খোজ দি চ'ৰাঘৰত সোমাল আৰু ওলমি থকা কিন'টো টানি আনি জুইত জাপি দিলে। পাটীখনত বহি সি ক'লে—

ঃ এতিয়া বহুত পলম হ'ল। আমাৰ কাৰণে সময় উকলিল। সময়ৰ চকৰিয়ে আমাক পিছি পেলালে। নতুন যুগৰ মানুহে গাঁওখন ভাল কৰক। ক্ষমতাই মোক অন্ধ কৰিছিল। এতিয়াহে পৃথিৱীৰ ৰূপ দেখা পাইছোঁ। পাগুৰিৰ পাকবোৰত জমা হৈ থকা মলিবোৰ এতিয়াহে ওলাই পৰিল। কালিলৈ তুমি কাৰবি লাংপিত এইখন ধুই দিবা। মৰাৰ সময়ত অন্ততঃ লগতে লৈ যাব পাৰিম।

## পযত্রিশ

অমফুক ৰংমান্দলৈ উলিয়াই দিয়া আজি এসপ্তাহমানেই হ'ল। যোৱা কালিহে ছাৰইকে কন্যা থৈ ৰংমান্দুৰ পৰা ঘূৰি পাইছেহি। আৰলছ' আৰলেং— সেই থিয় পাহাৰটো উঠি ৰংমান্দুলৈ যোৱাটো কম কণ্টকৰ নহয়—চ'ৰাঘৰত বহি ছাৰইকে ভাবিলে। সপ্তাহটোৰ দুখ-ভাগৰবোৰে আজিহে যেন তাক হেঁচি ধৰিছে। অমফুবিহীন ঘৰখন বৰ উৰুঙা উৰুঙা লাগিল। অমফু নথকাত ৰংমিলিৰ ৰং বহুখিনি নিষ্প্ৰভ হোৱা যেন লাগিল। তাৰ চাংঘৰটোৰ সৌন্দৰ্যও হেৰাই গ'ল ভালেখিনি। ফাগুনৰ বতাহত এখিলা দুখিলাকৈ সৰি পৰা গছৰ পাতবোৰেও যেন অমফু বিচ্ছেদৰ বেদনাহে প্ৰকাশ কৰিছে। পলাশ-মদাৰৰ ৰঙা ৰংবোৰ যেন আজি বহুত নিস্তেজ।

চালখনৰ তলেদি ধূসৰ পাহাৰবোৰ ওলাই আছিল। আবেলিৰ নিষ্প্ৰভ বেলিটোৱে ধূসৰতা গাঢ় কৰাত ইন্ধন যোগাইছিল। ছাৰইকে বিড়ি এডাল জ্বলাই ল'লে। কেইহোপামান টানি লাহাৰঙী পাগুৰিটো মূৰত মাৰি ল'লে। ঘৈণীয়েকক মাত দিওঁ বুলি ইচ্ছা কৰিও সি মনে মনে থাকিল। এই সময়ত অকলে বহিহে আৰাম পোৱা যায়—সি ভাবিলে। এসোপা ধোৱা এৰি সি ভাবিলে—

অমফুক ৰংমান্দুলৈ উলিয়াই দি ভালেই কৰিলোঁ। মিতিৰ যিমানেই আঁতৰ হয়, তাৰ মধুৰতাও সিমানেই বেছিহে হয়। গাঁওখনো এতিয়া সুস্থিৰ হ'ল। ছিংনতেও দোষ স্বীকাৰ কৰি ৰংমিলিৰ চাৰিবেৰৰ মাজতে থাকিল। বি-হেনৰূৰ হাবেছিক'ই ভাবিছিল—লংৰি হাবেৰ ক্ষমতাৰে গাঁওখন বিশৃঙ্খল কৰি দিব। কিন্তু সময়বোৰ যে সলনি হ'ল। ছ'লাংদ'ক দমন কৰি শোষণ কৰাৰ দিনবোৰ উকলিল বুলি বুজা নাছিল হবলা। ছ'লাংদ' মানেই আৰনাম ফাৰ'—সহস্ৰ দেৱতাৰ শক্তি। ৰাইজৰ শক্তিৰে গান্ধীয়েও হেনো বৃটিছ হেন চৰকাৰকো কঁপাই আছে। সি জানো এইবোৰ শুনা নাই? শুনিছে যদিও তাৰ মহত্ত্ব সি অনুভৱ

কৰিবলৈ চেষ্টা কৰা নাই। কাৰবি দৰবাৰত ধৰ্মৰ সংঘাত কিয় সুমুৱাব লাগে? কাৰবিৰ নিজাকৈ জিলা এখন হ'লেনো কিহৰ বেয়াটো? সম্ভৱ মৌজাদাৰে কাঢ়ি নিয়াৰ দৰেই তাৰ অধিকাৰখিনিকো কাঢ়ি নিব বুলি ভাবি লৈছিল কিজানি?

' লৰেঞ্চৰ সৈতে মোক মিছা অপবাদেৰে জড়িত কৰি তাৰ কি লাভ হ'ল? তাৰ নিজৰ গাঁওখনৰ প্ৰায়বোৰেই দেখোন ধৰ্মান্তৰ হ'ল। মানুহৰ মনবোৰ বহল নহ'লে সহানুভূতি আহিব ক'ৰ পৰা? ছিকুৰ বুলি ঘৃণাত থুই পেলালেই হয়নে? কাৰ্বি বেচ'ই পঠিওৱা কিদ' জানো লৰেঞ্চ ছিকুৰৰ। ছিকুৰেই হওক, হংহাৰীয়েই হওক, একে মুঠিত থাকিলেহে কাৰবি আংলংখন হ'ব— দৰবাৰো জীয়াই থাকিব।

নিৰলে বহি একা ছাৰইকৰ মনত এটাৰ পিছত এটাকৈ বহুতো ভাব আহি তাক হেঁচি ধৰিলেহি।

ঃ মে বাংবুৰা ঘৰত আছেনে?

লৰেঞ্চৰ মাত শুনি সি সচেতন হ'ল। নুমাই যোৱা হাতৰ বিড়িডাল পুনৰ জ্বলাই সি ক'লে—

ঃ আছোঁ, আহক।

ঃ ঘৰখন নীৰৱ হৈ থকা বাবে কোনো নাই বুলিয়েই ভাবিছিলোঁ।

ঃ ক'লৈনো যাম? ৰংমান্দুৰ ভাগৰেই মৰা নাই। পিছে, এই আবেলিখনত ক'ৰ পৰা ওলালেহি?

জুহালৰ কাষত থকা সৰু পাটী এখন আগ বঢ়াই তাক বহিবলৈ ক'লে। লৰেঞ্চে পাটীখনত বহি ক'লে—

ঃ ফুং আবিৰ ছাৰছিং হাবেৰ ঘাত গৈছিলোঁ। পিছে মাত এষাৰ লগাই যাওঁ বুলিহে আপোনাৰ ঘৰত সোমালোঁ। বিয়াৰ খবৰো পাইছিলোঁ; কিন্তু হাবাইপুৰ দৰবাৰৰ কাৰণে খবৰ কৰিবকে নোৱাৰিলো। বিয়া ভালে-কুশলে গ'লনে?

ঃ অ', আপোনালোকৰ আশীৰ্বাদত বিয়াখন হ'লগৈ। বিয়াখনৰ কাৰণে দৰবাৰ চাবলৈকে নোৱাৰিলোঁ। মনটো বৰ বেয়া লাগি আছে। দৰবাৰত কি কি আলোচনা কৰিলে অংহেই (মোমাই)?

ঃ আলোচনাৰ প্ৰধান বিষয় আছিল দৰবাৰ গঠন আৰু সীমা নিৰ্দ্ধাৰণ কৰি সুকীয়া জিলা এখন গঠন কৰা। ৰাইজো বহুত গোট খাইছিল। কাৰবি ৰাইজৰ এনে ঐকান্তিক সঁহাৰি মই আন ক'তোৱেই দেখা নাছিলোঁ।

ঃ অ'—হয় নেকি? এইয়া জাতিৰ কাৰণে বৰ শুভ লক্ষণ তেন্তে। কোন কোন আহিছিলনো?

ঃ বহু কেইজন। সেইসকলৰ ভিতৰত আমাৰ মেম্বৰ খৰছিং তেৰাংও আছিল। নগাঁৱৰ কিছু বিশিষ্ট অসমীয়া লোকেও আহি আমাক উৎসাহ দিছিল। আৰু কি জানে মোহেই!

ঃ কি ? কওকচোন ।

ঃ মুৰত পাগুৰি মৰা সুন্দৰ অসমীয়া মানুহ এজন কিবা গোস্বামী নে কি মই নামটো পাহৰিছোঁ, তেওঁ দৰবাৰৰ সভাপতি হৈছিল । কাৰবিসকলৰ দুৰ্দশা দেখি তেওঁ বৰকৈ দুখ কৰি ভাষণ দিছিল ।

ঃ অ' তেন্তে অসমীয়া লোকেও আমাৰ দুৰ্দশাবোৰ উপলব্ধি কৰিছে, নহয়নে অংহেই ?

ঃ এৰা । গোলাঘাটৰ পৰা অহা ছুং বে বোলা লোকজনে কিন্তু বৰ হক কথা কিছুমান সভাত উত্থাপন কৰিছিলদেই ।

ঃ কওকচোন ।

ঃ কাৰ্বি ৰাইজৰ মাজত কানিৰ প্ৰচলন অতি সোনকালেই বন্ধ হ'ব লাগে বুলি প্ৰস্তাৱ দাঙি ধৰিছিল আৰু সভাখনৰ নামটো কাৰবি আদৰবাৰ হ'ব লাগে বুলি যুক্তি দৰ্শাইছিল ।

ঃ তেখেতে উচিত কথাকেই ভাবিছে । কানিয়ে আমাৰ বল-শক্তি কেনে ধৰণে নিঃশেষ কৰিব লাগিছে আপুনি নিশ্চয় দেখিছেই । কানিৰ প্ৰচলন বন্ধ নহ'লে জিলা পাই কি হ'ব ! পিছে তেখেতৰ প্ৰস্তাৱটো সভাই গ্ৰহণ কৰিলনে ?

ঃ অঁ, কানিৰ অপকাৰিতা উপলব্ধি কৰি প্ৰস্তাৱটো সভাই গ্ৰহণ কৰিলে আৰু সভাৰ নাম কাৰবি আ দৰবাৰ ৰাখিলে ।

ঃ বৰ সুন্দৰ নাম ৰাখিলে । কাৰ্বি ৰাইজৰ ঐতিহাসিক পৰম্পৰা ৰক্ষা কৰাত মই বৰ সুখী হৈছোঁ । আমাব মেম্বৰ তেৰাঙৰ অভিমত কেনে অংহেই ?

ঃ ৰাইজৰ কামত তেখেতে আনন্দ পাইছে । কাৰবি ৰাইজ এক হৈ কাম কৰি গ'লে জিলা পোৱা সহজ হ ব হেনো । দৰবাৰ শক্তিশালী কৰিবলৈ কৈছে । সভাই নতুন সভাপতি এজনকো নিবাচন কৰিলে ।

ঃ কাক ?---বৰ ব্যগ্ৰতাৰে ছাৰইক প্ৰশ্ন কৰিলে ।

ঃ আমাৰ ফুং আবিৰ লাংকু হাবে ছাৰছিং তেৰণক ।

ঃ অ'---হয় নেকি ? আমাৰ যে হাবেক সভাপতি পতাটো উপযুক্ত হৈছে । আমাৰ লংৰিৰ মাজত তেখেতেই উপযুক্ত লোক ।---বিড়ি এডাল আগবঢ়াই ছাৰ-ইকে মন্তব্য প্ৰকাশ কৰি ক'লে ।

দুয়ো বিড়ি জ্বলাই ল'লে । বিড়ি হুপি ছাৰইকে পুনৰ সুধিলে---

ঃ যু ছেমছন আহিছিল নে নাই ?

ঃ আহিছিল । তেওঁ বৰ সুন্দৰ সুন্দৰ কথা ক'ব জানে । তেওঁৰ ভাষণ শুনি ৰাইজ বিভোল হৈ পৰিছিল । তেওঁকেই দৰবাৰৰ চেক্ৰেটৰীৰ ৰাবটো দিয়া হ'ল । সুকীয়া জিলা গঠনৰ প্ৰস্তাৱ লৈ তেওঁ অলপতে দিল্লীলৈকো যোৱাৰ কথা কৈছে । তাত গৈ লাট বাহাদুৰৰ হাতত প্ৰস্তাৱবোৰ দি আহিবগৈ । ইফালে বিলাততো আলোচনা কৰিছে হেনো ।

ঃ কি ক'লে অংহেই ?---লৰেঙৰ কথা বুজি নাপাই সি সুধিলে ।

ঃ বিলাতত কিবা মিটিং পাতিছে। দেশখন আমাক গতাই চাহাববোৰ নিজৰ দেশলৈ যাবগৈ হেনো। আমাৰো জিলা পোৱাটো কিছু আশা দেখা গৈছে। নিজৰ মানুহ ৰজা হ'লে জিলা খুজিবলৈকো ভাল হ'ব, নহয় জানো?

ঃ অঁতোন। নিজেহে নিজৰ দুখ দেখে।

ঃ অঁ। সেই কাৰণে ছেমছনে কণ্ট কৰি দিল্লীলৈকে যাবলৈ ওলাইছে।

ঃ ক'লৈ? দিল্লীলৈ!

ঃ অঁ, দিল্লীলৈ।

ঃ হওক বাৰু, চকুৰে দেখাসকলে দুখ-কষ্ট কৰি আমাৰ কাৰণে জিলা গঠন নকৰিলে কোনে কৰিব? খাছীয়া, গাৰো এই সকলৰ নিজৰ জিলা আছে, নগাসকলৰো জিলা আছে, আমি কাৰবিসকলেও জিলা এখন পাব নালাগে জানো? দৰবাৰে নিশ্চয় আমাৰ চেতনাক জগাই তুলিব।

ঃ কাৰবি ৰাইজৰ দুখবোৰ নিশ্চয় আঁতৰিব। ৰাইজৰ ঐকান্তিক প্ৰচেষ্টাক চৰকাৰেও সঁহাৰি দিব বুলিয়েই মোৰো বিশ্বাস।

কাৰোবাৰ সৈতে চ'ৰাঘৰত কথা পাতি থকা শুনি ভিতৰৰ পৰা কাছাং বাহিৰলৈ ওলাই আহিল। লৰেঞ্চক বহি থকা দেখি তাই মাত লগালে—

ঃ ককাইদেউ দেখোন। ক'ৰপৰা আহিলে? মই ভাবিলো—চ'ৰা ঘৰতনো কোনে কথা পাতিছেহি।

ঃ ময়ো সেই। কথা পাতি থাকোঁতে পাহৰিয়েই গ'লোঁ আলহীৰ খবৰ দিবলৈ। অং কাংবৰাই মদ-পানী নাখায় যেতিয়া, ৰঙা চাহ-পানীকে এবাতি দিয়া।

ঘৈণীয়েক কাছাঙে ভিতৰলৈ সোমাই গ'ল। দুয়ো বিড়ি হুপি পুনৰ কথা আৰম্ভ কৰিলে- -

ঃ পিছে শুনিব পাইছো—ছিকাৰী তেৰণক বোলে লংৰি হাবে পদৰ পৰা আঁতৰালে?

ঃ অ', ছ'লাংদ'তকৈ শ্ৰেষ্ঠ হ'বলৈ গৈ নিজেই তললৈ খহি পৰিল।

ঃ এৰা মেহেই, আপনি সঁচা কথাকেই কৈছে। কথাটো শুনি ময়ো ভাল পাইছোঁ। এনে অবিবেচক, ক্ষমতালোভী মানুহক লংৰি হাবেৰ আসনত বহিবলৈ নিদিয়াই উচিত। চকুৰ আগতে মানুহজনে যে কি জুলুমবোৰ নকৰিলে।

ঃ তাৰ ফল এতিয়া নিজেই ভুগিছে, অংহেই।

কাৰবি ৰেছ' ৰংহাং লিন্দকৰ চকুত সি কিমান দিন ধূলি দিব পাৰিব? - -ছাৰ্ণইক ক'লে। এনেতে অমফুৰ মাকে চাহ দুবাতি আনি দিলেহি। তাই তামোল কাটি কাটি ক'লে—

ঃ অমফুজনীকো উলিয়াই দিলোঁ। এতিয়া ঘৰখন নিমাওমাও হৈ পৰিল। চাহটোপোকো নিজে নাজানিলে নোপোৱাই হ'লোঁ। তোমাৰ মেহেইক ক'লোঁ বোলো সৰু জেঁৱাই যেতিয়া কিছু বছৰ গতিয়া থাকক। মোৰ কথা নামানিলে। এতিয়া ঘৰখনত অকশৰশৰীয়া হ'লোঁ।

ঃ মেহেরে একো বেয়া কাম কৰা নাই। জীয়াৰী ছোৱালী যেতিয়া আজি যোৱাও যোৱা, কালিলৈ যোৱাও যোৱা। সোনকালে আঁতৰাই বিচ্ছেদৰ শোকটো পাতলোৱাই ভাল।—চাহৰ বাতিত হাত দি লৰেঞ্চে ক'লে।

ঃ মোৰ কথা নুবুজে, বুজিছেনে ?—ছাৰইকে চমুকৈ ক'লে।

এনেতে খপ খপ কৰি হেমাই চাওঁলে উঠি আহিল। পিন্ধনত হাফ্ পেণ্ট আৰু হাফ্ চার্ট। মুৰৰ চুলিখিনি সুন্দৰকৈ ফণিৰে আঁচোৰা। চেহেৰা-পানীও দেখাত সুন্দৰ। মাকৰ কাষলৈ আহি সি ক'লে—

ঃ মা, মই লংকিৰিহঁতৰ ঘৰৰ পৰা আহোঁগে।

ঃ নালাগে সোণ, গধুলি হ'বৰ হ'ল।

ঃ নহয় মা, মই এতিয়াই আহিম।

ঃ হেমাই, এইয়া কোন চিনি পাইছ ?---যাবলৈ খোজা হেমাইক বাপেকে মাতি লৰেঞ্চক দেখুৱাই ক'লে।

ঃ উহুঁ, পোৱা ন্যাই।

ঃ অং লৰেঞ্চ। কাৰদম এটা জনাচোন।

হেমায়ে হাত দুখনেৰে সেৱা কৰিলে। তাৰ মুখলৈ চাই লৰেঞ্চে সুধিলে—

ঃ তুমি কোন স্কুলত পঢ়িছা ?

ঃ কামপুৰ নিম্ন মজলীয়া স্কুলত।

ঃ বেছ। ভালদৰে পঢ়া-শুনা কৰা। তুমি গাঁওখনৰ আদৰ্শ হ'ব লাগিবদেই। তেহে মই মিঠাই দিম।

ঃ মোক মিঠাই নালাগে।—হেমায়ে গহীনাই ক'লে।

ঃ কি লাগেনো ?---হাঁহি মুখেৰে তাক সুধিলে।

ঃ মোক ফনটেন 'পনহে লাগে।

হেমাইৰ কথা শুনি লৰেঞ্চ আচৰিত হ'ল। এই সৰু ল'ৰাটোৰ ভাবচোন বহুত ওপৰত---সি ভাবিলে। জেপৰ পৰা টকা পাচটা উলিয়াই তাৰ হাতত দি ক'লে---

ঃ বোপাই, তুমি কামপুৰত ইয়ানে ফাউণ্টেন পেন এটা কিনি ল'বা। তোমাৰ কথা শুনি মই বৰ আনন্দ পাইছোঁ।

সি নম্ৰভাৱেৰে টকা পাঁচটা লৈ বাপেকৰ হাতত দিলে। সি টকা পাঁচটা দি তললৈ নামি গ'ল। লৰেঞ্চে চোতালৰ ফালে চাই ভাবিলে---বহুত পলম হ'ল।

ইতিমধ্যে ফাগুনৰ আকাশখন ধূসৰিত হৈ আহিল। লৰেঞ্চে তামোল এখন মুখত ভৰাই ছাৰইকৰ পৰা বিদায় ল'লে।

০ ০ ০

ৰংমিলিৰ বুকুলৈ সন্ধিয়া নামি আহিল---ধীৰে ধীৰে। জোপোহা বাঁহ গছবোৰ চৰাই-চিৰিকটিবোৰে আহি মুখৰিত কৰি তুলিলেহি। অদূৰত বাজি উঠা জাককৰা ম'হৰ টিলিঙা-ধ্বনি শুনা গ'ল। গাঁৱৰ তিৰোতাবোৰে গাহৰি-কুকুৰা

চপোৱা ঐক্যতান-ধ্বনি বিয়পি গ'ল--চতুৰ্দিশে। পিঠিত নাংথেৰ বোজা লৈ গাভৰুসকল ঘাটৰ পৰা স্বতঃস্ফূৰ্ত হাঁহিৰে ঘৰলৈ উভতি আহিছে। পলাশ, শিমলু, মদাৰৰ ৰাঙলী ফুলবোৰত সন্ধিয়াৰ কোমলতা নামি আহিল।

ছাৰইক তেৰাঙেও লাহে ধীৰে খোজ ল'লে---গাঁৱৰ উজনিলৈ। পে-ছাৰপী এখন গাত লৈ কাছাং ৰংহাংপীয়ে গিৰিয়েক যোৱাৰ ফালে চাই পঠিয়ালে। সেয়া তাই কি দেখা পাইছে? গিৰিয়েকৰ মূৰত থকা লাহাৰঙী ফুলাম পাগুৰিত তাই কি দেখা পাইছে? ৰংমিলিৰ হাঁহিৰ টুকুৰাবোৰ যেন পাগুৰি ফুলত থুপ খাই গিৰিয়েকৰ মস্তকমণিৰ শোভাবৰ্দ্ধন কৰিছেহি। সেই ফুলাম পাগুৰিৰ ফুলবোৰ যে তাইৰ হাততেই মূৰ্ত হৈছিল---তাইৰ ষোড়শী কালতেই। কথাষাৰ ভাবি তাই গৌৰববোধ কৰিলে।

ধূসৰিত হৈ থকা শুক্লা চতুৰ্দশীৰ জোনটো ক্ৰমে উজ্জ্বল হৈ গিৰিয়েকৰ মূৰৰ ওপৰত অৱস্থান কৰা যেন তাই দেখা পালে। সেয়া যে হেমফু দেৱতাৰ আশীষ-নিৰ্মালি!

ছাৰইক তেৰাং যে তাইৰ প্ৰাণৰ ছাৰথে---ৰংমিলিৰ ছাৰথে!!